Jivani Mala ( First Part ) Life Sketches of Sixty Four Eminent Persons of Assam.

---

প্ৰকাশক —

পোহৰ পুথিভঁড়াল

আমবাৰী, গুৱাহাটী—৭৮১০০১

প্ৰথম প্ৰকাশ—

১৮ আগষ্ট, ২০০০ চন

মূল্য —১০০.০০ টকা মাত্ৰ

লিখক —

অধ্যাপক, শ্ৰীপৰমানন্দ কলিতা

মুদ্ৰণত —

কলিতা প্ৰেছ,

মালীগাঁও

গুৱাহাটী —৭৮১০১১

# উৎসৰ্গ।





পদ্মৰাম কলিতা

জন্ম—১৯০০ চন,  মৃত্যু—১৯৮৬ চন

পূজনীয় পিতৃদেৱ—স্বৰ্গীয় পদ্মৰাম কলিতাৰ নামত এই "জীৱনী মালা" (প্ৰথম ও দ্বিতীয় খণ্ড) উৎসৰ্গা কৰিলোঁ।

ইতি—

শ্ৰীপৰমানন্দ কলিতা

# মোৰ ক'বলগীয়া

Carlyle অৰ "Biography is the most universally pleasant and profitable of all readings". এই বিখ্যাত বাণীয়ে মোক বিশেষভাৱে আকৰ্ষণ কৰি আহিছে। অধ্যাপক (ড') ভৃগু মোহন গোস্বামীৰ লগত "জীৱনী সংযোগ—প্ৰথম খণ্ড" আৰু "জীৱনী সংযোগ দ্বিতীয় খণ্ড"ৰ কাম কৰোতে "জীৱনী মালা —প্ৰথম খণ্ড" উলিয়াবলৈ মোৰ প্ৰেৰণা জাগে। দৈনিক অসমত আনন্দৰাম বৰুৱাৰ চমু জীৱনী প্ৰকাশ পোৱাত অসমৰ খ্যাতনামা পুৰুষ—মহিলাৰ জীৱনী লিখিবলৈ মোৰ আগ্ৰহ হয়। জীৱনীৰ তথ্য গোটোৱা এটা জটিল কাম। জীৱনী মালাত ৬৪ জন লোকৰ জীৱনী সংগ্ৰহ কৰা হৈছে। এই লোক সকলৰ জীৱনী সংগ্ৰহত মোৰ যে ত্ৰুটি ৰৈ গৈছে—সেই বিষয়ে মই সজাগ। মোৰ এই প্ৰথম প্ৰচেষ্টাত পাঠক সমাজে আৰু জীৱনী ৰচক সকলে মোক উৎসাহ যোগালে ভৱিষ্যতে "জীৱনী মালাৰ" দ্বিতীয় খণ্ডৰ কাম কৰিবলৈ প্ৰেৰণা পাম।

এই জীৱনী মালাত ছপাৰ কামত যি দোষ ত্ৰুটি ৰৈ গৈছে তাৰ বাবেও মই পাঠক সমাজৰ পৰা ক্ষমা বিচাৰিছোঁ। ড° ভৃগুমোহন গোস্বামীয়ে মোক উৎসাহ দি থকা বাবে তেওঁৰ ওচৰত মই কৃতজ্ঞ। মোৰ পত্নী শ্ৰীমতী পূৰ্ণা প্ৰভা কলিতা, মোৰ পুত্ৰদ্বয় শ্ৰীৰাজীৱ কলিতা আৰু শ্ৰীঅমৰজ্যোতি কলিতাই জীৱনী মালাৰ কামত অনেক প্ৰেৰণা যোগাইছে। তেওঁলোকলৈ মোৰ হিয়া ভৰা স্নেহ জ্ঞাপন কৰিলোঁ। মালিগাঁৱৰ কলিতা প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীভোগেশ্বৰ কলিতা আৰু এই ছপাশালৰ কৰ্মীবৃন্দই ছপা কামত সহায় কৰি দিয়া বাবে তেওঁলোকলৈয়ো মই শলাগ আগ বঢ়ালোঁ।

শ্ৰীপৰমানন্দ কলিতা

২০।৭।২০০০

# সূচীপত্ৰ

## (১ম ভাগ)

# জন কৃষ্টিৰ সাধক

## ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী

১৯১৯ চনৰ ১৮ মাৰ্চত দক্ষিণ কামৰূপৰ নহিৰা মহাপুৰুষীয়া সত্ৰত ড° প্ৰফুল্লদত্ত গোস্বামীৰ জন্ম হয়। 'বেণু'ৰ কবি আৰু 'অৰ্ঘা'ৰ যুটীয়া সম্পাদক সিংহদত্ত দেব অধিকাৰী তেওঁৰ পিতৃ আৰু সুভদ্ৰা গোস্বামী তেওঁৰ মাতৃ আছিল।

কলেজিয়েট স্কুলৰ পৰা তেওঁ প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় ১৯৪০ চনত। তেওঁ কটন কলেজৰ পৰা ইংৰাজীত অনাৰ্চ সহ বি, এ পাচ কৰে। ১৯৪৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত এম. এ পাছ কৰে।

১৯৭১ চনত ড° গোস্বামীয়ে ছিলঙৰ লাবান হাই স্কুলত শিক্ষক হিচাপে যোগ দিছিল। স্কুলত চাকৰি কৰাৰ পিছত তেওঁ চেক্ৰেটৰিয়েটত চাকৰি কৰে। তেওঁ জন সংযোগ বিভাগতো চাকৰি কৰে ১৯৪৭ চনৰ নৱেম্বৰ মাহত ড° গোস্বামীয়ে যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত ইংৰাজী বিভাগত যোগদান কৰে। তাত তেওঁ ৮ মাহ অধ্যাপনা কৰাৰ পিছত কটন কলেজত ইংৰাজী বিভাগত যোগদান কৰে। ১৯৪৮ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত বাণিজ্য আৰু বি টি বিভাগৰ ইংৰাজীৰ প্ৰবক্তা হিচাবে নিযুক্ত হয়। তেওঁ ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ জাৰ্ণেলৰ সম্পাদনা সচিবো আছিল।

ড° গোস্বামীয়ে ১৯৫৩ চনৰ জুলাই মাহত "ষ্টাডিজ ইন দি ফকল'ৰ অব আসাম" শীৰ্ষক গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথমখন গৱেষণা পত্ৰ দাখিল কৰে। ১৯৫৫ চনত তেওঁ ডি, ফিল উপাধি লাভ কৰে। তেওঁৰ গাইড আছিল। ড° বিৰিঞ্চি কুমাৰ বৰুৱা।

ইয়াৰ পিছত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী শিক্ষ বিভাগৰ ৰীডাৰ, অসম একাডেমিৰ সচিব হিচাবে নিযুক্তি লাভ কৰে। ১৯৬৫ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি আৰু জনজাতীয় সংস্কৃতি আঁচনিৰো দায়িত্ব লৈছিল। ১৯৬৬ চনত তেওঁ আমেৰিকাৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ত "ভিজিটিং প্ৰফেছৰ" হিচাবেও নিযুক্ত হৈছিল। উল্লেখযোগ্য যে ড° গোস্বামীৰ আশাশুধীয়া চেষ্টাৰ ফলতে ১৯৭২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰ লোকসংস্কৃতি গৱেষণা বিভাগটো স্থাপন হৈছিল। তেওঁ এই বিভাগৰ প্ৰথম গৱাকী অধ্যাপক আৰু বিভাগীয় প্ৰধানৰূপে দায়িত্ব গ্ৰহণ কৰিছিল। ১৯৮১ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৯৩ চনত তেওঁক গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰফেছৰ এমেৰিটাছ সন্মানেৰে বিভূষিত কৰে। ইয়াৰ উপৰিও তেওঁ বহুত সমিতিৰ বাব লৈছিল।

ড° গোস্বামীয়ে সৰুৰে পৰাই সাহিত্য চৰ্চা কৰিছিল। ১৯৪৬ চনত তেওঁৰ প্ৰথম পুথি "মহাত্মা গান্ধী" প্ৰকাশ হয়। তেওঁ ইংৰাজীত ১৪ খন আৰু অসমীয়াত ৩৯ খন গ্ৰন্থ প্ৰকাশ কৰে। উল্লেখযোগ্য যে, ড° গোস্বামীয়ে যুটীয়া ভাবে সম্পাদনা কৰা "ফকটেইলছ অৱ ইণ্ডিয়া" নামৰ গ্ৰন্থখন ১৯৮৭ চনত ইউ-নিভাচি-টি অৱ চিকাগো প্ৰেছে প্ৰকাশ কৰে।

ড° গোস্বামী এজন প্ৰচাৰ বিৰোধী লোক। তেওঁৰ মতে "মানুহ জীয়াই থাকোতে যি শ্ৰদ্ধা পায় সেয়ে আচল।" তেওঁ কথা আৰু কামৰ মিল ৰাখি এটা চিন্তাশীল শ্ৰেণী গঢ়ি তোলাত মনোযোগ দিয়ে। ড° বাণীকান্ত কাকতিৰ পৰা তেওঁ শিকিছিল

"সদায় মূল কথালৈ যোৱা আৰু যিমান পাৰি ডালপাত কঁটালি পেলোৱা।" তেখেতৰ ৰচনাৰ বৈশিষ্ট্যও এয়ে তাত অযথা শব্দৰ বিলাস নাই। তেওঁৰ ইংৰাজী আৰু অসমীয়া এই দুয়োটা ভাষাৰ ধাতুজ্ঞান আছিল। তেওঁ অসমীয়া মাধ্যমৰ স্কুলতে শিক্ষা গ্ৰহণ কৰি ইংৰাজী ভাষাৰ জ্ঞান আহৰণ কৰিছে। তেওঁৰ এই বিষয়ে মন্তব্য হ'ল ইংৰাজী ভাষাৰ জ্ঞানৰ কাৰণে ইংৰাজী মাধ্যমত পঢ়িবৰ দৰ্কাৰ নাই।

ৰাইজে যি বাটে যায় ড° গোস্বামী সেই বাটে নগৈ তাৰ ওলোটা 'বাটেদিও কেতিয়াবা খোজ লয়। তেওঁক কামেৰেহে পিচলাব পাৰি তেলেৰে পিচলাব নোৱাৰি। তেওঁ সাহিত্য, ভাষা বুৰঞ্জী, পুৰাতত্ব, মনোবিজ্ঞান, জীৱনী, উপন্যাস, নৃতত্ব, চৰাই, উদ্ভিদ, ধাতু, ভ্ৰমণ আদি বিভিন্ন বিষয়ত মনোযোগ দিছিল। তেওঁৰ প্ৰিয় লিখক সকলৰ ভিতৰত যুক্তৰাষ্ট্ৰ হাঁস্য-ৰসিক মাৰ্কটোৱেইন আৰু অসমীয়া পণ্ডিত ড° বাণীকান্ত কাকতি।

তেওঁৰ কথাত বুদ্ধিনিষ্ট হাস্যৰস মিশ্ৰিত হৈ থাকে। তেওঁৰ নিজৰ ভাষাত কবলৈ গ'লে, "সংসাৰৰ সমস্যাবিলাক অলপ নিৰাসক্ত হৈ অ'তৰৰ পৰা চাব নাজানিলে হাঁহিব নোৱাৰি হাঁহিব জনা মানুহৰ হাঁহি যোগাব পৰা সাহিত্যিকৰ চৰিত্ৰৰ নিশ্চয় কিছু বৈশিষ্ট্য থাকে।"

ড° গোস্বামীয়ে কয় যে, আগবয়সত সকলো সুস্থ লোকেই নাৰীৰ সাহচৰ্য্য আৰু সহানুভূতি কামনা কৰে আৰু সময় সুযোগ অনুসৰি কোনো এগৰাকীৰ প্ৰতি সৰহকৈ আকৃষ্ট হয়। আন-হাতে নোপোৱাৰ বেদনা লৈ কলাৰো প্ৰেৰণা হব পাৰে। তেওঁৰ "নিফুট বচণ" গল্পটো এনে বেদনাৰ ফলতে সৃষ্টি হৈছিল। ১৯৪০ চনত প্ৰথম বিবাহ ব্যৰ্থ হোৱাত তেওঁ ১৯৫০ চনত দ্বিতীয় বিবাহ কৰে।

ড° গোস্বামীৰ কৰ্মত অটল বিশ্বাস। তেওঁৰ মতে আত্ম বিশ্বাস নথকা নৰ-নাৰীয়ে ৰাশিফলটো জানিবলৈ নাইবা হাত-খন দেখুৱাবলৈ সুযোগ বিচাৰি ফুৰে। তেওঁৰ মতে বিয়া বাৰুত বৰ-কইনাৰ ৰাশি যোৰা চোৱাটো এটি আচৰণহে, ভবিষ্যত জানিবৰ উপায় নহয়। তেওঁ জ্যোতিষ সম্পৰ্কীয় টেঁটকুৰীয়া কথা কৈয়ো ৰস পায়। তেওঁৰ শেহতীয়া কিতাপ টেঁটকুটিত (১৯৮৭) থকা নলংতলং তেনে এটা সাধু। টেঁটকুটিৰ নিচিনা কিতাপ অসমীয়া আখাত আগতে ওলোৱা নাছিল।

ইংৰাজীত এম এ পাছ কৰিলেও তেওঁৰ মনৰ গতি ক্ৰমে চলিছিল লোক সংস্কৃতিৰ চৰ্চালৈ। তেওঁৰ 'অসমীয়া জন সাহিত্য' ১৯৪৮ চনত প্ৰকাশ হয়। এই বিষয়ৰ বৈজ্ঞানিক চিন্তা চৰ্চাৰ প্ৰথম চেষ্টা। ১৯৪৩ চনত মাচুলি পট্টমৰ তিনি মহীয়া ইংৰাজী আলোচনী 'ত্ৰিবেণীত' মালিতাৰ ওপৰত ড° গোস্বামীৰ এখনি ৰচনা প্ৰকাশ পাইছিল। ড° ভেৰিয়াৰ এলউইনে এখন কিতাপত এই প্ৰবন্ধৰ কথা উল্লেখ কৰে। ড° গোস্বামীৰ তেখেতৰ লগত এই প্ৰবন্ধৰ যোগেদি সংযোগ ঘটে। তেওঁ ১৯৫২ চনত অসমলৈ আহোঁতে ড° গোস্বামীৰ ঘৰত সোমাই কফি খাই গৈছিল।

সংস্কৃতিৰ কথা কওঁতে ড° গোস্বামীয়ে লিখিছে "প্ৰত্যেক জাতিৰে আত্মাৰ বিকাশ হয়, সংস্কৃতিৰ ক্ষেত্ৰত। বুৰঞ্জী, ভৌগোলিক অৱদান" পালি থকা বিশ্বাস আৰু ৰীতি-নীতি আৰু আগৰপৰা চলি থকা অভিজ্ঞতাৰ নিৰ্দ্দেশে জাতি এটাক যি স্বকীয়া গঢ় দিয়ে সেয়ে সংস্কৃতি বা কালচাৰ। অসম ভাৰত-বৰ্ষৰ অংগ। আজিকালিও পশ্চিমীয়া লোকে ভাৰতীয় দৰ্শন আৰু সাহিত্য আগ্ৰহেৰে অধ্যয়ন কৰে। ভাৰতীয় আৰ্য্য সংস্কৃতিৰ যি বিশেষত্ব সি অসমীয়া সমাজতো বিৰাজমান। অসমৰ

বাসিন্দা সকলৰ গীত-মাত, আচাৰ ব্যৱহাৰ, খেল-ধেমালি পৰ্য্যবেক্ষণ কৰিলে দেখা যায় যে অসমীয়া ভাষীলোকৰ বিহুনাম আদি গীতৰ ভাব ভাষা, সাধুকথা আচাৰ ব্যৱহাৰ আদিত মিৰি, কছাৰী আদি জনজাতীয় লোকৰ প্ৰভাৱ পৰিছে। অসমীয়া হিন্দু আৰু আন বাসিন্দাৰ মাজত থকা চিন্তা আৰু কল্পনাৰ আঁতডাল জনকৃষ্টিৰ চৰ্চ্চাইহে সৰলি কৰি দেখুৱায়। জনকৃষ্টি চৰ্চাই বিভিন্ন সমাজৰ মাজত বিভিন্ন যুগত হোৱা আদান প্ৰদানৰ সংকেট দিব পাৰে।

ড° গোস্বামীৰ জনকৃষ্টি বিষয়ৰ শেহতীয় পুথি "জাপানৰ জনকৃষ্টি আৰু অন্যান্য ৰচনা" (১৯৮৪) জাপানী সভ্যতাৰ গুৰিত আছে চীন দেশীয় সভ্যতা জাপনালৈ বৌদ্ধ ধৰ্ম বিয়পে চীন দেশৰ পৰাই। এই কাৰণে জাপানী জন বিশ্বাস আৰু জন সাহিত্যত চীনা আৰু ভাৰতীয় প্ৰভাৱ থাকে।" তেওঁ সকলো কথা বিচাৰ কৰি চাইহে মন্তব্য আগবঢ়াইছিল। ওপৰে ওপৰে মন্তব্য দিয়া স্বভাৱটো ভাল নাপাইছিল। জনকৃষ্টিত ছাত্ৰসকলক চিন্তা-চৰ্চা কৰাৰ নতুন পথ প্ৰদৰ্শক ড° গোস্বামী। তেওঁ ভাৰতবৰ্ষৰ প্ৰথম ফোকলোৰৰ অধ্যাপক; লোক সংস্কৃতিৰ এগৰাকী বিদগ্ধ পণ্ডিত আৰু মাৰ্গদৰ্শক ৰূপে সুপ্ৰতিষ্ঠিত আৰু সৰ্বজন স্বীকৃত। ড° গোস্বামীৰ জনকৃষ্টিৰ কিতাপে দেশ বিদেশত সমাদৰ লাভ কৰিছে। তেওঁৰ মতে ভাৰতবৰ্ষৰ জনজাতি-সকল প্ৰকৃততে ট্ৰাইব নহয়, কিয়নো তেওঁলোকে নিজক আনৰ পৰা আঁতৰাই নাৰাখে, আন লোকৰ লগতো এওঁলোকৰ আদান প্ৰদান চলে। ভাৰতবৰ্ষত আছে কুলভেদ প্ৰথা আৰু আমেৰিকাত আছে কলা আৰু বগাৰ পাৰ্থক্য। যুক্তৰাষ্ট্ৰত ধন আছে, যান্ত্ৰিক সুবিধা আছে; কিন্তু পাৰিবাৰিক শান্তি নাই।

১৯৯৪ চনৰ জুন মাহত এটা দুৰ্ঘটনাত পতিত হোৱাৰ পিছত মৃত্যুৰ সময়লৈকে ড° গোস্বামী শয্যাশায়ী হৈ আছিল। সিদিনা শনিবাৰ ( ১৯।১১।৯৪ ) ৰাতিপুৱা ১০-১৫ বজাত মহানগৰীৰ চেনিকুঠিত থকা নিজ বাসভৱনত ( কাম্যাত ) শেষ নিশ্বাস ত্যাগ কৰে। তেওঁৰ মৃত্যুত দেশৰ অপূৰণীয় ক্ষতি হ'ল।



---

( ড° ভৃগুমোহন গোস্বামীৰ 'জনকৃষ্টিৰ সাধক ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ সহায়ত লিখা )

# শিক্ষাবিদ উমাকান্ত গোস্বামী

ইং ১৮৯৭ চনৰ ৪ আগষ্ট তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত আমৰঙা সত্ৰত উমাকান্ত গোস্বামীৰ জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল ৰঘুকান্ত গোস্বামী আৰু মাতৃৰ নাম সিদ্ধেশ্বৰী দেৱী। গোস্বামীদেৱৰ পৰিয়ালক 'তিনিসত্ৰীয়া' গোসাঁই বুলি সকলোৱে জানিছিল। তেখেতৰ পূৰ্বপুৰুষ আছিল প্ৰখ্যাত সন্তভূষন দেৱ।

ৰঘুনাথ গোস্বামী বৰ সাহসী আৰু কৰ্তব্য পৰায়ণ লোক আছিল। তেখেতে 'তাৰকাসুৰৰ যুদ্ধ' নামে এখন কিতাপ লিখিছিল। কিতাপখন ইংৰাজ চৰকাৰে বাজেয়াপ্ত কৰিছিল। সিদ্ধেশ্বৰী দেৱী অতি সৰল আৰু উদাৰ মনৰ মহিলা আছিল। সাতোটি সন্তানৰ ভিতৰত উমাকান্ত গোস্বামী ডাঙৰ আছিল।

উমাকান্ত গোস্বামীয়ে সদায় মনোযোগ দি অধ্যয়ণ কৰিছিল। হৈহ্ পেচ্ একো নাছিল। তেখেতে মাক-পিতাকক সৰুৰে পৰা ভক্তি কৰিছিল। তেখেতে স্কুলৰ পৰা আহি গছত উঠি বাঁহী বজাইছিল। গোস্বামী দেৱে নিম্ন প্ৰাইমাৰী পৰীক্ষাত বৃত্তি পাইছিল। তাৰ পিছত পলাশবাৰী মজলীয়া স্কুলত পঢ়ে। তেখেত সৰুৰে পৰা শান্ত-স্বভাৱৰ আৰু অতি ন্যায় আৰু কৰ্তব্য পৰায়ণ ল'ৰা আছিল। তেখেতে পলাশবাৰীত পঢ়োতে এখন কবিতাৰ পুথি লিখিছিল। সৰুৰে পৰা ডায়েৰী লিখা অভ্যাস আছিল তেখেতৰ জীৱনত লিখা ডায়েৰীৰ কথাবোৰ প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ ভঁড়াল কিছু পৰিমাণে হ'লেও চহকী হব। গোস্বামীদেৱে মজলীয়া স্কুলৰ পৰা অসমৰ ভিতৰত প্ৰথম হৈ "বাবু খগেন্দ্ৰ নাৰায়ণ চৌধুৰী ৰূপৰ পদক" লাভ কৰে।

ইয়াৰ পিছত তেখেতে কটন কলেজিয়েট স্কুলত নাম লিখে। তেতিয়াৰ দিনত পলাশবাৰীৰ পৰা গুৱাহাটীলৈ অহা-যোৱা

কৰাৰ যান-বাহনৰ সুবিধা নাছিল। তেখেতে গৰুৰ গাড়ীত উঠি, কেতিয়াবা হাতী নাইবা ঘোঁৰাৰে অহা যোৱা কৰিছিল। ১৯১৪ চনত তেখেতে কটন কলেজিয়েট স্কুলৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কেইবাটাও সোণৰ আৰু ৰূপৰ পদক লাভ কৰে।

১৯১৬ চনত তেখেতে কটন কলেজৰ পৰা ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত ৮ ম স্থান লাভ কৰি আইএ পৰীক্ষা পাছ কৰে আৰু অসম উপত্যকাৰ ভিতৰত প্ৰথম হোৱা বাবে "ডিপক্ৰ মেধি" ৰূপৰ পদক লাভ কৰে। ১৯১৮ চনত উক্ত কলেজৰ পৰা অৰ্থনীতি বিষয়ত সন্মান সহ বি. এ. পাচ কৰে আৰু বিশ্ববিদ্যালয়ৰ ভিতৰত তৃতীয় স্থান লাভ কৰি স্নাতকোত্তৰ বৃত্তি লাভ কৰে। ১৯২০ চনত তেখেতে কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ পৰা অৰ্থনীতি বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পাই এম এ পৰীক্ষা পাছ কৰে আৰু বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম হোৱা বাবে "বিশ্ববিদ্যালয় পদক" আৰু এটি "সোণৰ পদক" লাভ কৰে।

১৯২৪ চনত সুখ্যাতিৰে আইন পৰীক্ষা পাছ কৰি ওকালতি আৰম্ভ কৰে। ওকালতি কৰি থাকোতেই তেখেতে ১৯২৫ চনত কটন কলেজত অসমীয়া বিভাগৰ অস্থায়ী অধ্যাপক হিচাবে নিযুক্তি লাভ কৰে।

১৯২৬ চনত চিলেটৰ মুৰাৰি চাঁদ কলেজত অধ্যাপনা কৰে। তাত তেখেত ৰাজনীতি বিজ্ঞান আৰু অৰ্থনীতিৰ বিষয় শিক্ষা দিছিল। তেখেত এজন কৃতি শিক্ষক আছিল আৰু ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিবলৈ সমৰ্থবান হৈছিল। তেখেতে বহুতো দুখীয়া ছাত্ৰক সহায় কৰিছিল। চিলেটত থাকোতে অবিনাশ দৈত্যাৰি নামৰ পিতৃহীন দুখীয়া বঙালী ল'ৰা এজনক আঠ বছৰমান বয়সৰ পৰা ৰাখি পঢ়াই শুনাই বি, এ, পাছ কৰাই দিছিল।

গোস্বামীদেৱৰ ভায়েক চন্দ্ৰকান্তই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জী বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম এ পাছ কৰে। তেওঁ চৰকাৰী চাকৰি নকৰি ঘৰতে থাকি মাটি বাৰী আদি চলাই ঘৰখন চলাইছিল আছিল।

গোস্বামীদেৱে তেখেতৰ চাৰিজন ভনী জেঁৱায়েকক লগৰীয়াৰ দৰে ব্যৱহাৰ কৰিছিল। প্ৰথমজন ভনী জেঁৱায়েক ভূবনেশ্বৰ দেৱ গোস্বামীয়ে পদ্মাৱতীক বিয়া কৰাইছিল। দ্বিতীয় ভনী জেঁৱায়েক গনপতি গোস্বামীয়ে হেমেক বিয়া কৰাইছিল। তৃতীয়জন ভনী জেঁৱাই যজ্ঞেশ্বৰী দেৱীৰ স্বামীৰ নামো ভূবনেশ্বৰ গোস্বামী। তেওঁ প্ৰাক্তন অধ্যক্ষ কটন কলেজ, বৈজ্ঞানিক ড° অনিল গোস্বামীৰ দেউতাক আছিল। পদ্মাৱতীৰ সন্তান সমাজ সেৱক অধ্যক্ষ শ্ৰীশৈলেশ্বৰ গোস্বামী।

গোস্বামী দেৱ অতি মিতব্যয়ী আৰু চাফ্-চিকুণ আছিল। কলেজলৈ যাওঁতে সদায় কোট-পেন্ট, টাই-টুপি পিন্ধি গৈছিল। কিন্তু ঘৰত সদায় হাতে বোৱা ধুতি পিন্ধিছিল। সেই ধুতি ভনীয়েক সাবিত্ৰীয়ে বৈ দিছিল। তেখেতে কোনো মানুহকে মনত দুখ পোৱাকৈ কথা নকৈছিল। ৰাতিপুৱা উঠিয়েই সদায় ব্ৰহ্মপুত্ৰৰ পাৰলৈ ফুৰিবলৈ গৈছিল। তাৰ পিছত স্নানাদি কৰি গীতা পঢ়িছিল।

তেখেতে সহজ-সৰল ইংৰাজীৰে ছাত্ৰ-ছাত্ৰীসকলক শিক্ষা দান কৰিছিল। তেখেত হাস্য ৰসিক ব্যক্তি আছিল। তেখেতে ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিব পাৰিছিল।

১৯২১ চনৰ পৰা ১৯২৬ চনলৈ কামৰূপ অনুসন্ধান সমিতিৰ গোস্বামীদেৱ অবৈতনিক সচিব আছিল। তেখেতে শ্ৰী শ্ৰী স্বৰ্গ-নাৰায়ণ দেৱৰ জীৱন চৰিত খনো অনুবাদ কৰি থৈ গৈছে। ১৯৩৭ চনত অসম সাহিত্য সভাৰ সপ্তদশ অধিবেশনত সমাজ

আৰু অৰ্থনীতি শাখাৰ তেখেত সভাপতি আছিল। বৰ নগৰ ৭ ম সাহিত্য সম্মিলনৰ সভাপতি হৈ তেখেতে এটি মূল্যৱান ভাষণ দিছিল। ১৯৪২ চনত বহা অসম সংস্কৃত সমিতিৰ অষ্টাদশ বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আসনৰ পৰা তেখেতে এটি সাৰুৱা ভাষণ দিছিল। ১৯৬১ চনত তেখেতে "সমবায়" নামে এখন মূল্যবান কিতাপ লিখে। এইখন কিতাপৰ কথা জানিলে সকলোৱে বিশেষকৈ দুখীয়া বৃষক সকলৰ উপকাৰ হব। এইখন গ্ৰন্থৰ পুনৰ মুদ্ৰনৰ দৰ্কাৰ।

সন্তদেৱৰ জীৱন চৰিত তেখেতৰ এখন মূল্যৱান গ্ৰন্থ। গ্ৰন্থখনি পাণ্ডুলিপি অৱস্থাতে আছে।

মাধৱ কন্দলিৰ ৰামায়ণৰ গ্ৰন্থ তেখেতে ছপাবলৈ যো-জা কৰোঁতেই পণ্ডিত কণক চন্দ্ৰ শৰ্মাই চৰকাৰৰ খৰচত প্ৰকাশ কৰিবলৈ লোৱাত গোস্বামীদেৱে বেলেগে উলিওৱা পৰিকল্পনা বাদ দি কাব্যতীৰ্থই প্ৰকাশ কৰা ৰামায়ণতে এটা পাণ্ডিত্য-পূৰ্ণ পাতনি সংযোগ কৰি দিয়ে। গোস্বামীদেৱৰ এই তত্ত্বগধূৰ পাতনিটোৰ বাবেই পণ্ডিত কনক চন্দ্ৰ শৰ্মাৰ সম্পাদিত মাধৱ কন্দলিৰ অসমীয়া ৰামায়ণখন অসমীয়া এম, এ শ্ৰেণীৰ পাঠ্য পুথি আছিল আৰু বি. এ মহলত Assamese Second Language ৰ পাঠ্যক্ৰমত আছিল। 'নিবন্নুৱা অনুসন্ধান কমিটি" অৰ্থনৈতিক "অনুসন্ধান কমিটি" আদি প্ৰবন্ধৰ দ্বাৰা তেখেতে বহুতো মূল্যবান তথ্য আগবঢ়াইছিল।

ভায়েকহঁতক পঢ়া সময়তে পিতাক আৰু খুৰাক দুকুৱাত তেখেতে সকলো দায়িত্ব নিজে মুৰপাতি লৈছিল। প্ৰতি শনিবাৰে চাইকেলেৰে গাঁৱৰ ঘৰলৈ গৈ সোমবাৰে ৰাতিপুৱা আহি ক্লাছ কৰিছিল। তদুপৰি জাগী, মায়াং, ক্ষেত্ৰী আদিলৈ গৈ শিষ্য ফুৰিছিল। ১৯৫৩ চনত শিক্ষা বিভাগৰ অধিকৰ্ত্তা হৈ গোস্বামীদেৱে

ছিলঙলৈ যায়। তাত সুখ্যাতিৰে কাম কৰি ১৯৫৪ চনত পেঞ্চন লাভ কৰে।

গোস্বামীদেৱে দুবাৰ সংসাৰ কৰিব লগা হৈছিল। প্ৰথমবাৰ অসমৰ শিক্ষা বিভাগৰ পৰিদৰ্শক ৺ শৰৎ চন্দ্ৰ গোস্বামীৰদেৱৰ জ্যেষ্ঠা কন্যা প্ৰতিভা দেৱীক বিয়া কৰায়। এটি পুত্ৰ আৰু এজনী ছোৱালী এৰি থৈ প্ৰতিভাদেৱীয়ে ইহলীলা সম্বৰণ কৰে। পুত্ৰৰ নাম শ্ৰীদেৱব্ৰত গোস্বামী। তেওঁ অসম ইঞ্জীনিয়াৰিং কলেজৰ অধ্যক্ষ আছিল। তেওঁৰ পত্নী শ্ৰীমতী সবিতা। গোস্বামীদেৱৰ প্ৰথম জীয়াৰী, উচ্চ শিক্ষিতা শ্ৰীমতী সুব্ৰতা বৰুৱা। তেওঁৰ স্বামী ৺কমলেশ্বৰ বৰুৱা।

ইয়াৰ পিছত গোস্বামীদেৱে শ্ৰীমতী অম্বিকা ফুকনক বিয়া কৰায়। তেওঁৰ পিতৃ আছিল দুৰ্গানাথ ফুকন আৰু মাতৃ আছিল ভগৱতী দেৱী। দুৰ্গানাথ ফুকনৰ মোমায়েক আছিল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা।

তেখেতৰ সকলৰ ল'ৰা দুজন সত্যব্ৰত, আৰু শিৱব্ৰত আৰু দুই ছোৱালী ক্ৰমে শ্ৰীমতী বেলি আৰু শ্ৰীমতী কমলা। তিনি গৰাকী কন্যা ক্ৰমে ড° শ্ৰীমতী ইন্দিৰা (মামনি) শ্ৰীমতী সবিতা আৰু শ্ৰীমতী অৰুন্ধতী। তিনি গৰাকী জোঁৱাই ক্ৰমে ৺ মাধবেন্দ্ৰ ৰয়ছম, শ্ৰীশৰৎ চন্দ্ৰ শৰ্মা আৰু শ্ৰীজ্যোতিৰ্ময় গোস্বামী

কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ, শিক্ষাধিকাৰ, সমাজপ্ৰিয় উমাকান্ত গোস্বামীৰ কন্যা ড' ইন্দিৰা গোস্বামীৰ (মামনি ৰয়ছম গোস্বামী) শক্তিশালী কলমৰ পৰা ওলাইছে কুৰিখন উপন্যাসকে ধৰি মুঠ ত্ৰিশখন গ্ৰন্থ। সাহিত্য একাডেমী বঁটা (১৯৮৩) ইণ্টাৰ নেশ্বনল তুলসী এৱৰ্ড' ইত্যাদি বিজেতা অধ্যাপিকা দেশৰ বিভিন্ন প্ৰান্তৰ পৰা মুঠ বাৰটা সাহিত্য সন্মান লাভ কৰিছে। ভাৰতীয় ৰামায়ণ সাহিত্যত অধ্যাপিকা গোস্বামী এক

বিশ্ববিশ্রুত নাম। তেখেতৰ জনপ্ৰিয় উপন্যাস উইয়ে খোৱা হাওদা'ৰ ওপৰত ভিত্তি কৰি নিৰ্মাণ কৰা 'অদাহ্য' নামৰ কথা-ছবিখনে কেবাটাও ৰাষ্ট্ৰীয় আৰু আন্তঃ ৰাষ্ট্ৰীয় বঁটা লাভ কৰিবলৈ সক্ষম হৈছে। ড° গোস্বামীৰ পৰা আমি ভৱিষ্যতে কিবা কিবি বহুত আশা কৰিছো।

শ্ৰীমতী অম্বিকা দেৱী গোস্বামীৰ স্বামী আৰু দেওৰ চন্দ্ৰ কান্ত গোস্বামীয়ে আমৰঙা বৰিহাট অঞ্চলৰ লোকৰ হিতাৰ্থে চিকিৎসালয়, প্ৰাথমিক বিদ্যালয়, উচ্চ বিদ্যালয় আদি পতাত আগ-ভাগ লৈছিল। সেইবোৰ অনুষ্ঠানত ৰূপ দিয়াত মাটি বৃত্তি দান কৰিছিল, তথা আৰ্থিক সাহাৰ্য্য আগবঢ়াইছিল। ভতিজাক ৰত্নকান্ত গোস্বামীক সকৰ পৰা লগত ৰাখি বি, এছ, চি পাচ কৰাই সেই হাইস্কুলতে সুবিধা কৰি দিছিল। তেখেতে গাঁৱৰ সকলো শ্ৰেণীৰ মানুহৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখি বহুতক বিপদ-আপদত সহায় কৰিছিল।

অৱসৰ কালত তেখেতে বহুত কামেই কৰিম বুলি ভাবিছিল যদিও আশা পূৰণ নহ'ল।

জাষ্টিছ পাৰ্ব্বতী কুমাৰ গোস্বামীয়ে এইদৰে লিখিছে—"মই তেতিয়া কটন কলেজৰ ডিগ্ৰী পৰীক্ষাৰ ৪ৰ্থ বাৰ্ষিক শ্ৰেণীৰ অৰ্থনীতিৰ অনাৰ্চ শ্ৰেণীৰ ছাত্ৰ আছিলো। প্ৰথম দিনাই তেখেতে (অধ্যাপক উমাকান্ত গোস্বামী) গোটেই শ্ৰেণীটো মুগ্ধ কৰিলে, নিজে ভাবুক প্ৰকৃতিৰ আৰু নিজে নাহাঁহিলেও অৰ্থনীতিৰ জটিল বিষয়টো বিশ্লেষণ কৰোঁতে গোটেই শ্ৰেণীটোক মাজে মাজে ৰসিক অথচ সংলগ্ন একোটা কথা কৈ হঁহুৱাব পাৰিছিল। তেখেতক কোৱা হ'ল যে পৃথিৱীৰ বাণিজ্য সঙ্কটৰ (Trade dilema) বিষয়ে ৰচনা আহিব বুলি ধাৰণা হয় আৰু সেই-খন প্ৰশ্ন কাকতত ৰচনাৰ বাবেই ১০০ নম্বৰ। আমাক ভালকৈ বুজাই দিব লাগে।

অধ্যাপক গোস্বামীয়ে তৎক্ষণাৎ বক্তৃতা আৰম্ভ কৰিলে আৰু ইমান জটিল বিষয়টো প্ৰাঞ্জল ভাষাত চুটিকৈ বুজাই দিলে। তেখেতৰ আৰু এটা ভাল অভ্যাস আছিল কথাখিনি বুজোৱাৰ পিচতেই "লিখি লোৱা" বুলি প্ৰায় এপিঠিৰ টোকা এটা দিয়ে। এইটো দিয়াৰ এক উদ্দেশ্য আছিল যে ছাত্ৰই মুখস্থ নকৰি যাতে ভাবিবলৈ সুবিধা পায় আৰু নিজেই বিষয় বস্তুটো সম্পূৰ্ণ আয়ত্ত কৰি আন ঠাইৰ পৰা পৰিপূৰক অধ্যয়ন কৰি নিজৰ বৈশিষ্ঠ প্ৰদৰ্শন কৰিব পাৰে। এটা কথা এইখিনিতে কব লাগিব যে ইমান জটিল সমস্যাটো বুজাওতে আৰম্ভ কৰিলে "Where has the gold gone? Has it been thrown into the Brahmaputra?" "গোটেই শ্ৰেণীটোৱে হাঁহিবলৈ ধৰিলে আৰু সেই দিনৰ পৰাই তেখেতে ছাত্ৰ-ছাত্ৰী সকলৰ অন্তৰ জয় কৰিলে।"

প্ৰখ্যাত ৰাজনীতি বিদ, সুবক্তা, এড্‌ভোকেট শ্ৰীগৌৰীশংকৰ ভট্টচাৰ্য্যই এইদৰে লিখিছে—'এক হিচাপে গোস্বামীদেৱক নাৰিকল ফলটোৰ লগত ৰিজাব পাৰি। নীৰস আৱৰণৰ অন্তৰালত থকা সুস্বাদু খাদ্য আৰু সুশীতল পানীয়ৰ গুণতে নাৰিকল দেৱ-পূজাৰ উৎকৃষ্ট নৈবেদ্য ফল। গোস্বামী দেৱৰ সান্নিধ্য লৈ অহা সকলোলোকে একে মুখে স্বীকাৰ কৰিব যে তেখেতৰ দৰে সুৰসিক লোক অত্যন্ত বিৰল। ৰাজনীতি বিজ্ঞান তেখেতৰ অধ্যাপনাৰ বিষয় আছিল। হাস্য ৰসৰ মাধ্যমেৰে তেখেতে বিষয়টো এনেকুৱা সৰল আৰু সহজ কৰি তুলিছিল যে তেখেতৰ শ্ৰেণীৰ কোনো হাই উৰুমি নহৈছিল কোনেও "প্ৰক্সি" নিদিছিল। উপভোগ্য অধ্যয়নৰ কাৰণেই ছাত্ৰ-ছাত্ৰীসকলে তেখেতে লোৱা শ্ৰেণীত ভিৰ কৰিছিল। হাস্য-ৰসক বিষয়-পৰিবেশনৰ উপাদান হিচাবে ব্যৱহাৰ কৰিছিল সঁচা কিন্তু তেওঁ নিজে পৰিপূৰ্ণ গাম্ভীৰ্য্য ৰক্ষা কৰিছিল। ই এটা ডাঙৰ ক'লা

কিছুমানৰ ধাৰণা যে হাস্য-ৰসিক লোক নিজেও হাঁহি হাঁহি ভাগৰি পৰে। কিন্তু গোস্বামীদেৱৰ দৰে গভীৰ ৰসজ্ঞ লোকৰ ক্ষেত্ৰত সেইটো প্ৰযোজ্য নহয়। যজ্ঞ কাষ্ঠ সমী বৃক্ষ অগ্নি প্ৰজ্বালন কৰে ভৰপূৰ, কিন্তু বাহিৰৰ পৰা সেইটো দেখা নাযায়। প্ৰকৃত হাস্যৰস তৰল পদাৰ্থ নহয়, তাত থাকে এটা গধুৰ গাম্ভীৰ্য্য। প্ৰগল্‌ভতা, চপলতা ধৃষ্টতা ইয়াৰ ওচৰে-পাজৰে আহিব নোৱাৰে। যিটো বিষয়ত বক্তাৰ গভীৰ, বিস্তীৰ্ণ আৰু স্পষ্ট জ্ঞান থাকে সেই বিষয়টোহে সহজবোধ্য ভাষাত আৰু ৰসপূৰ্ণ ভাবে ব্যাখ্যা কৰাটো সম্ভৱ। গোস্বামীদেৱৰ বিদ্যা, জ্ঞান আৰু ব্যক্তিত্ব অ-কৃত্ৰিম আৰু সুমহান হোৱা কাৰণে তেখেতে নিজস্ব স্থিতধী-গাম্ভীৰ্য্য ৰক্ষা কৰি আনক উল্লাসিত কৰিব পাৰিছিল। গোস্বামীদেৱ মোৰ পথ-প্ৰদৰ্শক, উৎসাহ দাতা আৰু প্ৰশিক্ষক। ভিতৰুৱা গাঁৱৰ পৰা গুৱাহাটীলৈ আহি পোনচাটেই কটন কলেজৰ বিতৰ্ক আৰু আকস্মিক বক্তৃতাৰ প্ৰতিযোগিতাত ভাগলৈ সৌভাগ্যৰ মুখ দেখিবলৈ পাওঁ। সেই সময়ত গোস্বামীদেৱ কটন কলেজৰ ছাত্ৰ সন্থাৰ উপদেষ্টা ভাৰ-প্ৰাপ্ত অধ্যাপক আছিল। তেখেতে মোক মতাই নি বক্তৃতা আৰু বিতৰ্কৰ কাৰণে কেনেকৈ প্ৰস্তুতি কৰিব লাগে আৰু কিভাবে বক্তব্য ডাঙি ধৰিব লাগে সেই সকলো কথা পুংখানু-পুংখ ভাবে বুজাই দিছিল। তেতিয়া লৈকে মোৰ ভিতৰত নথকা এটা কথা তেখেতে মোক হৃদয়ঙ্গম কৰাইছিল যে তৎকালীন বুদ্ধি প্ৰয়োগ ( Wit ) আৰু গধূৰ ৰসিকতা ( Humour ) উপাদেয় বক্তৃতা বা বিতৰ্কৰ এটা মূল্যবান আঙ্গিক।"

শ্ৰীনবদ্বীপ ৰঞ্জন পাটগিৰিয়ে এই দৰে লিখিছে — "আমি কিছুদিনৰ ভিতৰত গম পালোঁ যে উমাকান্ত গোস্বামী চাৰে পঢ়োৱা অনাৰ্ছ্‌ৰ ৫ম কাকতখনত অসমৰ কটন কলেজৰ ছাত্ৰই কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত অৰ্থাৎ সমগ্ৰ বঙ্গদেশ আৰু

অসমৰ ভিতৰতে সৰ্ব্বোচ্চ নম্বৰ পায়, আনকি বঙ্গদেশৰ ছাত্ৰ আহি আমাৰ কটন কলেজৰ ছাত্ৰৰ পৰা গোস্বামী চাৰৰ ৫ম কাকতখন "Aristotle's Politics"ৰ নোট লিখি নিয়ে।"

গোস্বামীদেৱৰ শিক্ষাগুৰু ব্ৰাউন চাহাব কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ইতিহাস আৰু আন্তৰ্জাতিক আইনত ট্ৰাইপছ সম্মানেৰে পাছ কৰা এজন প্ৰসিদ্ধ অধ্যাপক আছিল। ( P/350 )

আৰ্থাৰব্ৰাউন কটন কলেজৰ অৰ্থনীতি বিভাগৰ মূৰব্বী অধ্যাপক আছিল। ইয়াৰ আগেয়ে তেওঁ ভাৰতৰ বৃটিছ চৰকাৰৰ ইকনিম এড্ভাইজাৰৰ পদত অধিষ্ঠিত আছিল। আৰ্থাৰ ব্ৰাউনৰ লগত উমাকান্ত গোস্বামীদেৱৰ আন্তৰিকতাৰ ছবি বিশেষকৈ ব্ৰাউন চাহাবে তেখেতলৈ দিয়া চিঠিবোৰৰ মাজত উজ্জ্বল হৈ আছে। ১৯১৮ চনৰ পৰা ১৯৩৮ চনলৈ একেবাৰে নিয়মীয়া ৰূপে ব্ৰাউন চাহাবে তেখেতলৈ চিঠি লিখিছিল। চিঠিবোৰ সেই সময়ৰ কটন কলেজৰ ঐতিহাসিক দলিলৰ দৰে আছিল। অৱসৰ লৈ তেওঁ ইংলণ্ডলৈ যোৱাৰ সময়ত শ্বিলঙত থকা তেওঁৰ পত্নীক এৰি থৈ যাব লগীয়া হৈছিল। তেওঁৰ পত্নী খাচিয়া পাহাৰৰ ছোৱালী আছিল। তেওঁ পত্নীৰ বাবে এখনি উইল কৰিছিল।

প্ৰফেছাৰ আৰ্থাৰ ব্ৰাউন আৰু উমাকান্ত গোস্বামীৰ মাজত আন্তৰিকতা কিমান গভীৰ আছিল তেওঁৰ এই চিঠিবোৰ পঢ়িলেহে গম পোৱা যায়। গোস্বামীয়ে যেনেদৰে তেখেতৰ ব্যক্তিগত জীৱনৰ যন্ত্ৰনা আৰু আনন্দৰ কথা খোলাখুলি ভাবে ব্ৰাউন চাহাবক লেখি জনাইছিল। তেনেদৰে ব্ৰাউন চাহাবেও নিজৰ হৃদয়ৰ কথা গোস্বামীদেৱলৈ লেখিছিল। এই চিঠিবিলাক কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ লিখকে ডঃ মামনি ৰয়ছম গোস্বামীক অনুৰোধ কৰিলো।

দেখা গৈছে যে যিসকল অধিবাসী বিদেশৰ পৰা কিছুমান দিন আগতে অহা সেইসকলৰ লগত একেবাৰে নতুনকৈ অহা বিদেশী-সকলৰ বহুত পাৰ্থক্য ঘটিব ধৰিছে। আগেয়ে মৈমনসিঙৰ পৰা

অহা মানুহৰে সৈতে পুৰণি অসমীয়া মানুহৰ গোলমাল হবৰ যিদৰে ভয় আছিল, মৈমনসিঙৰ পৰা অহা পুৰণি মানুহৰ সৈতে নতুন মানুহবিলাকৰো সেইদৰে গোলমাল হোৱাৰ কথা শুনা গৈছে।

(১) বিদেশীসকলক অসমীয়া মানুহৰ লগত মিল কৰি লোৱাত যাতে কোনো প্ৰকাৰ অনাৱশ্যক বাধা নঘটে তাৰ বাবে চেষ্টা কৰিব লাগে। (২) দ্বিতীয়তে বিদেশীসকলৰ অবাধ আগমনটো বন্ধ হোৱা উচিত। আন আন দেশত বিদেশী মানুহ বসতি কৰিবৰ হ'লে তেওঁলোকে নিজৰ আৰ্থিক সচ্ছলতা আৰু সৎ চৰিত্ৰৰ প্ৰমাণ দিলেহে বসতি কৰিবৰ অনুমতি পায়। (৩) তৃতীয়তে বিদেশী মানুহক অনন্ত কাললৈ যে আহি থাকিবই দিব লাগিব তেনে কথা হব নোৱাৰে। অসমৰ চন মাটিৰো এটা সীমা আৰু পৰিমাণ আছে। মাটিৰ পৰিমাণ সময়ৰ লগে লগে নেবাঢ়ে। সুতৰাং অসমলৈ এতিয়ালৈকে যিমানখিনি বিদেশী মানুহ আহিব দিয়া হৈছে সেয়ে যথেষ্ট হৈছে নে নাই সেই সম্বন্ধে নিৰপেক্ষ মানুহ আনি ভালদৰে তদন্ত কৰাব লাগে। বিদেশী মানুহ অহা কথাৰ আলোচনাত কোনো প্ৰকাৰ-সাম্প্ৰদায়িক মনোবৃত্তিৰ প্ৰভাৱ থাকিব নেলাগে। জমি আৰু জনসংখ্যা বিষয়ক অৰ্থনীতিত অভিজ্ঞ লোকৰ দ্বাৰাই এই বিষয়ত নিৰপেক্ষ ভাবে অনুসন্ধান হব লাগে। এই বিষয়ত দক্ষিণ আফ্ৰিকা, আমেৰিকা অষ্ট্ৰেলিয়া আদি যিবিলাক দেশত নতুন অধিবাসী অহাৰ সমস্যা প্ৰবল তেনেকুৱা দেশৰ আৰ্হি লব লাগে।

ইংৰাজী ৫।২।৪৯ তাৰিখে কটন কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে অধ্যাপক উমাকান্ত গোস্বামীক মানপত্ৰ দি বিদায় দিলে কাৰণ গোস্বামীদেৱে শিক্ষাধিকাৰ হিচাবে শ্বিলঙত যোগদান কৰিব মান পত্ৰখনি তলত লিখি দিয়া হ'ল।

To

# Sjt Umakanta Goswami

*M.A., B.L., A.E.S*

Senior Professor of Economics

Cotton College, Gauhati;

*Reversed sir,*

Our language fails to give vent to our innermost feelings on this occasion of parting with one who was so very dear and near to this Premier college of Assam, While expressing our utmost delight and hearty congratulations on your having been Promoted to the present onerous job of the D. P. I. of Assam we the students of Cotton college are yet extremely sorry at your going away from this Premier Institution.

Esteemed sir,

Your happy association with this college for the last quarter of a century will always be cheerfully remambered by the students of the past as well as of the present, Your valuable contribution as a Professor in the Cotton-college are still fresh in the memory of us all. As a friend, philosopher and guide of the students, your position was unique. A high standard of humour, and savoury wit was always

a characteristic feature of all your lectures. As a witty and eloquent speaker, as a sound thinker, as a popular Professor, as a sobre gentleman and last though not least, as a strict disciplinarian you were an asset to the cotton college, during a period of which our Alma Mater can rightly be proud for maintaining a high standard of education in the province।

Beloved sir,

Your gentlemanly and amiable behaviour with the students endeared you to all of us who had come to contact with you.. In addition to this as the vice president of the C. C. U: S: you gave us wise counsel and angruding assistance more particularly during the past few troubla some years, Yourself an ex-cottonian, you always kept the college over everything else. When ever there was the call of the college or of the students you never spared yourself। With a heart full of large sympathies, catholicity of views and sober wisdom: You resolved problems in a manner। happy for all, however threatening these appeared to be: Parting from such a beloved teacher is more particularly painful। But part we must as you are going to shoulder a greater responsibility which affects

us no less. So let us face this parting bravely with the hope that you will be there to guide the destiny of the growing generation of Assam. In happiness and sorrow. In sun shine and darkness the students community of Assam in general and of the Cotton college in particular will look up to you as the proper guardian. May the almighty father grant you a long, happy and prosperous life and greater strength to enable you to give a new lead in Assam's Educational spheres in the near future.

We remai'n sir,

5 : 2 : 49 Yours in loving admiration.

Students of the Cotton college

Gawahati

গোস্বামীদেৱ এজন সৎ, সাধু, পৰোপকাৰী, নিৰহঙ্কাৰী সৰল স্বভাৱৰ পুৰুষ আছিল। এজন সুদক্ষ প্ৰশাসক আৰু অসমীয়া সাহিত্যৰ ক্ষেত্ৰত বিস্তৃত ভাবে নহলেও গবেষণা মূলক সীমিত প্ৰবন্ধ কিছুমানৰ মাজেৰে নিজক প্ৰতিষ্ঠা কৰিব পৰা এজন বহুমুখী প্ৰতিভাশীল ব্যক্তি হিচাবে অধ্যাপক উমাকান্ত গোস্বামী অসমবাসীৰ চিৰনমস্য হৈ থাকিব।

অসমৰ শিক্ষাধিকাৰ হিচাবে ১৯৫৩ চনত অবসৰ লৈ ১৯৫৬ চনত গোস্বামীদেৱে নশ্বৰ দেহ ত্যাগ কৰে। তেখেতৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।

( উমাকান্ত গোস্বামী স্মৃতি গ্ৰন্থৰ সহায়ত লিখা )

১৬।১২।৯৯ ইং





# বিদ্যাৰত্ন অবলাকান্ত গোস্বামী এক অৱলোকন

পঁচিশ ফেব্রুৱাৰী, ১৯৯৮ ইং চন বুধবাৰে ৰাতি তিনিটা দহ মিনিটত অসম তথা ভাৰতৰ আগশাৰীৰ শিক্ষাবিদ, কৃতি শিক্ষক কৃষ্ণকান্ত গোস্বামী আৰু চন্দ্ৰ প্ৰভাদেৱীৰ ২য় সন্তান অৱলাকান্ত গোস্বামীদেৱে ৯৮ বছৰ বয়সত পলাশবাৰী থানাৰ অন্তৰ্গত খটিয়ামাৰী সত্ৰৰ নিজ বাসভৱনত ইহলীলা ত্যাগ কৰিলে। তেখেত সকৰে পৰা মেধাবী ছাত্ৰ আছিল। সদায় সঁচা কথা কৈছিল আৰু ন্যায়ত চলিছিল।

১৯২০ চনত তেখেতে কটন কলেজিয়েটৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম হৈ প্ৰথম বিভাগত মেট্ৰিকত উত্তীৰ্ণ হৈছিল। গণিতৰ দুখন কাকতত লেটাৰ নম্বৰ আৰু সংস্কৃতত অসমৰ ভিতৰত সৰ্ব্বোচ্চ নম্বৰ লাভ কৰি "আউনীআটী দত্তদেৱ গোস্বামী গোল্ড মেডেল" লাভ কৰিছিল। ১৯২২ চনত কটন কলেজৰ পৰা অসমৰ ভিতৰত প্ৰথম হৈ আই, এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। ১৯২৪ চনত উক্ত কলেজৰ পৰা দৰ্শনত সন্মানসহ প্ৰথম শ্ৰেণী লৈ বি-এ পাছ কৰিছিল। ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত প্ৰথম বিভাগত তৃতীয় স্থান পাই ১৯২৬ চনত এম-এ পাছ কৰিছিল। তেখেতে পৃথিৱীৰ অন্যতম বিশিষ্ট শিক্ষক ড° সৰ্বপল্লী ৰাধাকৃষ্ণণৰ প্ৰিয় ছাত্ৰ আছিল।

তেখেতে ১৯২৭ চনত বি-এল আৰু ১৯৩৭ চনত ঢাকা বিশ্ব-বিদ্যালয়ৰ পৰা বি-টি পাছ কৰিছিল।

পঢ়ি থকা অৱস্থাতে ১৯২২ চনৰ ২২ ডিচেম্বৰ তাৰিখে ৰামমোহন গোস্বামীৰ কন্যা শ্ৰীমতী নলিনী বালা দেৱীৰ লগত বিয়া হৈছিল। তেখেত সকলৰ ৭টি সন্তান। দুজন ল'ৰা আৰু পাঁচজনী ছোৱালী গোটেই কেইটি সন্তান উপযুক্ত।

পৰাধীন ভাৰতত তেখেতসকলে ভাবিছিল যে দেশ স্বাধীন হ'লে জনগণে দুবেলা শান্তিৰে খাব পাৰিব। ভাৰতত ৰামৰাজ্য স্থাপন হ'ব। কিন্তু দেশ স্বাধীন হোৱাৰ পিছত দেখিলে যে মানুহে ত্যাগৰ কথা পাহৰিলে। কেৱল নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰিব ধৰিলে। ধনীবিলাক বেছি ধনী হ'ল। দুখীয়া-বিলাক বেছি দুখীয়া হ'ল। সমাজত নিৱনুৱাৰ সৃষ্টি হ'ল। সমাজত অশান্তিৰ ধুমুহা ব'ব ধৰিলে। ই দেশৰ কাৰণে শুভ লক্ষণ নহয়। ৰামৰাজ্য বহুত দূৰত। ত্যাগ উপভোগতকৈ মিঠা। সেই কাৰণে ধৰ্মৰাজে (যুধিষ্ঠিৰে) পৰম স্বৰ্গ সুখকো শেষত পদাঘাত কৰিছিল।

তেখেতে পিতৃ-মাতৃৰ পৰা শিক্ষক হ'বলৈ অনুপ্ৰেৰণা পাইছিল। ১৯২৭ চনৰ ১ মাৰ্চ তাৰিখে তেখেতে ১৯২০ চনত স্থাপিত পলাশবাৰী আৰ, বি, হাইস্কুলত প্ৰধান শিক্ষক হিচাবে যোগ-দান কৰিছিল আৰু ১৯৬৬ চনৰ ৩১ জানুৱাৰী তাৰিখে অধ্যক্ষ হিচাবে অৱসৰ গ্ৰহণ কৰিছিল। প্ৰায় ৩৯ বছৰ কাল শিক্ষকতা কৰি কেৱল দক্ষিণ কামৰূপৰে নহয়, ভাৰতৰ এজন বিখ্যাত শিক্ষাবিদ হিচাবে জনাজাত হৈ পৰে। তেখেত এগৰাকী সমাজ সংস্কাৰক, সমাজ চিকিৎসক আৰু সকলোৰে মন জয় কৰা আদৰ্শ-বান আৰু সংস্কৃতিবান শিক্ষাবিদ আছিল। দক্ষিণ কামৰূপৰ এনে এজন ব্যক্তি নাই যিয়ে তেখেতক ভক্তি বা নমস্কাৰ কৰা নাছিল। তেখেতক হেড্‌মাষ্টৰ বুলি কলে আনন্দ পাইছিল

আৰু অধ্যক্ষ বুলি কলে ভাল নাপাইছিল। বৰপেটাৰ এম, চি, কলেজত তেখেতক অধ্যক্ষৰ পদ যাচিছিল। কিন্তু তেখেতে সেই পদ গ্ৰহণ নকৰিলে।

তেখেতে ১৯৬৭ চনত এম-এল-এ ও হৈছিল। কিন্তু ৰাজনীতি কৰি আনন্দ পোৱা নাছিল। শিক্ষকতা বহুত ভাল। শিক্ষকতাই বিমল আনন্দ দিয়ে।

ছাত্ৰ-ছাত্ৰীক মৰম কৰি পঢ়াব লাগে। শিক্ষক সকলক প্ৰধান শিক্ষকে খটুৱাব লাগে। শিক্ষকৰ ভুল হ'লে শুধৰাই দিব লাগে। স্কুলবিলাক সঘনে পৰিদৰ্শকৰ দ্বাৰা পৰীক্ষা কৰাব লাগে। ছাত্ৰ-ছাত্ৰী, শিক্ষক আৰু অভিভাৱকৰ মাজত মধুৰ সম্পৰ্ক থকা উচিত। বহুত অভিভাৱকে নিজৰ কৰ্ত্তব্য নাজানে। শিক্ষক সকলে নিজৰ পাঠ ভালদৰে শিকি ছাত্ৰ-ছাত্ৰীক পঢ়ুৱাব লাগে। ভাল শিক্ষকে ছাত্ৰ-ছাত্ৰীক আকৰ্ষণ কৰিব পাৰে।

উপদেশতকৈ আৰ্হি ভাল। এই কথা গোস্বামীদেৱে শিক্ষকতাৰ মাজেদি প্ৰমাণ কৰি গৈছে। ঘণ্টা পৰাৰ লগে লগে তেখেতে শ্ৰেণীত সোমায় আৰু সজীৱ বক্তৃতাৰে ছাত্ৰ-ছাত্ৰীক মনৰ খোৰাক যোগাইছিল।

শিক্ষকতাৰ লগত যদি জ্ঞানৰ সংযোগ নাথাকে তেন্তে শিক্ষা অভিশাপ স্বৰূপহে হয়। শিক্ষাৰ লগে লগে জ্ঞানী হোৱাত তেখেতে গুৰুত্ব দিছিল।

দক্ষিণ কামৰূপ মহাবিদ্যালয় স্থাপনত, পলাশবাৰী গৰাখহনীয়া বাইজৰ পুনৰ সংস্থাপনৰ কামত, পলাশবাৰী শাখা সাহিত্য সভাখন প্ৰতিষ্ঠাৰ ক্ষেত্ৰত, ১৯৬০ চনত মিৰ্জাত অনুষ্ঠিত অসম সাহিত্য সভাৰ ২৮ তম্ অধিবেশনৰ অৱদান যথেষ্ট।

তেখেত অসম পাঠ্যপুথি বাছনি সমিতি আৰু কেৰিকুলাম কমিটিৰ সদস্য আছিল। ১৯৪৮ চনৰ পৰা অৱসৰৰ সময়লৈকে সদৌ অসম সাহায্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সন্থাৰ সভাপতি হৈ আছিল।

তেখেত এডুকেছনেল ফৰাম নামৰ শিক্ষা সম্বন্ধীয় মুখপত্ৰ এখনৰ সম্পাদনা কৰিছিল।

স্কুল-কলেজৰ ছাত্ৰ ছাত্ৰীৰ বাবে তেখেতে সুটিয়া ভাবে "ষ্টেণ্ডাৰ্ড ইংলিচ গ্ৰামাৰ এণ্ড কম্পোজিছন" আৰু 'এ গেটৱে টু হাইগ্ৰেড্ ইংলিচ' দুখন পুথি লিখিছিল।

জগত বিখ্যাত জনকৃষ্টিৰ সাধক নহিবা সত্ৰত জন্মগ্ৰহণ কৰা ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে কৈছিল যে—"জীয়াই থাকোতে যি সন্মান পায় সেয়ে আচল।" অবলাকান্ত গোস্বামীদেৱে ৰাষ্ট্ৰপতিৰ পদক প্ৰাপ্ত বিশিষ্ট শিক্ষাবিদ। ১৯৯৭ চনৰ ১৬ ডিচেম্বৰত দক্ষিণ কামৰূপৰ লেখক-লেখিকা আৰু শিল্পী সমিতিয়ে তেওঁলোকৰ সপ্তম বাৰ্ষিক প্ৰতিষ্ঠা দিৱসত এক অন্তৰংগ আলাপেৰে বিশেষ "বিদ্যাৰত্ন" উপাধি প্ৰদান কৰে –তেখেতৰ খটিয়ামাৰীৰ নিজ বাসভৱনত। সমাজৰ বিভিন্ন অনুষ্ঠানে তেখেতক আদৰণি জনাইছিল।

নিজৰ পোছাক এৰিলে জাতীয়তা লোপ পায়। (স্বামী বিবেকানন্দ) গোস্বামীদেৱে খদ্দৰৰ ধুতি পাঞ্জাবী পিন্ধিছিল আৰু অসম তথা ভাৰতৰ কৃষ্টি বজাই ৰাখিব বিচাৰিছিল। "Simple living and high thinking' এইটো তেখেতৰ জীৱনৰ আদৰ্শ আছিল।

আগৰ দিনত মন্দিৰ, নামঘৰ, গোসাঁইঘৰ আদি কেৱল ভগৱানৰ নাম কীৰ্ত্তনৰে ঠাই নাছিল। এইবিলাকে সমাজখন সুচাৰুৰূপে চলাই সমাজত অৰ্থনৈতিক, অসামাজিক প্ৰবৃত্তিবোৰ ৰোধ কৰি সমাজত শান্তি-শৃঙ্খলা ৰক্ষা কৰাত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। আজি কালি নপুৰুষে গুৰু-গোসাঁই, বয়োজ্যেষ্ঠ সকলক নমনা হৈছে। ভ্ৰষ্টাচাৰে সমাজখন কলুষিত কৰি তুলিছে। তেখেতে আশা কৰে যে মন্দিৰ, নামঘৰ আদিয়ে ৰাইজক বিশেষকৈ ডেকা চামক অনুপ্ৰাণিত কৰি সমাজখন নিয়াৰিকৈ চলোৱাত সহায়ক হব।

মাধৱ পুৰুষে "নামঘোষাত" কৈছে—অধমে কেৱল দোষক দেখয়, মধ্যমে দেখয় দোষ-গুণ কৰিয়া বিচাৰ, উত্তমে কেৱল গুণকে দেখয়।" বিভিন্ন দিশৰ পৰা লক্ষ্য কৰিলে জানিব পাৰি যে গোস্বামীদেৱ এজন উত্তম শ্ৰেণীৰ ব্যক্তি আছিল।

প্ৰৱন্ধকাৰ শ্ৰীগজেন চন্দ্ৰ দাসে কয় যে "বহুলোক বিদ্যাৱন্ত হৈও সজ আৰু চৰিত্ৰৱান হব নোৱাৰে। কিন্তু গোস্বামীদেৱৰ ক্ষেত্ৰত এই দুয়োটা গুণেই আছিল পৰম সম্পদ। সেয়ে বোধহয় তেখেতক স্কুলৰ চকিদাৰৰ পৰা সহকৰ্মীলৈ আনকি গঞা লোকেও পৰম পূজনীয় ব্যক্তি হিচাবে সন্মান কৰিছিল।"

প্ৰৱন্ধ লিখক শ্ৰীসুৰেন্দ্ৰ মোহন গোস্বামীয়ে কয় যে "অৰ্জুনে কৃষ্ণৰ পৰা পোৱা শিক্ষা, ৰামকৃষ্ণ পৰমহংসৰ পৰা স্বামী বিবেকানন্দই পোৱা শিক্ষা, মাধৱদেৱে শঙ্কৰদেৱৰ পৰা পোৱা শিক্ষাৰ দৰে স্বৰ্গীয় গোস্বামীয়ে ছাত্ৰাৱস্থাতে মহান ব্যক্তি সকলৰ পৰা পোৱা শিক্ষাইও তেখেতক ত্যাগ আৰু উৎসৰ্গীকৃত মনোভাবৰ গৰাকী হবলৈ উদ্‌গণি দিছিল।

শ্ৰদ্ধেয়া ইন্দিৰা মিৰিৰ মতে শিক্ষক আদৰ্শবান হব লাগিব। তেওঁলোকৰ মুৰৰ পৰা ভৰিলৈ তেওঁলোক যে শিক্ষক এই কথা প্ৰকাশিত হ'ব লাগিব। তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ, স্বভাৱ-চৰিত্ৰ, জ্ঞান-বিজ্ঞান, বৃত্তিগত অৰ্হতা, নীতি-নিয়ম, জীৱন ধাৰা, জীৱন দৰ্শন আদি সকলোকেই প্ৰকাশ কৰিব লাগিব। তেওঁলোক আদৰ্শ শিক্ষক অকল শিক্ষানুষ্ঠানৰ চৌহদত নহয় ঘৰে-বাহিৰে, বাটে-ঘাটে, বজাৰে-সোমাৰে, মেলে-মিটিঙে সকলো ক্ষেত্ৰতেই তেওঁলোকৰ চৰিত্ৰ স্বীকাৰ্য্য হব লাগিব।"

মানুহৰ গাত পশুত্ব আৰু দেৱত্ব গুণ থাকে। পশুত্ব গুণ আতঁৰ কৰাই শিক্ষকৰ উদ্দেশ্য।

গোস্বামী এজন সমাজপ্ৰিয় লোক আছিল। কেতিয়াও মিছা কথা নকৈছিল। তেখেতে কৰ্মৰ মাজেৰে ধৰ্মক বিচাৰি পাইছিল।

পৰৰ চৰ্চা নকৰিছিল। বিলাসিতাৰ ওপৰত গুৰুত্ব দিয়া নাছিল।

তেখেত আছিল নিৰহংকাৰ আৰু সৰল প্ৰকৃতিৰ মানুহ। অন্যায় কৰি ধন ঘটাৰ পক্ষপাতী নাছিল। তেখেত এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ পক্ষপাতী আছিল। তেখেত আমাৰ চিৰনমস্য ব্যক্তি।

দক্ষিণ কামৰূপৰ শিক্ষাজগতত এটা নতুন জাগৰণ আনিবলৈ চেষ্টা কৰিছিল আৰু তাত সফলতা অৰ্জন কৰিছিল।

কৰ্মবীৰ মাজেদি অহা শান্তিয়ে প্ৰকৃতাৰ্থত চিৰন্তন শাশ্বত আৰু সনাতন। তেখেতৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল। তথাপি আমি সান্ত্বনা লভিবই লাগিব। কবিৰ ভাষাত কব লাগিলে –

"ভাগি গ'ল বীণখনি, ছিগি গ'ল তাঁৰ
ৰই গ'ল অৱশেষ অমিয় জোকাৰ।"



# সন্যাসী জল্টিৰাম কলিতা

ইংৰাজী ১৮৮০ চনত পলাশবাৰী থানাৰ অন্তৰ্গত ৰামপুৰ গাঁৱত জল্টিৰাম কলিতাৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম আছিল বুক্‌জুৰ কলিতা তেখেত প্ৰথমে মণ্ডল আৰু পিছত স্কুলৰ শিক্ষক হয়। মাতৃ আছিল বগী বালা কলিতা। তেওঁলোকৰ চাৰিজন সন্তান। জল্টিৰাম, বাঞ্চিৰাম, গঙ্গাৰাম, পদ্মৰাম আৰু ছোৱালী আছিল ৬ জনী।

জল্টিৰাম চোকা বুদ্ধিৰ ল'ৰা আছিল। তেওঁৰ স্মৃতি শক্তি প্ৰখৰ আছিল। তেওঁ এল পি স্কুল পাছ কৰি খেতি-বাতি কৰিছিল।

তেওঁলোকৰ ৰামপুৰৰ বাহিৰেও বালাসিদ্ধি, ছয়গাওঁ পান্‌টান, বাঘৰদিয়া আদিত বাহাৰ (ঘৰবাৰীসহ খেতি কৰা ঠাই) আছিল। ধান খেতি, সৰিয়হ খেতি, কুহিয়াৰ খেতি, মাহ জাতীয় খেতি, নানা ধৰণৰ শাক-পাচলি ফলমূলৰ খেতি কৰিছিল। গাই গৰু পুহিছিল। কেবাহালো হাল বোৱা আৰু গাড়ী টনা গৰু আছিল। তেওঁ জন্তুক বৰ মৰম কৰিছিল। বাৰীত নাৰিকল, তামোল, আম-কঠাল, বেলগছ, আমলখি, খেজুৰ গছ আদি আছিল। তেওঁ খেতিৰ দৰ্কাৰী সজ্‌লিবোৰ নিজে তৈয়াৰ কৰিব জানিছিল। ৰচি, পঘা আদি সুন্দৰ কৈ তৈয়াৰ কৰিব জানিছিল।

১৯০২ চনত ৰামপুৰৰ আনন্দিৰাম মজুমদাৰৰ কন্যা অম্বালিকা মজুমদাৰক বিয়া কৰাইছিল।

তেওঁলোকৰ সন্তান ৩ টি। ৺ যোগেন কলিতা, শ্ৰীখগেন কলিতা আৰু শ্ৰীসুবল কলিতা।

১৯৩৮ চনত জল্টিৰাম কলিতাৰ পত্নীৰ মৃত্যু হয়। তেতিয়া তেওঁৰ সংসাৰৰ প্ৰতি বৈৰাগ্য ভাব জন্মে আৰু ল'ৰা তিনিজনক

সৰু ভায়েক পদ্মৰাম কলিতাৰ হাতত গটাই দি ঘৰৰ পৰা ওলায় যায় আৰু ১২ বছৰ কাল সন্যাসী হৈ ভকতসকলৰ লগত নানা ধৰণৰ শাস্ত্ৰ পঢ়ে আৰু শুনে। পঢ়োতে পঢ়োতে আৰু শুনোতে শুনোতে তেওঁৰ শাস্ত্ৰবোৰ মুখস্থ হয়। তেওঁ প্ৰায়ে সাঁচিপাতৰ পুথি পঢ়িছিল। গীতা, ভাগৱত, কীৰ্ত্তন, নামঘোষা ইত্যাদি।

১২ বছৰমান পিছত ঘৰলৈ উভতি আহে। তেতিয়া তেওঁ এখন ধূতি পিন্ধে আৰু তাৰে এটা অংশৰে গাটো ঢাকি ৰাখে। চোলা নিপিন্ধে, ভৰিত জোতা, চেন্দেল নিপিন্ধে। দাড়ি, চুলি ৰাখিছিল। তেওঁ নিজে ভাত ৰান্ধি খাইছিল। বাৰীত শাক-পাচলিৰ খেতি কৰিছিল আৰু গাইগৰু এজনী পুহিছিল। তেওঁ নিজে ৰন্ধা খাদ্য সৰু সৰু ল'ৰা ছোৱালীকো দিছিল।

তেওঁ ধৰ্মৰ কথা আলোচনা কৰিছিল। বিষ্ণুভকত, নন্দিভকত, মালবুঢ়া প্ৰেমানন্দ ভকত আদিৰ লগত ধৰ্মৰ কথাত তৰ্ক-বিতৰ্ক হলে মূহুৰ্ত্ততে কোন পৃষ্ঠাত কি আছে উলিয়াই দিব পাৰিছিল।

ঠাণ্ডাৰ দিনত কাঠিত ( বাৰান্দাত ) বহি জুই পুৱাইছিল আৰু শাস্ত্ৰৰ কথা বিলাক আলোচনা কৰিছিল।

তেওঁ কৈছিল - সত্যই ভগৱান। সত্যক উপলব্ধি কৰিবলৈ অহিংসাই একমাত্ৰ উপায়। যাৰ অন্তৰ শুদ্ধ হোৱা নাই তেওঁ অহিংসাৰ নিয়ম পালন কৰিবলৈ যোৱাটো এটা অলীক সপোন মাথোন। মানুহৰ ভিতৰত আত্মা আছে। ই অমৰণ। ইয়াক অস্ত্ৰই ছেদন কৰিব নোৱাৰে, জুইয়ে দহন কৰিব নোৱাৰে, পানীয়ে ভিজাব নোৱাৰে, বতাহে শুকাব নোৱাৰে। আত্মা সনাতন।

কৰ্ম ভক্তি আৰু জ্ঞান পৰস্পৰ সম্বন্ধ জড়িত। এই তিনিটা পৃথক নহয়, মাথোন এক সাধনাৰে পৃথক পৃথক স্তৰ। জ্ঞানৰ

পোহৰত অজ্ঞান, অবিদ্যা মায়া বা ভ্ৰান্তি দূৰ কৰি মুক্তি সম্ভৱ হয়।

যিবোৰ বস্তু যি তাক ঠিক সেই ৰূপে দেখা বা জনাৰ নাম জ্ঞান। মৰণ কালত যি ভাব লৈ মৃত্যু হয় সেই ভাবেই জীৱন গঠিত হয়। ভৰত ৰজাই মৃত্যুৰ সময়ত হৰিণাৰ কথা মনত পৰাত পিছৰ জন্মত তেওঁ হৰিণীৰ গৰ্ভত মৃগ শৰীৰ লৈ জন্ম হৈছিল, পুৰুঞ্জনে মৰণ কালত তিৰোতাৰ কথা ভবাৰ কাৰণে পিছৰ জন্মত স্ত্ৰী হৈ বিদৰ্ভ ৰজাৰ কন্যা ৰূপে জন্ম গ্ৰহণ কৰিছিল। সেই কাৰণে অন্ত কালত ভগৱানৰ নাম স্মৰণ কৰিব পাৰিলে ব্ৰহ্মভাব লাভ হয়।

হিন্দুধৰ্ম মতে সকলো জীৱৰে আত্মা আছে। ইহ জনমত কৰা ভাল বেয়া কৰ্ম অনুসৰি পিছৰ জনমত ফল ভোগ কৰে। গতিকে আত্মাৰ পুনৰ্জন্ম হয়।

"মোক অসৎ পথৰ পৰা সৎপথলৈ নিয়া, অন্ধকাৰপৰা পোহৰলৈ নিয়া, মৃত্যুৰ পৰা অমৰত্ব দান কৰা।"

মানুহক উপকাৰ কৰিবা, উপকাৰ কৰিব নোৱাৰিলেও অন্যায় কেতিয়াও নকৰিবা।

১৯৫২ চনৰ পুহ মাহৰ কৃষ্ণপক্ষ নৱমী তিথিত জল্টিৰাম কলিতাৰ মৃত্যু হয়। তেওঁ কৈছিল— "মই পিণ্ড খাব নাহো। পাৰিলে মানুহক তিথিৰ দিনা অন্নদান কৰিবা, নোৱাৰিলে গৰু হালকে পেট ভৰাই ঘাঁহ খুৱাবা।"



# জ্ঞান-কৰ্মাশ্ৰমী পদ্মৰাম কলিতা

পদ্মৰাম কলিতাৰ বিখ্যাত ৰামপুৰত ১৯০০ চনৰ আঘোণ মাহৰ বৃহস্পতিবাৰে শুক্ল পক্ষত (২২ নবেম্বৰ) জন্ম। পিতৃ বুকুজুৰ কলিতা (মণ্ডল), পাচত মজলীয়া স্কুলৰ পণ্ডিত হয়। ১৯২৭ চনত পদ্মৰাম কলিতাৰ ৰামপুৰৰ ওচৰৰ সৰু-তেজপুৰৰ (কামৰূপ) ৺সৰুমাই কলিতাৰ লগত বিয়া হয়। তেওঁৰ পাঁচজন ল'ৰা ক্ৰমে— শ্ৰীপবিত্ৰ কুমাৰ দাস, অৱসৰপ্ৰাপ্ত জিলা দণ্ড ন্যায়ধীক্ষ, অধ্যাপক পৰমানন্দ কলিতা, ৺প্ৰবীৰ কুমাৰ কলিতা বি, এ, জ্যোতিষ কলিতা আৰু হেমন্ত কলিতা বি, এচ, চি আৰু তিনিজনী ছোৱালী সাবিত্ৰী কলিতা, ৺অনিতা আৰু শ্ৰীমতী সুলোচনা কলিতা।

এওঁ পলাশবাৰী এম, ই স্কুলৰ পৰা এম, ই পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজিয়েটত নাম লিখেহি আৰু দশমমান শ্ৰেণীলৈ পঢ়িয়ে শিক্ষা সমাপ্ত কৰে। তেতিয়া কটনকলেজৰ শিক্ষক (পাচত প্ৰধান শিক্ষক) আছিল অন্নৰাম বৰুৱা। কলিতা অঙ্কত বৰ চোকা আছিল বাবে গণিতজ্ঞ ৺অন্নৰাম বৰুৱাই তেওঁক মৰম কৰিছিল। সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা আছিল তেওঁৰ সহপাঠী। গান্ধীৰ আদৰ্শত তেওঁ ব্ৰতী হৈ ১৯২১ চনত স্কুল ত্যাগ কৰে আৰু স্বাধীনতাৰ যুদ্ধত জপিয়াই পৰে। তেওঁলোক চাৰিজন ভাই ককাই (পদ্মৰাম, জন্টি, বাঞ্ছি আৰু গঙ্গা) ৺পদ্মৰাম কলিতাৰ ডাঙৰ ককায়েকে সংসাৰৰ পৰা আঁতৰি সন্যাস ধৰ্ম গ্ৰহণ কৰে। আন ভায়েকৰো মৃত্যুৰ পাচত (১৯২২ চন) পদ্মৰাম কলিতাই ৩০ জন পৰিয়ালৰ দায়িত্ব লবলগীয়া হয়। তেওঁৰ দেউতাকৰ ছয়গাওঁৰ পাণ্টান মৌজাত বালাহেদি (বালাসিদ্ধি) গাৱঁত খেতিৰ মাটি আছিল— গতিকে খেতি কৰি জীৱিকা উলিয়াবলৈ ঠিক কৰিছিল। ৰাম-

পুবৰ পৰা তেতিয়া গুৱাহাটীলৈ গৰুৰ গাড়ীৰেহে আহিব লাগিছিল- যাত্ৰাৰ সু ব্যৱস্থা নাছিল। ৰামপুৰৰ পৰা আহি ৰাতি হ'লে জালুকবাৰীৰ খানা মুখতে বৈছিল ( তাতে খানা খাইছিল বাবে খানা মুখ হ'ল?) হাবিতলীয়া বাট-পথ। গুৱাহাটীৰ কুমাৰপাৰাৰ ৰতি শৰ্মা হাকিমৰ ঘৰত থাকি তেওঁ অধ্যয়ন কৰিছিল।

যেতিয়া তেওঁ অধ্যয়ন সমাপ্ত কৰি গান্ধীৰ আদৰ্শত ব্ৰতী হ'ল তেতিয়া তেওঁ গোপালন আৰু কৃষিকৰ্মকে জীৱিকা কৰি ললে, গৰুৰ দানা দিব নোৱাৰিলে নিজৰ বাবে ৰন্ধা খোৱা ভাত সাঁজীকে তেওঁ গৰুক দিছিল। গৰুক দানা দিয়াৰ বাবে তেওঁৰ দহ ডুনীয়া ( একদোনত প্ৰায় ৫ সেৰ থাকে ) থালী এটা আছিল। তেওঁৰ বাৰীখনো আছিল চকুত লগা। আম, কঠাল, তামোল-পাণ, নাৰিকল, বাঁহ-বেত, আৰু বিভিন্ন গছ-গছনিৰে ভৰা বস্তি এখন ছয় গাৱঁতো আছিল, তেওঁৰ ঘৰত দিনে দুই মোন গাখীৰ হৈছিল। হালবোৱা গৰু আছিল ছহাল। কবি, মূলা আৰু বিভিন্ন শাক-পাচলি প্ৰচুৰ পৰিমাণে উৎপন্ন কৰি নিজৰ পৰিয়ালৰ বাহিৰেও আনকো বিলাইছিল। সেই সময়ত তেওঁৰ যিখিনি শিক্ষা তাৰে তেওঁ চাকৰি এটা নিশ্চয় যোগাৰ কৰি লব পাৰিলেহেঁতেন কিন্তু আদৰ্শ খেতিয়ক হোৱাৰ আদৰ্শৰে চাকৰিৰ মোহ এৰি খেতিয়ক হ'ল। ছয়গাঁৱৰ পৰা ১৯৭২ চনত তেওঁ ৰামপুৰলৈ আহে। ইয়ালৈ আহিও তেওঁ মাছৰ পুখুৰী, আমৰ বাগান, তামোল, নাৰিকল, জলফাই, লেচু, আনাৰস, ডালিম, কল আদিৰ বাগান খুলিছিল। তেওঁৰ বাগানত নানা ধৰণৰ ঔষধৰ গছ ৰোপন কৰিছিল। অৰ্জুন, শিলিখা, আমলখি, আদি গছ ৰোপন কৰিছিল। তেওঁৰ মাছ খোৱা পুখুৰী দুটা আছিল। তাত সৌন্দৰ্য্য বৃদ্ধিৰ বাবে পুহিছিল ৰাজহাঁহ। এই ৰাজ হাঁহ মানুহে ভক্ষন নকৰিছিল।

তেওঁ সময়ৰ আহ্বান মানি চলিছিল। সেয়ে হঁাহৰ লগত কুৰ্গীও পুহিছিল।

তেওঁ মানুহক সহায় কৰি দিহা-পৰামৰ্শ দি ভাল পাইছিল। মানুহক ধান, তামোল, আম, কঠাল দি সহায় কৰিছিল। গঁাৱৰ কোনো লোকৰ নৰিয়া হ'লে লবি গৈ খবৰ লৈছিল। গঁাৱৰ ল'ৰা-ছোৱালীৰ পঢ়া-শুনাৰ খবৰ লৈছিল আৰু অঙ্ক ইংৰাজিৰ জ্ঞান দিছিল। তেওঁ সকলো ধৰণৰ শাস্ত্ৰ অধ্যয়ন কৰিছিল। মন্দিৰতকৈ স্কুল কলেজ স্থাপন কৰাত তেওঁ গুৰুত্ব দিছিল। শিক্ষানুষ্ঠান, ধৰ্মানুষ্ঠনাক সমানে মূল্য দিছিল। কৰ্মৰ মাজেদি তেওঁ ধৰ্মক বিচাৰি চাইছিল। ডাক্তৰৰ দৰবতকৈ খাদ্যৰ সহায়ত স্বাস্থ্য ৰক্ষা কৰাত তেওঁ অধিক গুৰুত্ব আৰোপ কৰিছিল। মৃত্যুৰ আগলৈ তেওঁৰ ব্যাধি নাছিল।

শঙ্কৰদেৱৰ বৰগীত আৰু ৰবীন্দ্ৰ সংগীত তেওঁৰ প্ৰিয় আছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শৰ তেওঁ অনুগামী। সঁচা কথাৰ তেওঁ মুখা মুখিকৈ প্ৰতিবাদ কৰিছিল। পৰচৰ্চা নকৰিছিল।

"কৰ্ম কৰি আৰ্জিম" এয়ে তেওঁৰ জীৱনৰ লক্ষ্য আছিল। বিলাসিতাৰ ওপৰত তেওঁ যোৰ নিদিছিল। গধূলি ভঁড়ালৰ পৰা কেতিয়াও কাকো ধান নিদিছিল কিন্তু দুখীয়া মানুহ গ'লে গধূলিও ধান ভঁড়ালৰ পৰা উলিয়াই দিছিল। "কৰ্ম কৰিলে ধন আৰ্জিব পাৰি" এয়ে তেওঁৰ বিশ্বাস। ল'ৰা ছোৱালীৰ পঢ়া-শুনাত তেওঁ অধিক জোৰ দিছিল। তেওঁৰ গঁাৱৰ ল'ৰা-ছোৱালীক নিজৰ ল'ৰা ছোৱালীৰ নিচিনাকৈ শিক্ষা দিব বিচাৰিছিল। গধূলি পঢ়া টেবুলত গৈ খবৰ লৈছিল।

"কৰ্মৰ দুগোটা ফল জানা সব্যসাচী
সুখুজিলে মাধৱে আপুনি দেন্ত যাচি"

এই কথাৰ প্ৰতি তেওঁ সততে দৃষ্টি ৰাখিছিল।

( ২৬ ফেব্ৰুৱাৰী ১৯৮৭ চনৰ ) 'আসাম ট্ৰিবিউনত' খবৰ

পালো (ফাগুন মাহ কৃষ্ণপক্ষ দ্বাদশী তিথি) ২৪ ফেব্ৰুৱাৰীৰ নিশা পদ্মৰাম কলিতাৰ দেহাৱসান ঘটিল—তাত পঢ়িলোঁ।—"Death occuried of Sri Padma Ram Kalita freedom fighter, noted social worker and a progressives social worker and a prograssive farmer at his residence at Rampur village in South Kamrup last night due to old age ailment. He was 86 and leaves behind his wife, two married daughters and four sons.

তেওঁৰ পত্নী সৰুমাই কলিতা এগৰাকী গ্ৰাম্যপ্ৰেমী আদৰ্শ মাতৃ আছিল। তেওঁৰ বিষয়ে 'সৰুমাই কলিতা' জীৱনীত লিখা হৈছে।

পদ্মৰাম কলিতাৰ বোৱাৰী শ্ৰীমতী পুণ্যপ্ৰভা কলিতা বিখ্যাত ব্যৱসায়ী ললিতচন্দ্ৰ ভৰালীৰ কন্যা যদিও তেওঁ নিজহাতে ঘৰৰ সকলো কাম কৰে। গ্ৰাম্য জীৱন তেওঁৰ বৰ প্ৰিয়। পদ্মৰাম কলিতাৰ জীৱনীটো সংগ্ৰহ কৰি ( ১৭।২।৯১ ) অধ্যাপক পৰমা কলিতাৰ আগত পঢ়ি আছিলোঁ।— সেই সময়ত অধ্যাপক কলিতাৰ পত্নী আছিল ঘৰুৱা কামত ব্যস্ত। এনেতে তেওঁ মাত লগাইছিল "আপুনি পঢ়া শুনি আছোঁ। বঢ়িয়া হৈছে। আমি কাম কৰা মানুহ নহয় কামো থাকে, কাণো থাকে।"

পদ্মৰাম কলিতাৰ বৰ পুত্ৰ শ্ৰীপবিত্ৰকুমাৰ দাসে, তেওঁৰ পিতৃৰ জীৱনী সংগ্ৰহ কৰিবলৈ ৰামপুৰলৈ যাওতে এটা সুন্দৰ মন্তব্য দিছিল, "এজন মানুহৰ জীৱনী লিখোতে মন কৰিব লাগে—তেওঁ পিতৃ হিচাপে কেনে ভাতৃ বা ককায়েক হিচাপে কেনে? শহুৰ বা শাহু হিচাপে কেনে? ককাক হিচাপে কেনে? ইত্যাদি।" এই দৃষ্টিকোণৰ পৰা চালে দেখা যায় প্ৰয়াত পদ্মৰাম কলিতা এজন সৰ্ব্বগুণী লোক আছিল।



---

ৰচক—ড° ভৃগু মোহন গোস্বামী।



# গ্ৰাম্যপ্ৰেমী সৰুমাই কলিতা

২১ জুন, ১৯৯০ চন। পদ্মৰাম কলিতাৰ পত্নী সৰুমাই কলিতাক তেওঁলোকৰ দ্বিতীয় পুত্ৰ অধ্যাপক পৰমানন্দ কলিতাৰ গুৱাহাটীৰ আমবাৰীৰ ঘৰত লগ পাইছিলোঁ। তেওঁ কৈছিল, "মোৰ ফাগুণ মাহৰ শুক্ল পক্ষত মঙ্গলবাৰে জন্ম (১৯০৬ চন)। শুনিছোঁ ৰাতিপুৱা কাউৰ কুকুৰ বাটত নোলোৱাতে মোৰ জন্ম। (ৰাতিপুৱা ৪ বজা)।" মই গৈ পোৱাৰ লগতে পৰমা কলিতাৰ পত্নী পুণ্যপ্ৰভা ভড়ালীক (কলিতা) কৈছিলোঁ, "আপোনালোকৰ ঘৰত লক্ষ্মী-সৰস্বতী দুয়োটা আছে।" মোৰ কথাত সমৰ্থন জনাই সৰুমাই কলিতাই কৈছিল, "হয় বাপা হয়, লক্ষ্মী-সৰস্বতী দুয়োটা লাগে।"

সৰুমাই কলিতাও তেওঁৰ স্বামীৰ দৰে নগৰত থাকি ভাল নাপাইছিল। তেওঁ কৈছিল, "ৰামপুৰ জাগাটুকুৰা বেলেগ, আমাৰ ৰামপুৰৰ চোতালবিলাক বহল বহল, ঘৰবিলাক ডাঙৰ ডাঙৰ। ইয়াৰ নামটোহে গুৱাহাটী, ইমান লেতেৰা! আমাৰ তাত গোন্ধ নাই। ফট্ ফট্ কৰে। মই ইয়াত থাকি ভাল নাপাওঁ।" মাকৰ এই কথা শুনি পৰমা কলিতাই কৈ উঠিছিল, "পিতাইও ভাল নাপাইছিল।"

সকমাই কলিতাক তেওঁৰ পিতৃ-মাতৃৰ কথা সোধোতে কৈছিল, 'মাৰ ঘৰ কোৰোতে' ( ৰামপুৰৰ ), তেজপুৰত, সৰু তেজপুৰত। বাপাৰ ( পিতৃ ) নাম ভদ্ৰ কলিতা। মাক তেওঁ-লোকৰ ঘৰত 'নামামাই' 'নামামাই' বুলি মাতোতে নামামায়ে হৈছিল গৈ। মোকো 'সকমাই' সকমাই' কৰোতে মোৰ নামো 'সকমাই' হ'ল। বেলেগ নাম মোৰ নাই। এতিয়া ৮৪ বছৰ হ'ল।"

"মই একপইচাৰ দিনৰ মানুহ" বুলি কৈ সকমাই কলিতাই আকৌ কৈ গৈছিল" হে বাপা এক পইচাত তিনি পাই, তাৰে দুখীয়া মানুহেও খাইছিল। দুখীয়া বিলাকে আধা পইচাৰ তেল আধা পইচাৰ নুন ( লোণ ) কিনিয়েই চলিব পাৰিছিল। নুনৰ বস্তাত বাপা পাঁচ টকা। ধানৰ মোনে বাৰ অনা। আমি খেতিয়কৰ ঘৰৰ মানুহ। ময়ে মোণত ১২ অনাকৈ ধান বেচা মনত পৰে।" অলপ বৈ সকমাই কলিতাই আকৌ কলে, "বাপা, কি দিন পৰিল। যুগ যেন দুটা দেখা পাইছো। এটা যুগ যেন গেল। আনটো যুগ যেন আহিল। মোৰো যাবৰ হ'ল।" এই দৰে কৈ এইবাৰ গাই এজনীৰ কথা কলে, "গাইটো শুকাই গল। গাইটোৰ গা মুৰ পিহি দিলো, মই গাইটোক কলো, "তই মোক এৰি আগতীয়াকৈ যাব খোজা !" এইদৰে কৈ গাইটোৰ চকুৰ পানী মচি দিলোঁ। তাৰে পৰা শুচি আহিলো। ৰাতি উঠি গাইটো আকৌ এলাগ চাইছোঁ। পুৱা গাইটো মৰিল।"

সকমাই কলিতাৰ বিয়াৰ কথা ওলাল। তেওঁ কলে, "ধনী মানুহৰ বিয়া হ'লে তেলভাৰত ( জোৰণ ) সাত কুৰি ভাৰ টেকেলি ভেটুৱা দিব লাগে। দুখীয়াবিলাকে যদি ডেৰকুৰি ভাৰো নিয়ে একো বেয়া নেপায়। সেই ভেটুৱাবোৰত সান্দহ, লাডু থাকে। তেতিয়া বিয়াত খাটো দিব নালাগে, চিয়াৰো দিব

নালাগে।” কথাৰ মাজতে মই ক'লো “কিন্তু গাই এজনী দিব লাগিছিল।” এই বুলি কোৱাৰ লগে লগে তেওঁ কৈ উঠিল, ‘মাইৰ বিয়াত দিয়া গাইৰ স'চ এতিয়াও আছে। মোৰ বিয়াত দিয়া গাইৰ স'চো আছে।”

বিয়াৰ খাতাকৰা (খাতিৰা কৰা, বিয়াৰ দিন স্থিৰ কৰা) ভাৰখন মাছৰ, সেই ভাৰো দৰা ঘৰে দিয়ে।”

কন্যা পাত্তিত বহাৰ লগে লগে মালিতাৰ নিচিনাকৈ বৰ্ণাই থোৱা গীত এটা গুণ গুণাই গাই শুনালে—

মাতৃ আছিল আপোনাৰ শাহু আছিল পৰ
আজি ধৰি শাহু হ'ল আপোন, হ'ল পৰ
আজি ধৰি শূন্য হ'ল মায়েৰৰ ঘৰ ইত্যাদি—

এই গীতটো মাক, পিতাক, খুড়াক, ভায়েক সকলোৰে নাম ধৰি ধৰি বৰ্ণাই গাই যায়।

“আপুনি স্কুলত কিমান পঢ়িছিল?” বুলি সোধাত তেওঁ কৈছিল, “এহ্ বাপা, আমাৰ দিনত স্কুলক গ'লে সম্মান যায়, এটা পণ্ডিতে মোক স্কুলক লেগি জোৰ কৰি নিছিল। ধনী-মানুহৰ আপী কাৰে পঢ়বা নাযায়। যাৰ কাৰে কিছু নাই সিহঁতৰ আপীহে পঢ়বা যায়। তেতিয়া ওলটা দিন। সাত পথেলীৰ ফুল্‌ই (মালি) পঢ়িছিল। পাচত মাষ্টৰনী হ'ল। এতিয়া মোক সোধে—পুতেৰেহঁতে চিঠি দিলে পঢ়্বা পাৰা?” মোক বৰ ধিক্‌কাৰ দিয়ে। সকমাই নিৰক্ষৰ আছিল যদিও তেওঁ শুনি শুনিয়ে অনেক জ্ঞান লাভ কৰিছিল। ধাৰ্মমিটাৰো চাবলৈ জানিছিল।

সন্তান জন্মিলে কি কৰে বুলি সোধাত কৈছিল, “পাচদিনৰ দিনা নাইবা আহুজ (অশৌচ) যাবাৰ দিনা গণাক মাতি গণনা কৰে। কোনোৱে আখ্‌ৰা কৰে, কোনোৱে কুষ্ঠী কৰে।

আমাক কুষ্ঠী কৰ্‌বা নিদিছিল। আপী হ'লে মাহৰ মূৰত জালাৰ নাম ধৰোঁ আৰু আপা হ'লে লাকৰ নাম ধৰোঁ।"

পৰমা কলিতাৰ দেউতাকৰ শিক্ষা আদিৰ কথা ওলোৱাত কলে "পিতাকে পৰীক্ষা নিদিয়াকে ভলেণ্টাৰ হ'ল—গান্ধী মহাত্মাৰ ধৰ্ম ৰাখ্‌লা চাকৰিও নক্‌ৰিলা পইচাও নালাৰিলা। হালবাই ভাত খাই মৰিল।" আকৌ ক'লে, "ভাখ্‌ৰীক ভাখ্‌ৰীক ধান, ধান বেচিলে মইহে বেচো, পইচা নাৰাৰিলা। বাপাইঁতে গুৱাহাটীত পঢ়িলা, মইহে খবৰ লবলৈ আহোঁ।"

"আপুনি ৰৰ ফৰৱাড" শব্দটো বুজি পালে; আকৌ হাঁহি এটা মাৰি কৈ গ'ল—"আমাৰ দিনত হাৱাগাড়ী নাছিল। গুৱাহাটীক বুলি আহিছিলো। তেতিয়া মানুহে বুলি ফুৰিছিল।" মাকৰ এই কথা শুনি পৰমা কলিতাই কৈ উঠিছিল" আগতে আমাৰ সিফালৰ (ৰামপুৰৰ মানুহ গুৱাহাটীলৈ আহিলে জালুকবাৰীৰ খানামুখত ৰৈছিল। তাতে খানা খাইছিল। হাবি-তলীয়া বাট-পথ। ৰাতি গুৱাহাটীলৈ আহিবলৈ ভয় কৰিছিল।"

সোণবৰিষ ৰজা'ৰ সাধুটো সৰুমাই কলিতাই কৈ শুনাইছিল। সেই একেটা সাধু পুৱ কামৰূপৰ টিতকুচিটো মই শুনিছিলো। কাণ বিন্ধোৱা বা কৰ্ণবেধ আমাৰ অসমীয়া সমাজৰ এটা উৎসৱ আছিল। সৰুমাই কলিতা কাণ ফুটোৱা কাৰ্য্যতো পটু আছিল।

২৩ নৱেম্বৰ ১৯৯১ চনৰ বুধবাৰে (পুহ মাহ, দ্বিতীয় কৃষ্ণ পক্ষ) গ্ৰাম্যপ্ৰেমী সৰুমাই কলিতাৰ ৰামপুৰত মৃত্যু হয়। তেওঁৰ মৃত্যুত ৰামপুৰ অঞ্চলত শোকৰ ছাঁ বিয়পি পৰে।



## প্ৰগতিশীল ব্যক্তি—ধুবুৰীৰ বি, এন কলেজ অধ্যক্ষ—যাদব নাৰায়ণ দাস

ইংৰাজী ১৯১৮ চনত জগত বিখ্যাত মুগা-আৰু পাট কাপোৰৰ কেন্দ্ৰ শুৱালকুছিত যাদব নাৰায়ণ দাসৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল কৃষ্ণৰাম দাস আৰু মাতৃ আছিল ফুলচানা দাস।

তেখেত সৰুৰে পৰা মেধাবী ছাত্ৰ আছিল। গান-বাজনা আদিতো তেখেতৰ নিচা আছিল ফুটবল খেলায়ো তেখেতৰ প্ৰিয় আছিল। তেখেতে সুখ্যাতিৰে পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা মেট্ৰিক পাচ কৰে। তেখেত বিশিষ্ট শিক্ষাবিদ অৰলা কান্ত গোস্বামীৰ প্ৰিয় ছাত্ৰ। তেখেত কলিকতাত পঢ়ি আই, এ, বি এ, আৰু অসমীয়াত এম, এ পাচ কৰে। ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ত অসমৰ পৰা অসমীয়াত এম এ পাচ কৰা প্ৰথম বেট্‌চৰ চাৰিজনৰ এজন যাদব নাৰায়ণ দাস।

দ্বিতীয় মহাযুদ্ধৰ সময়ত তেখেতে এবছৰ Indian Air force অত পাইলট হিচাবে Service Training লৈছিল। তেখেত আছিল গুৱাহাটীৰ ইষ্টাৰ্ণ ইনদাষ্ট্ৰিয়েল বেংকৰ মেনেজাৰ।

দাসৰ অসমীয়া, ইংৰাজী, বঙালী আৰু পালি ভাষাত দখল আছিল। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যই (প্ৰাক্তন অধ্যক্ষ বি বৰুৱা কলেজ) লিখকক জনালে যে ১৯৪৩ চনত ড° ভট্টাচাৰ্য বি বৰুৱা কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ অছিল। দাস অছিল বি বৰুৱা কলেজৰ অসমীয়াৰ প্ৰতিষ্ঠাতা অধ্যাপক। তেখেত এজন কৃতি শিক্ষক আৰু পিন্ধন উৰনত ফাট-ফিট চাহাবী ষ্টাইল। তেখেত আছিল এজন দেখনিয়াৰ ব্যক্তি আৰু তেখেতৰ ব্যৱহাৰত মানুহ মুগ্ধ হৈছিল।

১৯৪৮ চনত দাসে ধুবুৰীৰ বি এন কলেজত প্ৰবক্তা হিচাবে যোগদান কৰে। ১৯৫৮ চনত উক্ত কলেজত অধ্যক্ষ হয় আৰু সুখ্যাতিৰে কাম কৰি ১৯৭৬ চনত অৱসৰ গ্ৰহণ কৰে।

তেখেত এজন হাড়ে-হিমজুয়ে অসমীয়াক ভাল পোৱা ব্যক্তি। অসমীয়া ভাষা, অসমীয়া সাহিত্য, অসমীয়া সাংস্কৃতিৰ উন্নতিৰ কাৰণে দেহেকেহে লাগি থকা অন্যতম ব্যক্তি।

The Assam Tribune, Monday, November 11, 1985 অত উদ্ধৱ চন্দ্ৰ কলিতাই এইদৰে লিখিছে—"Sri Das become a symbol of hope, aspiration and courage of the people of the backward district of Assam, He was closely connected with almost all social, cultural and educational asfects of lower, Assam: It was because of his stren tous efforts and ceaseless endeavour, that the Silver Jubilee Session of the Assam Sahitya could be held at Dhubri in 1956. He was not only a Life member of Assam Sahitya Sabha but also the guiding spirit of all progresive and development works of the place.

The celebration of Bezbarua centenery in 1958 and holding of Assam Sahitya sabha session in 1972 were possible because of his sincere efforts."

যাদব নাৰায়ণ দাস বহু বছৰ ধৰি 'Railway selection Board' ৰ মেম্বাৰ আছিল। তেখেত অসমীয়া জাতিৰ উন্নতিৰ কাৰণে চেষ্টা কৰা ব্যক্তি আছিল। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনত তেখেতৰ অৱদান আছে।

১৯৭৯-৮৫ চনৰ ছয় বছৰীয়া গন আন্দোলনত যাদব দা ধুবুৰী গন সংগ্ৰাম পৰিষদৰ সক্ৰিয় সভাপতি আছিল আৰু তেখেতক গ্ৰেপ্তাৰ কৰিছিল।

১৯৪৫ চনৰ ৩ ফেব্ৰুৱাৰী তাৰিখে তেখেতে পলাশবাৰী থানাৰ অন্তৰ্গত পাৰ্লি গাওঁৰ মুখিয়াল ব্যক্তি ৰাজাৰাম মহন্ত আৰু আদৰ্শ মহিলা যগেশ্বৰী মহন্তৰ কন্যা শ্ৰীমতী হৰিমতী মহন্তক বিয়া কৰায়। তেখেত সকলৰ ৬টি সন্তান। ৪ জন ল'ৰা আৰু ২ জনী কন্যা।

(১) ৺জয়ন্ত নাৰায়ণ দাস (অধ্যাপক) বোৱাৰী—
শ্ৰীমতী ইউনিকা দাস, বি, এ।

(২) ডাঃ অজন্তা নাৰায়ণ দাস (বোৱাৰী)—শ্ৰীমতী ৰঞ্জনা দাস।

(৩) শ্ৰীৰূপান্ত নাৰায়ণ দাস (ইঞ্জিনীয়াৰ) বোৱাৰী—
শ্ৰীমতী সোনটি দাস।

(৪) শ্ৰীসীমান্ত দাস বোৱাৰী—শ্ৰীমতী গীতাঞ্জলি দাস।

বিবাহিত কন্যা :

(১) শ্ৰীমতী ৰীতা মেধি, বি, এ স্বামী—ডঃ শ্যাম ভদ্ৰ মেধি, আই, এ, এচ।

(২) শ্ৰীমতী বিছুতি (ৰীমা) দাস স্বামী—নবাঙ্গণ দাস ইঞ্জিনীয়াৰ) বৰ্ত্তমান যুক্তৰাষ্ট্ৰত

যাদব নাৰায়ণ দাস এজন সৎ আৰু সাহসী লোক আছিল। তেখেত আছিল সুবক্তা আৰু কৃতি শিক্ষক। এজন সুদক্ষ চিকাৰী। পিছন-উৰণত পৰিপাতি, এজন সমাজ সংস্কাৰক, আৰু অসমীয়া জাতিৰ হকে মাত মতা অন্যতম ব্যক্তি।

১৯৮৫ চনৰ ৩০ অক্টোবৰ তাৰিখে এইজনা মহান পুৰুষৰ মৃত্যু হয়। তেখেতৰ মৃত্যুত অসমীয়া জাতিৰ অপূৰণীয় ক্ষতি হ'ল। তেখেতৰ আত্মাৰ সদ্গতি কামনা কৰিলোঁ।



# মুক্তি যোদ্ধা—
# দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰী

ইং ১৯০৪ চনৰ ২৭ জানুৱাৰী বৃহস্পতিবাৰে পলাশবাৰী থানাৰ অন্তৰ্গত আদৰ্শ গাঁও ৰামপুৰত দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰীৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল শৰৎ চন্দ্ৰ চৌধুৰী আৰু মাতৃ আছিল কুন্দেশ্বৰী চৌধুৰী।

তেখেত সৰুৰেপৰা উদ্যোগী আৰু সমাজপ্ৰিয় ল'ৰা আছিল। তেখেতে প্ৰাথমিক শিক্ষা ৰামপুৰত গ্ৰহণ কৰি এম, ই পৰীক্ষা পলাশবাৰীৰ পৰা পাচ কৰে আৰু পলাশবাৰী আৰ বি হাই-স্কুলত ৮ ম মান শ্ৰেণীলৈ পঢ়ি কটন কলেজিয়েট স্কুলৰ পৰা মেট্ৰিক পাচ কৰে। ইয়াৰ পিছত তেখেতে ১৯০১ চনত স্থাপিত কটন কলেজত আই, এ পঢ়িব আৰম্ভ কৰে।

সেই সময়ত আমাৰ দেশ বৃটিছৰ অধীনত আছিল। ১৯১৯ চনত হোৱা জালিয়ানৱালাবাগ হত্যাকাণ্ডৰ পিছত ভাৰতৰ স্বাধীনতা আন্দোলনে ব্যাপকতা লাভ কৰে। সেই চনতে বালগংগাধৰ তিলকৰ মৃত্যু হয়। তিলকৰ পিছত জাতিৰ জনক মহাত্মা গান্ধী ভাৰতীয় জাতীয় কংগ্ৰেছৰ অবিসম্বাদী নেতা হয়। গান্ধীয়ে বৃটিছ চৰকাৰৰ বিষয়ে আফ্ৰিকাত বহুত কথা জানিব পাৰিছিল। তেখেতৰ মতে সত্যই ভগৱান। সত্যক পাবলৈ অহিংসাই একমাত্ৰ উপায়। যাৰ অন্তৰ শুদ্ধ হোৱা নাই তেওঁ অহিংসা পালন কৰিব যোৱাটো এটা অলিক সপোন মাথোন। অহিংসাৰে, সত্যগ্ৰহৰে গান্ধীয়ে জন-গণক সচেতন আৰু জাগৰিত কৰিব বিচাৰিছিল।

দেবেন চৌধুৰীদেৱে কটন কলেজত পঢ়ি থকা অৱস্থাত পিকেটিং আৰু অন্যান্য কামত আগ ভাগ লৈছিল। পিছত

নেতাসকলৰ নির্দেশ ক্রমে গাঁওলৈ গুচি আহে আৰু দেহেকেহে আন্দোলনত লাগি পৰে। ৰামপুৰ, ছয়গাঁও, বকো, শিংৰা, হেকেৰা, চমৰীয়া, লামপাৰা, গৰৈমাৰা, জামবাৰী, আদি অঞ্চলত অন্দোলন বিয়পাই দিবলৈ চেষ্টা কৰে। ফলত তেখেতৰ নাম বৃটিছ চৰকাৰৰ কাণত পৰে আৰু চৌধুৰীক গ্রেপ্তাৰ কৰিবলৈ চেষ্টা কৰে। এই কথা ৰাইজৰ মাজত জনাজাত হৈ পৰে।

এদিন ৰামপুৰ অঞ্চলৰ ৰাইজে লগ হৈ চেকাৰত (ৰামপুৰ সনাতন ধর্ম ঘৰত) দেবেন চৌধুৰীৰ কপালত সেন্দুৰৰ ফোঁট পিন্ধাই দি, ভিভিত ফুলৰ মালা পিন্ধাই প্রচেচন কৰি চৌধুৰীক ৰাস্তালৈ আগবঢ়াই বাইজে লৈ যায়—দেশৰ স্বাধীনতাৰ কাৰণে চৌধুৰী যাব জেললৈ। এই দৃশ্য নেদেখাজনে উপলব্ধি কৰা টান, আৰু বর্ণনা কৰিবলৈ ভাষাৰো অভাব হয়। এই ঘটনাটো লিখকক জনাইছিল—ৰামপুৰৰ কাঁহাৰপাৰাৰ ৺অন্নদা চৰণ ডেকাৰ বুঢ়াই (কলিতা)

১৯২৯ আৰু ১৯৩৩ চনত চৌধুৰী দেৱক দুবাৰো গ্রেপ্তাৰ কৰি জেল দিয়ে। ১৯৩০ চনত তেখেতৰ সহকর্মী ৰহেশ্বৰ কলিতা আৰু বস্ত্র কলিতাকো আন্দোলন কৰাৰ বাবে চৰকাৰে শাস্তি বিহিছিল।

ভাৰতবর্ষৰ জন গণৰ 'পাগচ্' জনা মানুহ এজনে আছিল—সেইজন হ'ল শান্তিৰ দূত মহাত্মা গান্ধী। গান্ধীৰ নেতৃত্বত সেই সময়ৰ ভাৰতৰ ৩৩ কোটি জন-গণ স্বাধীনতাৰ কাৰণে সাঁজু হৈ উঠে। ১৯৪২ চনৰ গন আন্দোলন ১৮৫৭ চনৰ চিপাহী বিদ্রোহতকৈ বহুত ভয়ংকৰ। এই বাতৰি পাই বৃটিছ চৰকাৰৰ কঁপনি উঠে। এনেকুৱা জন জাগৰণ বিশ্বৰ ইতিহাসত আগতে হোৱা নাই বুলি কব পাৰি। ১৯৪৭ চনৰ ১৪ আগষ্টৰ ৰাতি ঠিক বাৰ বজাৰ পিছতে ভাৰতবর্ষ দুই ভাগত (ভাৰতবর্ষ আৰু পাকিস্থান) বিভক্ত হৈ স্বাধীন হ'ল।

সেই সময়ত মানুহে ত্যাগ কৰি আনন্দ পাইছিল। মানুহৰ মাজত আছিল একতা। মানুহে কৰ্মকে ধৰ্ম বুলি ভাবিছিল। কিন্তু স্বাধীনতাৰ পিছত মানুহে কেৱল নিজৰ স্বাৰ্থৰ কথাহে চিন্তা কৰিব ধৰিলে। আগতে দেশ মোমাইতকৈ ডাঙৰ আছিল। এতিয়া মোমাইহে দেশতকৈ ডাঙৰ হ'ল। সুবিধা পোৱা সকলে অন্যায় কৰি ধন ঘটিব ধৰিলে। ধনীবিলাক বেছি ধনী হ'ল আৰু দুখীয়াবিলাক বেছি দুখীয়া হৈ সমাজত অশান্তিৰ ধুমুহা বব ধৰিলে। ই দেশৰ কাৰণে শুভ লক্ষণ নহয়। অনায়ৰ শিপা ৰাইজে উভালি নেপেলালে দেশৰ কল্যাণ হব নোৱাৰে।

দেশ স্বাধীন হোৱাৰ পিছত চৌধুৰীদেৱে অতি সহজে এটি চৰকাৰী চাকৰি যোগাৰ কৰি লব পাৰিলেহেঁতেন। কিন্তু তেখেতে চাকৰি নিবিচাৰিলে। তেখেতে নিজৰ জন্ম গাঁওতে থাকি কাঠৰ ব্যৱসায়, ঠিকা, হাতীৰ ব্যৱসায়, খেতি-বাতি চলাব ধৰিলে। চৌধুৰীদেৱৰ পানটান, শান্তিপুৰ আদিত খেতি কৰা মাটি আছিল। খেতিৰ পৰা তেখেতে বহুত ধান পাইছিল। ৰাইজ ধৰি ধান কটাইছিল। আৰু চৌধুৰী নিজে ৰাইজৰ লগত ধাননি পথাৰত উপস্থিত আছিল। ৰাইজৰ লগত থাকি যি আনন্দ পায় তাক ভাষাৰে বৰ্ণনা কৰা টান।

আগতে আজিৰ দৰে শ্বমিল নাছিল। তেখেতে 'মাচাং' পাতি প্ৰায় ২০ (বিশ) খন কৰতেৰে ৰাস্তাৰ ওচৰত (যত বৰ্তমান শ্বমিল আছে) কাঠ ফলাইছিল, তেখেতৰ হাতী, আৰু হাৱা গাড়ীও আছিল।

প্ৰতি বছৰে ৭ বহাগত মুইহ (ম'হ) খলিৰ সৰিত হাতী যুঁজ, ম'হ যুঁজ, ঘোঁৰা দৌৰ, হুচু-গুচু, ৰচিটনা আদি খেল হৈছিল। তাত চৌধুৰীদেৱৰ হাতীও অংশ গ্ৰহণ কৰিছিল।

আগতে আঁহতৰ তলৰ ঘাটত (বিলত) নাও খেলা হৈছিল। তাত জালা গুৱা বিলাইছিল। এই খেলাত আমি

সকলোৱে বৰ আনন্দ পাইছিলো। আজি সেই উৎসৱ নাইকিয়া হ'ল।

বহাগী বিহুৰ উৎসৱ ৰামপুৰত চৌধুৰীদেৱ সকলৰ দিনতে আৰম্ভ হয়। এই বিহুত হাইস্কুল পথাৰত (আগতে থকা আমৰ তলৰ পথাৰ বা ঝাৰো বাৰাবা) এই বিহুত মানুহে অনাবিল আনন্দ পায়। নানা ধৰণৰ খেলা হয় যেনে ৰচীটনা, হুঁচু-গুচু, ল'ৰা-ছোৱালীৰ দৌৰ, চকুত কাপোৰ বান্ধি টিং কোবোৱা, গধুৰ বস্তু তুলিওৱা নানা ধৰণৰ চাইকেলৰ খেলা, চকীত বহা খেলা ইত্যাদি। অংশো এই উৎসৱ এতিয়াও ৰামপুৰত চলি আছে। এই আনন্দৰ উতলা উৎসৱত চৌধুৰীও সদায় উপস্থিত আছিল।

আমাৰ ৰামপুৰ অঞ্চলৰ মানুহৰ বিয়া বাৰু হ'লে চৌধুৰী এবাৰ দেখা দিবই।

১৯৪৭ চনৰ ১৪ এপ্রিল তাৰিখে ৰামপুৰ হাইস্কুল আৰম্ভ হয়। আৰু চৌধুৰীদেৱে ইয়াৰ প্রতিষ্ঠাতা সম্পাদক আছিল। ৰামপুৰ প্রাথমিক চিকিৎসালয়, গুইমাৰা প্রাথমিক চিকিৎসালয়, আদি অনুষ্ঠানত চৌধুৰী মুখ্য ভূমিকা গ্রহণ কৰিছিল। দক্ষিণ কামৰূপ কলেজ স্থাপনত চৌধুৰীৰ অৱদান আছে। আগতে প্রতি বছৰে কাতি মাহত গাঁওৰ পথবোৰ ৰাইজে মেৰামতি কৰে। ৰামপুৰৰ বিকুল বজাই ৰাইজক জনাই দিয়ে। ৰাইজৰ লগত চৌধুৰী দেৱও থাকে। এই বাট পথ মেৰামতি কৰা দৃশ্য চাবলৈ অতি ভাল লাগে।

ৰামপুৰ হাইস্কুল খেল পথাৰত তুখন ফুটবল প্রতিযোগিতা কৃতিত্বৰে আয়োজন কৰা হৈছিল। চৈতেনা স্মৃতি কাপ আৰু ফুলপাহি স্মৃতি চিল্ড' ফুটবল প্রতিযোগিতা নামে জনাজাত। এই কাপ আৰু চিল্ডৰ দাত্রী আৰু দাতা আছিল ক্রমে শ্রীমতী প্রফুল্লময়ী চৌধুৰী আৰু প্রয়াত কেশৱ চন্দ্র দাস এচিচ্টেণ্ট

সেবাৰ কমিচনাৰ এই ফুটবল প্ৰতিযোগিতাই দৰাচলতে ৰামপুৰ হাইস্কুলৰ ফুটবল শক্তিশালী কৰিছিল বঁটা বিতৰণি সভাত সদায় চৌধুৰী দেৱ উপস্থিত থাকে আৰু ভাল বক্তৃতা দিছিল।

দক্ষিণ কামৰূপৰ পলাশবাৰী বাণিজ্য কেন্দ্ৰ আৰু ৰামপুৰ ৰাজনৈতিক কেন্দ্ৰ আছিল। ৰামপুৰ স্কুল পথাৰত বহুত ডাঙৰ ডাঙৰ মিটিং হৈ গৈছে পণ্ডিত জৱাহৰলাল নেহৰু, চচিয়েলিষ্ট নেতা জয়প্ৰকাশ নাৰায়ণ, কেন্দ্ৰীয় মন্ত্ৰী গুলজাৰিলাল নন্দ, প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী, লালকৃষ্ণ আদৱানি, অসমৰ ডাঙৰ নেতা তৰুণৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, ভাৰত ৰত্ন — লোকপ্ৰিয় গোপীনাথ বৰদলৈ, মাদ্ৰাজৰ গৱৰ্ণৰ তথা অসমৰ মুখ্যমন্ত্ৰী লৌহ মানৱ বিষ্ণু ৰাম মেধি, আদি নেতাই ৰামপুৰ স্কুল পথাৰত মিটিং কৰিছে আৰু প্ৰায় সকলো মিটিঙতে চৌধুৰী দেৱে নেতৃত্ব দিছিল।

১৯৫৮ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভা জালুকবাৰীত বহিছিল। ইয়াত সভাপতিক লৈ এটা দীঘল আকৰ্ষণীয় হাতীৰ প্ৰচেচন হৈছিল—এই হাতী প্ৰচেচনৰ সমিতিৰ সম্পাদক আছিল দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰীদেৱ।

তেখেতৰ ৰাজনীতিত নিচা আছিল। গুৱাহাটী মহকুমা পৰিষদত তেখেতে কেইবাবাৰো পদবী লাভ কৰিবলৈ সমৰ্থবান হৈছিল।

সময়ৰ ঘটনাবিলাক লোককৃষ্টিত ধৰি ৰখা হয়। ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ কথা গীতত ওজাপালিত ধৰি ৰখা হৈছে। ১৯৭২ চনত ছয়গাওঁ হাইস্কুল প্ৰাঙ্গণত এখন ৰাজহুৱা সভা হৈছিল—তাত উপস্থিত আছিল— সেই সময়ৰ অসমৰ মুখ্য মন্ত্ৰী মাননীয় মহেন্দ্ৰ মোহন চৌধুৰী, এড্‌ভোকেট দীনেশ গোস্বামী (তেতিয়া এম পি হোৱা নাছিল)। তাত এটা মধুৰ আন্দোলনৰ গীত পৰিবেশন কৰিছিল ৺নলিনী চৌধুৰীয়ে। সেই গীতত চৌধুৰীৰ নামো আছিল। ওজাপালিত ভাওৰীয়া সকলেও তেওঁ-

লোকৰ ভাওত স্বাধীনতা আন্দোলনৰ কথা প্ৰচাৰ কৰিছিল। গুইমাবাবু ওজাপালিয়ে চৌধুৰীৰ নামো ওজাপালিত গুনাইছিল।

ইচ্ছা কৰা হেতেন চৌধুৰীয়ে গুৱাহাটীত ঘৰবাৰী কৰি নগৰীয়া জীৱন যাপন কৰিব পাৰিলেহেতেন। কিন্তু তেখেতে গাঁওতে থাকি আনন্দ পাইছিল।

ৰামপুৰ বিখ্যাত ব্যৱসায়ী পিতাম্বৰ দাসৰ জ্যেষ্ঠা কন্যা শ্ৰীমতী প্ৰফুল্লময়ী দাসৰ লগত দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰীৰ বিয়া হয়। তেখেত সকলৰ ৫টি সন্তান। তিনি জন ল'ৰা আৰু ২ জনী ছোৱালী।

তেওঁলোক যথাক্ৰমে—

১। শ্ৰীহিৰণ্য কুমাৰ চৌধুৰী (আই, এফ, এচ্)
প্ৰাক্তন প্ৰধান মুখ্য বন সংৰক্ষক (অসম)

২। শ্ৰীবৰণ্য কুমাৰ চৌধুৰী এমএ, এল এল বি (অধ্যাপক)

৩। শ্ৰীলাৱন্য কুমাৰ চৌধুৰী—বি, এচ, চি (ব্যৱসায়ী)

বিবাহিত কন্যা -

শ্ৰীমতী ইৰা দাস।

শ্ৰীমতী মিৰা ঠাকুৰীয়া।

তেখেত সকলৰ সকলোটি সন্তানে ৰামপুৰ হাইস্কুলত পঢ়া-শুনা কৰিছে। ইংৰাজী স্কুলত নপঢ়িলেও যে ডাঙৰ পদ পাব পাৰি তাৰ উদাহৰণ—চৌধুৰীৰ সন্তান।

চৌধুৰী সদায় খদ্দ'ৰৰ ধুতি-চাৰ্ট পিন্ধিছিল। পিন্ধন-উৰণত পৰিপাতি আছিল। তেখেতে চাইকেলেৰে গাঁওত ঘুৰিছিল। নিয়মানুবৰ্তিতা, সময় নিষ্ঠা, কৰ্ত্তব্য পৰায়ন, মিষ্ট ভাষিস, অতিথি পৰায়ন চৌধুৰী দেৱৰ জীৱনৰ উল্লেখনীয় দিশ।

সিদিনা ২১ এপ্ৰিল ১৯৯৪ চন। চৌধুৰীদেৱে গীতাৰ কথা শুনি আছিল। প্ৰায় ৯১ বছৰ বয়সত চিৰদিনৰ কাৰণে চৌধুৰীদে আমাৰ মাজৰ পৰা আঁতৰি গ'ল। তেখেতৰ আত্মাৰ শান্তি কামনা কৰিলোঁ। ●



# বোলছবি পৰিচালক—ভবেন দাস

ইংৰাজী ১৯২২ চনত দক্ষিণ কামৰূপৰ পলাশবাৰী থানাৰ অন্তৰ্গত আদৰ্শ গাঁও ৰামপুৰত অসমৰ সুসন্তান ভবেন দাসৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল বিনন্দি দাস আৰু মাতৃ আছিল আদৰী দাস।

তেখেত সৰুৰে পৰা ধীৰ স্থিৰ আৰু হাঁহি মুখৰ ছাত্ৰ আছিল। দেখিবলৈ ধুনীয়া এই ছাত্ৰ সৰুৰে পৰা গান বাজনা, থিয়েটাৰ আদি কৰি আনন্দ পাইছিল। পুলিচ অফিচাৰ, এড্‌ভোকেট শ্ৰীউমেশ দত্ত, অধ্যাপক পূৰ্ণচন্দ্ৰ মজুমদাৰ, অভিনেতা বীৰেন দাস, অভিনেতা ৰাজেন দাস আদিৰ লগত থিয়েটাৰ কৰি ৰাইজৰ পৰা প্ৰশংসা বুটলিছিল।

১৯৪০ চনত তেখেতে চিলং গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত কটন কলেজত বি, এ মহলালৈ পঢ়ে।

তেখেতে প্ৰথমতে ডিগবৈ অইল কোম্পানীৰ চাকৰি কৰে। তাতেই নাটক লিখা, পৰিচালনা কৰা, অভিনয় আদিৰে জীৱন আৰম্ভ কৰে। অভিনয়ৰ জৰিয়তে নটসূৰ্য্য ফণি শৰ্মাৰ লগত পৰিচয় হয়। যেতিয়া ফণী শৰ্মাই চিৰাজ বোল ছবিৰ কাৰণে কলিকতালৈ যায়, ভবেন দাসকো লগত লৈ যায় আৰু চিনেমাখনত এটা সৰু চৰিত্ৰত অভিনয় কৰিবলৈ দিয়ে।

ভবেন দাস যি কলিকতালৈ গ'ল - গলেই। চিৰাজৰ গোটইবোৰ মানুহ অসমলৈ ঘূৰি আহিল নাহিল মাথো ভবেন দাস।

যাৰ কোনো কাম নাই, কোনো উপাৰ্জন নাই—তেতিয়া কলিকতা মহানগৰীত থকাতো কিমান কষ্টকৰ, বিশেষকৈ তেতিয়াৰ দিনত—সেইটো ভাবিবই নোৱাৰি। কিন্তু ভবেন দাস আছিলে মাথো তেওঁৰ ভিতৰত বোলছবিৰ প্ৰতি থকা এটা অদমনিয় দুৰ্বলতাৰ কাৰণে। দিনে ৰাতিয়ে মাথো ষ্টুডিওত থাকে, ইটো সিটো কাম কৰে। তেতিয়াই তেওঁৰ ভিতৰৰ মানুহটো ধৰা পৰে কলিকতাৰ বোল ছবি পৰিচালক তথা কলাকুশলি ব্যক্তি কল্যাণ গুপ্তৰ ওচৰত। গুপ্তই তেখেতৰ ছবি ভাইকোনত ভবেন দাসক এটা সাধাৰণ কাম দিয়ে। কলিকতাত বহু কষ্টৰ মাজত জীৱন যাপন কৰি কল্যাণ গুপ্তৰ সহায়ত ভবেন দাসে বোলছবি জগতত প্ৰবেশ কৰে।

লাহে লাহে তেওঁ বঙালী চিনেমাৰ কাম কৰিবলৈ সুবিধা পাব ধৰে। তেওঁ সহকাৰী পৰিচালক হিচাবে কাম কৰা বঙালী চিনেমাবোৰ হল খুদিৰাম, দাইনা, বাঘা যতীন, ডেইলি পেচেনজাৰ, জয় মা কালি, বোডিং জিবাংস, নীল আকাশেৰ নিচে, নতুন তীৰ্থ ইত্যাদি।

মুখ্য পৰিচালক হিচাবে কাম কৰা বঙালী চিনেমা কেইখন হ'ল —কানা মাছি আৰু অভিশপ্ত চম্বল। এই দুয়োখন ছবিয়ে বঙালী চিনেমা জগতত এটা আলোড়নৰ সৃষ্টি কৰিছিল।

ভাৰতীয় বোল ছবি জগতৰ কিংবদন্তি সদৃশ অসমপুত্ৰ প্ৰমথেশ বৰুৱাৰ পিচতে বঙালী বোল ছবি জগতত দ্বিতীয় অসমপুত্ৰ ভবেন দাস বুলি কলে হয়টো বঢ়াই কোৱা নহব।

ভবেন দাসে তাৰ বাহিৰেও ৪।৫ খন মান উৰীয়া বোল ছবিত সহকাৰী পৰিচালক হিচাবে কাম কৰে। তাৰ ভিতৰত

ৰোল নং ২৮, শপ্ত শৰ্য্যা ইত্যাদি আৰু এখন উৰীয়া "ললিতা" যি খনত এসময়ত অসমৰ গবৰ্ণৰ শ্ৰীযুত লোক নাথ মিশ্ৰই নায়ক হিচাবে অভিনয় কৰিছিল, ভবেন দাস আছিল তাৰ সহযোগী পৰিচালক।

ভবেন দাসে সহকাৰী পৰিচালক হিচাবে কাম কৰা হিন্দী চিনেমা কেইখন হ'ল—মালা কাতু'জ আৰু জনতা ইন্‌চাফ্ মাঙতা হ্যায়।

ঝংকাৰ নামৰ হিন্দি চিনেমা এখন পৰিচালনা কৰিবলৈ বোম্বেলৈ গৈছিল, কিন্তু প্ৰযোজকৰ হেমাহিৰ কাৰণে বহু কাম আগবাঢ়িও শেষত চিনেমাখন নহল গৈ।

পিয়লি ফুকন ছবিখনত নটসূৰ্য্য ফণি শৰ্মাই ভবেন দাসক সহকাৰী পৰিচালনাৰ ভাৰ দিয়ে।

অসমীয়া বোলছবি স্মৃতিৰ পৰশ আৰু টেক্সি ড্ৰাইভাৰৰ টেক্‌নিকেল এড্‌ভাইচাৰ হিচাবে কাম কৰে।

তাৰ পিচত ১৯৫৬ চনত কাহিনী চিত্ৰনাট্য আৰু পৰিচালনা কৰা বোলছবি 'লখিমী'। তাৰ কেইবছৰ মান পিছত তেখেত অসমত থাকিবলৈ লয়।

১৯৬৯ চনত গুৱাহাটীৰ ছোৱালী শ্ৰীমতী নিভা দাসৰ লগত বিয়া হয় ~~এবং 'মাটিৰ স্বৰ্গ' বোলছবিখনত শ্ৰীমতী নিভা দাসে অভিনয় কৰিছিল~~। তাৰ' পিচত তেখেতে উপগ্ৰহ ধৰ্মকাই আৰু একেবাৰে শেষত মৃত্যুৰ আগে আগে "মা' নামৰ ছবিখন পৰিচালনা কৰে। ভবেন দাসৰ মৃত্যু হয় ১৯৮৬ চনৰ মে মাহৰ ৮ তাৰিখে।

তাৰ বাহিৰেও ভবেন দাস অসমৰ ভ্ৰাম্যমান থিয়েটাৰৰ লগতো জড়িত আছিল। পাঠশালাৰ অচ্যুৎ লহকৰৰ বিখ্যাত নটৰাজ চিনে থিয়েটাৰত তেখেতে কাম কৰিছিল।

প্ৰচাৰ ভাল নোপোৱা এই ব্যক্তিজনক হয়তো আজি সকলোৱে পাহৰি গৈছে। আজিৰ পৰা পঞ্চাশ বছৰ আগতে যেতিয়া ভাৰতীয় বোল ছবি জগতখন একেবাৰে চালুকীয়া অৱস্থাত আছিলে তেতিয়াই অসমৰ এখন গাঁওত জন্ম পোৱা ভবেন দাস বোল ছবি জগতত প্ৰবেশ কৰে। ভবেন দাসে অসম, বেঙ্গল, উৰীয়া, আনকি বোম্বেৰ জগততো প্ৰবেশ কৰে। যিটো সময়ত আজিৰ নিচিনা আধুনিক কাৰি-কৰি সা-সুবিধা বুলিবৰ কোনো আহিলা পাতি নাছিলে, বিশেষকৈ অসমত কোনো সা-সুবিধা নাছিল, তেতিয়াই ভবেন দাসে এটা দুৰ্বহ জীৱন যাপন কৰি কলিকতা মহানগৰীত থাকিবলৈ লৈ বোলছবি শিল্পৰ সাধনা কৰিছিল।

কোনো প্ৰচাৰ নাই কাৰণে হয়তো ভবেন দাসৰ বিষয় বহু মানুহে নেজানে, কিন্তু সকলোবোৰ কথা বিবেচনা কৰি বিনা দ্বিধাই, কব পাৰি যে ভবেন দাস অকল অসম নহয়, বেঙ্গল নহয়, উৰিষ্যা নহয়, গোটেই ভাৰত-বৰ্ষৰেই বোল ছবি জগতৰ এজন লেখত লবলগীয়া ব্যক্তি।



(শ্ৰীপ্ৰণব দাস (বি এ) ৰ পৰা লিখকে ভবেন দাসৰ কথা খিনি জানিব পাৰিছে।)

# আদৰ্শ-সমাজকৰ্মী—কেশৱ চন্দ্ৰ দাস

ইং ১৮৭৮ চনত পলাশবাৰী থানাৰ অন্তৰ্গত পাৰাকুছি গাঁওত কেশৱ চন্দ্ৰ দাসৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল প্ৰয়াত তীখাৰাম দাস এজন সৎ খেতিয়ক। তেখেতৰ মাতৃ টুপুৰী দাস এগৰাকী স্নেহশীল মহিলা আছিল।

সেই সময়ত নানা ধৰণৰ মহামাৰীত শ শ মানুহৰ মৃত্যু হৈছিল। আজি কালিৰ দৰে ডাক্তৰী ঔষধ নাছিল, কেশৱ চন্দ্ৰ দাস এজন মেধাবী ছাত্ৰ আছিল "যি মূলা বাঢ়ে তাৰ দুপাততে চিন।" তেখেতে পাৰাকুছি এল পি স্কুলৰ পৰা তিনি টকাৰ এটা বৃত্তি লাভ কৰিছিল। সেই সময়তে তেখেতে মাক দেউতাকক মহামাৰীত হেৰুৱায়। দাসৰ এগৰাকী মাতৃ তুল্য খুৰীয়েকে তেখেতক ডাঙৰ—দীঘল কৰে।

তেখেতে পলাশবাৰীত এম্ ভি স্কুলত পঢ়ে। ১৮৩৪ চনত স্থাপিত কটন কলেজিয়েট স্কুলৰ পৰা এনট্ৰেনচ পাচ কৰে আৰু ১৯০১ চনত স্থাপিত কটন কলেজৰ পৰা ১৯০৬ চনত বি এ পাছ কৰি শিক্ষকতাৰ কাম কৰে আৰু ১৯১৬ চনত ঢাকা বিশ্ববিদ্যালয়ৰ পৰা বি টি পাছ কৰে। সেই সময়ত দক্ষিন কামৰূপত (ধাৰাপুৰৰ পৰা গোৱালপাৰাৰ সীমালৈ) দুজন গ্ৰেজুৱেট হয়। এজন হৈছে নহিৰা সত্ৰত ১৮৭৭ চনত জন্ম গ্ৰহণ কৰা ভাৰত হাকিম (দাস) আৰু আনজন পাৰাকুছিৰ কেশৱ চন্দ্ৰ দাস—বি এ, বি টি। কেশৱ দাস প্ৰথম বা দ্বিতীয় জন দক্ষিণ কামৰূপৰ গ্ৰেজুৱেট।

কেশৱ চন্দ্ৰ দাস যেতিয়া গুৱাহাটীৰ হাইস্কুলত পঢ়ে, তেতিয়া গুৱাহাটী এখনি আগবঢ়া গাঁওৰ দৰে আছিল, তেতিয়া পাৰাকুছিৰ পৰা গুৱাহাটীলৈ বুলি বুলি (খোজকাঢ়ি) আহিব লাগে- সৰু সৰু হাবিতলীয়া পথেৰে। তেতিয়া মানুহে গৰুৰ

গাড়ীৰে, ঘোঁৰাৰে নাইবা হাতীৰে গুৱাহাটীলৈ আহিছিল। দক্ষিণ কামৰূপৰ মানুহে তেতিয়া গুৱাহাটী লৈ আহিলে সাধাৰণতে খানামুখত ৰাতি কটাইছিল। কাৰণ খানামুখৰ পৰা গুৱাহাটীলৈ এই অঞ্চল ডাঠহাবিৰে ভৰপুৰ আছিল কাৰণে বনৰীয়া জন্তুৰ পৰা ভয় আছিল ইয়াত থাকি খানা খোৱাৰ কাৰণে খানামুখ হ'ল হেনো।

স্কুলৰ শিক্ষক হোৱাৰ পিচত কেশব চন্দ্ৰ দাস স্কুলৰ উপ পৰিদৰ্শক হ'ল। সেই সময়ত নলবাৰীৰ বিখ্যাত শৰৎ চন্দ্ৰ গোস্বামী অসমৰ স্কুল সমূহৰ পৰিদৰ্শক আছিল। সেই সময়ত অসমৰ স্কুলবিলাকৰ গুৰিধৰোতা আছিল দুয়ো গোস্বামী আৰু দাস।

কেশব চন্দ্ৰ দাসৰ প্ৰথমা পত্নীৰ মৃত্যুৰ পিচত বৃন্দাৱতী চৌধুৰীক বিয়া কৰায়। কামৰূপ জিলাৰ ছয়ানী মৌজাৰ গড়াবাৰী গাঁওৰ স্বৰ্গীয় বংশী ৰাম চৌধুৰী (মৌজাদাৰ) আৰু স্বৰ্গীয়া পদ্মাৱতী চৌধুৰীৰ একমাত্ৰ কন্যা বৃন্দাবতী চৌধুৰীৰ জন্ম হয় ১৮৮৯ চনত।

নিচেই কম বয়সতে (মাত্ৰ ১১ বছৰ বয়সত) বিবাহ পাশত আবদ্ধ হৈছিল যদিও গৃহস্থ ধৰ্মত আছিল এগৰাকী সম্পূৰ্ণ গৃহিনী। যাৰ মূলমন্ত্ৰ আছিল "পতিয়ে পত্নীৰ গুৰু। সেইজনা মহিয়সীৰ স্বামী কেশব চন্দ্ৰ দাস বি এ, বি টি ডিগ্ৰীৰে বিভূষিত সিংহ পুৰুষ।

বোৱাৰী হৈ অহাৰ পিচত—এক বৃহৎ দায়িত্ব মূৰপাতি লৈ চাকৰ বাকৰ, হালোৱা, ৰান্ধনি, সকলোকে মৰমৰ ডোলেৰে একগোট কৰি প্ৰতিষ্ঠা কৰিলে এখন ঘৰৰ সুদৃঢ় ভেটি। যি ভেটিত থাকি জন্ম দিলে ৬ জন সুযোগ্য সন্তান (৪ জন লৰা ২ জনী কন্যা) সকলোটি শিক্ষিত আৰু বিবাহিতা তেওঁলোকৰ কেবাজনো উপযুক্ত নাতি নাতিনী আছে।

| ল'ৰা | বোৱাৰী |
|---|---|
| ১। ৺শৰৎ চন্দ্ৰ দাস ( এড্‌ভোকেট )— | শ্ৰীমতী শশীপ্ৰভা দাস। |
| ২। ৺কিৰণ চন্দ্ৰ দাস ( মৌজাদাৰ )— | শ্ৰীমতী কৰুণা চৌধুৰী |
| ৩। ডাঃ প্ৰফুল্ল চৌধুৰী— | আইৰিণ—মাৰ্গাৰেট চৌধুৰী |
| ৪। শ্ৰীৰমেশ চৌধুৰী (বি, এম, ই) | শ্ৰীমতী মিনতি চৌধুৰী এম, এ |

| ( কন্যা ) | ( জোঁৱাই ) |
|---|---|
| ক) শ্ৰীসুভদ্ৰা মেধি | ৺বলী মেধি। |
| খ) শ্ৰীবাসন্তি দেবী—দক্ষিন কামৰূপৰ প্ৰথম মহিলা গ্ৰেজুৱেট | ৺বসন্ত কুমাৰ দাস। |

তেখেতে স্বামীৰ লগত কৰ্মস্থানলৈ নগৈ গাঁওতে থাকি ঘৰখনৰ সৰ্ব্বাঙ্গীন উন্নতি কৰিছিল। ল'ৰা-ছোৱালীয়ে দায়িত্ব লৈ খেতি-বাতি, কাঠৰ কাৰবাৰ আদি চলাই ঘৰখনিত সৌন্দৰ্য্য বঢ়াইছিল। তেখেত আছিল বুদ্ধিমতী, বিচক্ষণা সকলো কামতে পাকৈত, নিষ্ঠাবতী, লক্ষ্মী স্বৰূপা। তেখেতে গাঁৱৰ ছোৱালীক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল। ছোৱালী বিলাকৰ পঢ়া শুনাত বিন্দাবতীৰ বৰ আগ্ৰহ আছিল। কোনোবা ছোৱালীয়ে পৰীক্ষাত ভাল কৰিলে তেখেতে বৰ সন্তোষ পাইছিল, ঘৰলৈ মাতি আনি জলপান খুৱাই আশীৰ্বাদ দিছিল। দুখীয়া খেতিয়কে খাজানা দিব নোৱাৰিলে, খাজানা মাফ কৰি তেওঁলোকক খুৱাই পঠাইছিল। তেখেত আছিল ব্যৱহাৰত বিনম্ৰতাৰ প্ৰতীক।

কেতিয়াবা ব্ৰত কৰি উপবাসে থাকি মন্দিৰত গোপাল ভোগ দিছিল। খেতিৰ অন্তত বাইজক নিমন্ত্ৰণ কৰি ভোজ খুৱাইছিল। উপদেশতকৈ আহি ভাল। তেওঁ কামেৰে মানুহৰ অন্তৰ জয় কৰিবলৈ সমৰ্থৱতী হৈছিল।

তেখেতে লিখা-পঢ়া নাজানিলেও ছিচাপ পত্ৰ ভালদৰে মনত ৰাখিব পাৰিছিল।

পাট, মুগা, এণ্ডি, কপাহ আদি কাপোৰ তৈয়াৰ কৰাত তেখেত পাকৈত শিপিনী আছিল। বয়ন শিল্পৰ সহায়ত সম্পদ আহৰণ কৰিছিল।

যেতিয়া শৰৎ চন্দ্ৰ গোস্বামী ডি, পি আই হৈ গ'ল তেতিয়া কেশৱ চন্দ্ৰ দাস স্কুল পৰিদৰ্শক হয়। ১৯৩৯ চনত তেখেতে অৱসৰ গ্ৰহণ কৰে। চৰকাৰে তেওঁৰ কামত প্ৰশংসা কৰে আৰু **The Assam Educational Manual** খনি তেখেতক সংশোধন কৰিবলৈ আমন্ত্ৰণ কৰে। দাসে যোগ্যতাৰে **Manual** খনি সংশোধন কৰে।

অৱসৰ লোৱাৰ পাছত তেখেতে গাঁৱতেই নিগাজীকৈ থাকিবলৈ লৈছিল। সকলো প্ৰকাৰে গাঁৱৰ মানুহৰ লগত জড়িত থাকি তেওঁলোকৰ খেতি-বাতি আৰু শিক্ষাৰ উন্নতি কৰিবলৈ নানা ভাবে চেষ্টা কৰিছিল। তেখেতৰ এটা ডাঙৰ গুণ আছিল সকলো মানুহকে সমান চকুৰে চাই মৰম কৰিছিল। ড° শ্যামভদ্ৰ মেধি (আই, এ, এচ) ককাদেউতা ভাষাবিদ কালিৰাম মেধিৰ পৰিয়ালৰ লগত কেশৱ চন্দ্ৰ দাসৰ পৰিয়ালৰ লগত ভাল সম্বন্ধ আছিল। এই সম্বন্ধ আজিও অটুট আছে।

কেশৱ চন্দ্ৰ দাস এজন প্ৰগতিশীল ব্যক্তি আছিল। তেখেতে শিক্ষাত গুৰুত্ব দিছিল। **Man in a mixture of heaven and earth, The aim of education is to remove earth from the heaven** অৰ্থাৎ মানুহৰ গাত দেৱত্ব আৰু পশুত্ব গুণ থাকে, পশুত্ব গুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য। **Education is the back bone of a nation** শিক্ষা জাতিৰ মেৰুদণ্ড।

শিক্ষাৰ অবিহনে সামাজিক পৰিবৰ্ত্তন সম্ভৱ হৈ উঠিব নোৱাৰে। কেৱল শিক্ষাইহে সমাজৰ পৰিবৰ্ত্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাবে ঘূৰাই ৰাখিব পাৰে। শিক্ষা উন্নতিৰ বাহন। শিক্ষা আমাৰ পৰিবেশৰ পৰা পৰোক্ষ ভাবে লাভ কৰা হয়। সেই হেতুকে পৰিবেশ হৈছে আমাৰ নীৰৱ শিক্ষক।

পৰিবেশ সদায় নিকা হোৱা উচিত। পৰিবেশ দূষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে।

সমাজৰ সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে দেহেকেহে লাগি থকা ব্যক্তি কেশব চন্দ্ৰ দাস। তেওঁৰ ব্যক্তিত্ব আছিল আন্ধাৰত জ্বলি থকা এটি বন্তিৰ দৰে।

কেশব চন্দ্ৰ দাসৰ কণিষ্ঠ পুত্ৰ শ্ৰীৰমেশ চৌধুৰীয়ে তেখেত সকলৰ পূজনীয়া মাকৰ স্মৃতিৰ অৰ্থে দক্ষিণ কামৰূপৰ পলাশবাৰী থানাৰ অন্তৰ্গত মণিএৰি তিনি আলিত "বৃন্দাৱতী ছোৱালী হাইস্কুল" স্থাপন কৰি ৰাইজৰ পৰা প্ৰশংসা লাভ কৰিবলৈ সমৰ্থবান হৈছে।

বৰ্ত্তমান গুৱাহাটীৰ জনসংখ্যা ( প্ৰায় ১৫ লাখ ) দ্ৰুত গতিত বাঢ়িব ধৰিছে। শিক্ষানুষ্ঠানৰ দৰ্কাৰ হৈছে বিশেষকৈ বাণিজ্য বিষয়ৰ অনুষ্ঠান।

শ্ৰীৰমেশ চৌধুৰীৰ যত্নতে তেখেত সকলৰ পূজনীয় পিতৃৰ নামত "কেশব চন্দ্ৰ দাস কমাৰ্চ কলেজৰ অঙ্কুৰ মেলে ১৯৮৩ চনত এক শুভ মুহূৰ্ত্তত ইতিহাস প্ৰসিদ্ধ সোণাৰাম হাইস্কুলত। এই স্কুলতে পণ্ডিত তীৰ্থ নাথ শৰ্মাৰ নেতৃত্বত আৰম্ভ হৈছিল—প্ৰাগজ্যোতিষ কলেজ।

চৌধুৰীৰ আপ্ৰাণ চেষ্টা আৰু দান বৰঙণিৰে ৰাইজৰ সহযোগত এই কলেজখনি ঠনধৰি উঠিছে আৰু ১৯৯৮ চনৰ ১ মাৰ্চত অসম চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী পাবলৈ সমৰ্থিত হৈছে। কলেজখনি বৰ্ত্তমানে ছাত্ৰীবাৰীৰ গো-শালাৰ উত্তৰে ৰাস্তাৰ দাঁতিত কলেজৰ নিজা মাটি আৰু নিজা ঘৰত অৱস্থিত হৈছে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়িছে।

এই নতুন কলেজখনিয়ে নিশ্চয় ছাত্ৰ-ছাত্ৰীৰ আত্ম বিশ্বাস বৃদ্ধি কৰিব, সমস্যা সমাধানৰ যোগ্যতা বৃদ্ধি কৰিব, সুনাগৰিক হিচাবে গঢ়ি-তুলিব আৰু সমাজক অন্যায় আৰু শোষণৰ পৰা মুক্ত কৰিব।





# সাংবাদিক মায়াৰাম তামুলী

মানুহজনে খদ্দৰৰ ধুতি, চাৰ্ট পিন্ধে। মানুহজন ডাঙৰ দীঘল, স্বাস্থ্যবান; লাহে লাহে চাইকেল চলায়। তেখেত সৰলাচৰণৰ আৰু মধুৰ ব্যৱহাৰৰ ব্যক্তি। সদায় কৰ্মত ব্যস্ত। দূৰৰ পৰা ধৰিব পাৰি সেই জনাই - মায়াৰাম তামুলী বুলি।

ইংৰাজী ১৯১৮ চনৰ ১৩ এপ্ৰিল বৃহস্পতিবাৰে মায়াৰাম তামুলীৰ উত্তৰ গুৱাহাটীৰ অভয়পুৰত জন্ম হয়। তেখেতৰ পিতৃৰ নাম ৺শুকৰাম তামুলী আৰু মাতৃৰ নাম ৺পদ্মাৱতী তামুলী।

মায়াৰাম তামুলী সৰুৰে পৰা, থিয়েটাৰ, নাম সংকীৰ্ত্তন আদিত ধাপ আছিল। ১৯৩২ চনত শ্ৰীশ্ৰীআউনী আটীয় সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰ দেৱ গোস্বামী প্ৰথমবাৰ উত্তৰ গুৱাহাটী সত্ৰত উপস্থিত হয়। অভয়পুৰৰ শিষ্যবৰ্গই প্ৰভুৰ ওচৰত প্ৰদৰ্শন কৰিবলৈ শশীভূষণ বিনোদ দেৱে লিখা "ৰামানুজ নাটৰ আয়োজন কৰিছিল। এই নাটকত মায়াৰাম তামুলীয়ে প্ৰথম অভিনয় কৰে।

উত্তৰ গুৱাহাটীৰ দিহিং সত্ৰত সৰুজন সত্ৰাধিকাৰ শ্ৰীশ্ৰী ত্ৰৈলোক্য শোভন চন্দ্ৰ গোস্বামী দেৱৰ জীৱিত কালতে মহা-সমাৰোহৰে সাত দিনীয়া দৌল উৎসৱ পালন কৰিছিল। সেই সাত দিনাই মহাপ্ৰয়োভৱৰ প্ৰতি দিনে কীৰ্ত্তন, যাত্ৰা থিয়েটাৰ,

অভিনয় হৈছিল। প্ৰতিদিনে মায়াৰাম তামুলীয়ে অভিনয়ত অংশ গ্ৰহণ কৰিছিল। তামুলীয়ে অভিনয় কৰা কেইখন মান নাটকত তেখেতৰ ভাও:

বিনন্দবৰুৱাৰ পাৰ্থ সাৰথিত কৰ্ণৰ অভিনয়; দণ্ডিনাথ কলিতাৰ অগ্নি পৰক্ষীত ৰাৱণ, দণ্ডিনাথ কলিতাৰ সতীৰতেজত চুলিকফা, গনেশ গগৈৰ শকুনিৰ প্ৰতিশোধত কৰ্ণ, যজ্ঞাতিৰ নৰমেধ নাটকত সবলসিংহ, মেৰাৰ সন্ধ্যা নাটকত আলাউদ্দিন, অতুল হাজৰিকাৰ নৰকাসুৰ নাটকত ইন্দ্ৰ, প্ৰবীন ফুকনৰ মনিৰাম দেৱানত বাহাদুৰ গাঁওবুঢ়া, বুদ্ধদেৱ নাটকত শুদ্ধোধন, শ্ৰীবৎস নাটকত শ্ৰীবৎস, ঊষা অনিৰুদ্ধ নাটকত বাণৰজা। লক্ষ্যধৰ চৌধুৰীৰ লাচিত বৰফুকন চিনেমাত মোমাই তামুলী বৰবৰুৱাৰ, আৰু ফণীতালুকদাৰ বিভ্ৰাট চিনেমাত মৌজদাৰৰ অভিনয় কৰিছিল।

মুঠতে মায়াৰাম তামুলী এজন অভিনেতা আছিল। অভিনয় কৰি তেখেতে নিজেও আনন্দ পাইছিল আৰু আনৰ পৰাও প্ৰশংসা বুটলিবলৈ সমৰ্থবান হৈছিল।

১৯৩৪ চনত অভয়পুৰ প্ৰাথমিক বিদ্যালয় আৰম্ভ হয়। ৺মণিৰাম তামুলীয়ে এখন কাঠৰ দুৱাৰ আৰু চকী মেজ এজোৰ দান কৰে। এই বিদ্যালয়ত মায়াৰাম তামুলীয়ে তিনিবছৰ শিক্ষকতা কৰে পিছত সম্পাদকৰ ভাৰ হয়।

তেখেতে ৰাইজৰ আৰু চৰকাৰৰ সহযোগত ৭′ ফুট দীঘল ১৮′ ফুট বহল স্কুলঘৰ, ৫′ ফুট দীঘল আৰু ৮′ ফুট বহল এখন বাৰান্দা আৰু ২০′ ফুট দীঘল আৰু ১৬′ ফুট বহল এটা অফিচ কম কৰিবলৈ সমৰ্থ হয়। তেখেতে অতি আগ্ৰহেৰে শিক্ষকতা আৰু সম্পাদকৰ কাম কৰিছিল। সেই কাৰণে স্কুল খনি ঠন ধৰি উঠিছিল।

১৯৪২ চনত মায়াৰাম তামুলী ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভ্যভৰ্ত্তি হৈ জাতীয় কংগ্ৰেছৰ শান্তি সেনাৰ ট্ৰেইনিং লয়। ১৯৪২ চনতেই কমিউনিষ্ট পাৰ্টিৰ হৈ গৌৰী শংকৰ ভট্টচাৰ্য্য, নন্দেশ্বৰ তাল্‌ুকদাৰ, ধীৰেশ্বৰ কলিতা, নিত্যই গাঙ্গ‌ুলি, তৰুণসেন ডেকাই তেখেত সকলৰ পাৰ্টিৰ কামত মায়াৰাম তামুলীৰ ঘৰত প্ৰায় ১ মাহ কাল আছিল। কিন্তু তামুলী কংগ্ৰেছ হৈয়ে থাকিল।

১৯৪৬ চনত মহাত্মা গান্ধী গুৱাহাটীৰ শৰণীয়া আশ্ৰমত আছিল। মহাত্মা গান্ধীয়ে সদায় ছাগলীৰ গাখীৰ খাইছিল। কিন্তু পোৱালী থাকিব নেলাগিব। কাৰণ পোৱালীৰ মুখৰ পৰা গাখীৰ খিৰাই পোৱালীক বঞ্চিত কৰা গাখীৰ মহাত্মাই নাখাইছিল। কংগ্ৰেছৰ পৰা সেই ছাগলীৰ দায়িত্ব মায়াৰাম তামুলীক অৰ্পন কৰিছিল।

তামুলীয়ে সেই ছাগলীজনী অভয়পুৰৰ গুনাৰাম দাসৰ পৰা নিছিল। মহাত্মা গান্ধীৰ ছাগলী ৰখীয়াই ছাগলীজনী হেৰাল বুলি জনালে। পিছত ছাগলীজনী পোৱা হ'ল আৰু মালিকক গতাই দিয়ে, নহলে ছাগলীজনীৰ মূল্য তেৰ টকা ভৰিব লাগিলহেঁতেন।

১৯৪৮ চনৰ ৩০ জানুৱাৰীত মহাত্মা গান্ধীক নাথ্‌ুৰাম গদ্‌চে হত্যা কৰে। মহাত্মাৰ চিতাভস্ম ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বিসৰ্জন দিয়াৰ আঁচনি গ্ৰহণ কৰে। মায়াৰাম তামুলীয়ে গুৱাহাটীৰ পৰা চিতাভস্মৰ পাত্ৰ ২টা নি এটা তেজপুৰত নিকামুল সত্ৰৰ সত্ৰাধিকাৰ—গহন চন্দ্ৰ গোস্বামীক তেজপুৰত বিসৰ্জ্জন দিবলৈ দি আনটো চিতভস্মৰ পাত্ৰ উত্তৰ লক্ষীমপুৰত দিছিল গৈ।

মায়াৰাম তামুলীৰ আৰ্থিক অৱস্থা সচ্ছল নাছিল। তেখেতে ১৯৫১ চনত সাংবাদিক জীৱনৰ পাতনি মেলে। সেই বছৰতে পিতৃ শুক্‌ৰাম তামুলী স্বৰ্গগামী হয়।

মায়ৰাম তামুলী অকল কংগ্ৰেছৰে কাম কৰিছিল তেনে নহয়, গাঁৱৰ বহু সামাজিক কামত আগভাগ লৈছিল।

ইন্দ্ৰাচল শিশুগ্ৰাম পাতাত তেখেতৰ সহযোগ উল্লেখ যোগ্য। কলেজৰ ওচৰৰে শিশু গ্ৰামলৈ পথটো নিয়াত তেখেতৰ অৱদান আছে। বৰ্ত্তমান এই পথটি ইলেকট্ৰিক চিটি বড', বট্‌লিং প্লেণ্ট আৰু আই আই টি লৈয়ো অহা যোৱা সুচল হ'ল।

১৯৫৩ চনত নগাওঁ জিলাৰ আহত গুৰি দগাঁৱৰ ৺বগীৰাম ডেকাৰ দ্বিতীয় ছোৱালী শ্ৰীমতী ধৰ্মেশ্বৰীৰ লগত বিবাহ সম্পন্ন হয়। তেখেত সকলৰ ৪ জন লৰা আৰু ৪ জনী ছোৱালী। লৰা মনোজ, প্ৰণৱ, চন্দন, আৰু ধৰ্মেন্দ্ৰ, ছোৱালী ৰেখা, ৰীণা, মঞ্জু আৰু চন্দ্ৰমা। মায়াৰাম তামুলীৰ ভাতৃ নবীন তামুলী, ৺শশীন্দ্ৰ তামুলী আৰু শম্ভু তামুলী।

১৯৪৬ চনত মায়াৰাম তামুলীয়ে স্বাৱলম্বী হবৰ কাৰণে ঘৰতে চাৰিখন তাত শালেৰে এখন উইভিং পাতি লৈছিল। উইভিঙৰ নাম আছিল "তামুলী বয়ন বিদ্যালয়"। এই কাৰ্য্য দেখি ভাৰত বত্ন মুখ্যমন্ত্ৰী লোকপ্ৰিয় ৺গোপীনাথ বৰদলৈ, ৺সিদ্ধি নাথ শৰ্ম্মা, মহেন্দ্ৰ নাথ ডেকা আদি সন্তোষ প্ৰকাশ কৰে। তামুলীয়ে নিজে বোৱা উলৰ চাদৰ আৰু চোলা কাপোৰ নি বৰদলৈ ডাঙৰীয়াই নিজে ব্যৱহাৰ কৰিছিল আৰু সেই চোলা আৰু চাদৰ এতিয়া গুৱাহাটী সংগ্ৰাহালয়ত ৰখা হৈছে।

১৯৬১ চনৰ পৰা ১৯৬৬ চনলৈ কমলপুৰ আঞ্চলিক পঞ্চায়তৰ সভাপতি, কমলপুৰ উপপ্ৰতি সৰ্মাহতা চাৰ্কোল কমিটিৰ সভাপতি আছিল।

১৯৫৭ চনৰ পৰা মৃত্যুৰ সময়লৈকে উত্তৰ গুৱাহাটী আউনী আটী সত্ৰৰ নিৰ্মান কমিটিৰ সম্পাদক আছিল। কমলদেৱ হাইস্কুলৰ কাৰ্য্যকৰী সমিতিৰ একাধিকবাৰ সভাপতি আৰু উক্ত হাইস্কুলৰ শিক্ষান্ত পৰীক্ষাত পৰিচালনা সমিতিৰ সভাপতি আছিল।

উত্তৰ গুৱাহাটী কলেজৰ কার্যকৰী সমিতিৰ সদস্য আৰু পৰীক্ষা পৰিচালনা সমিতিৰ একাধিকবাৰ সভাপতি আছিল। মায়াৰাম তামুলী এসময়ত বৃহত্তৰ গুৱাহাটী সুলভ মূল্যৰ দোকান সমূহৰ সভাপতি আৰু উত্তৰ গুৱাহাটী মাদক দ্ৰব্য নিবাৰণী সমিতিৰো সভাপতি আছিল।

উত্তৰ গুৱাহাটী অভয়পুৰত বহা চিকিৎসালয়ৰো কাৰ্য্যকৰী সমিতিৰ সদস্য আছিল। অভয়পুৰ গোবিন্দ মন্দিৰ পুনৰ নির্মাণতো আৰু শিৱ মন্দিৰ নির্মানতো আগ ভাগ লৈছিল।

তামুলীয়ে লিখা "মোৰ সাংবাদিক জীৱনৰ স্মৃতি কথা" নামৰ পুথিখনে বর্ত্তমানে প্ৰকাশ পাইছে।

জাতীয় কংগ্ৰেছত-মায়াৰাম তামুলী কামৰূপ জিলা কংগ্ৰেছত প্ৰচাৰ সম্পাদক আৰু উত্তৰ গুৱাহাটী কংগ্ৰেছ কমিটিৰ সম্পাদক আছিল। সেই সময়ত কংগ্ৰেছৰ মুখ্য লোক সকলে পুলিচৰ ভয়ত ৰাতি মায়াৰাম তামুলীৰ ঘৰত থাকে আৰু আৱশ্যক বুজি মাজৰাতি উমানন্দৰ ওচৰেৰে মায়াৰাম তামুলীয়ে তেওঁ-লোকক ব্ৰহ্মপুত্ৰ পাৰ কৰি দিছিল। তামুলীৰ ঘৰত কংগ্ৰেছৰ এই গোপন শিবিৰৰ কথা বহু দিন পিছত পুলিচৰ কর্ণ গোচৰ হৈছিল। এই অতিথি সকলক তামুলীৰ মাতৃ পদ্মাৱতী তামুলীয়ে ৰান্ধি বাঢ়ি খুৱাইছিল। পুলিচে বহু চেষ্টা কৰিও মায়াৰাম তামুলীক বন্দী কৰিব নোৱাৰিলে। ডাঃ ভুবনেশ্বৰ বৰুৱাই কৈছিল মায়াৰামে মায়া কৰিয়ে সাৰিল।

ইং ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰত স্বাধীন হব বুলি ঘোষণা কৰিলে। মাহাত্মা গান্ধীয়ে ঘোষণা কৰিলে যে ১৯৪৭ চনব ১৪ আগষ্ট ৰাতি ১২ বাজি এক মিনিট যোৱাত পোন্ধৰ তাৰিখ পৰিব সেই সময়তে স্বাধীনতা ঘোষণা কৰা হব। ৰাতি ১২ বাজি এক মিনিট যোৱা মাত্ৰে গুৱাহাটী মহানগৰীত হিলৈৰ আৱাজে গগন মণ্ডল মুখৰিত কৰি দিলে।

উত্তৰ গুৱাহাটীৰ অভয়পুৰৰ পৰা মায়াৰাম তামুলী আৰু ৺গিৰিন চৌধুৰী পৰিচালনাত সেই ৰাতি ১২ বাজি ১ মিনিটত দবা, কাঁহ, ভোৰতাল লৈ ডেকা বুঢ়া, পুৰুষ মহিলাৰে দুইমাইল শোভাযাত্ৰা কৰি ৰাতি পুৱাই দিছিল, বজাহুৱাৰৱ কুশল কোঁৱৰ স্তম্ভত একত্ৰিত হৈ সেৱা জনাই গিৰিণ চৌধুৰী (মন্ত্ৰী) কৈছিল হে দেৱ তুমি ভাৰত স্বাধীনতাৰ বাবে দেহ এৰিলা, কিন্তু আমি স্বাধীন কৰিলো,। আকাশৰ পৰা আমাক আৰ্শীৰ্বাদ কৰিব যাতে এই স্বাধীনতা ৰক্ষা কৰিব পাৰো।

কংগ্ৰেছৰ প্ৰথম মুখ্যমন্ত্ৰী লোকপ্ৰিয়, ভাৰতৰত্ন গোপীনাথ বৰদলৈ; মুখ্যমন্ত্ৰী, লোহ মানৱ বিষ্ণুৰাম মেধি, মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা, মুখ্যমন্ত্ৰী, পঞ্জাৱৰ ৰাজ্যপাল, মহেন্দ্ৰ মোহন চৌধুৰী, মুখ্যমন্ত্ৰী শ্ৰীশৰৎ সিংহ মায়াৰাম তামুলীৰ ঘৰত আহিছিল। পি, এচ্‌ পিৰ অন্যতম নেতা মাননীয় ৺হেম বৰুৱা নিৰ্ব্বাচনৰ সময়ত হ'লেও মায়াৰাম তামুলীৰ ঘৰত আহিছিল।

মায়াৰাম তামুলীয়ে আগৰে পৰা উত্তৰ গুৱাহাটীৰ উত্তৰাঞ্চল বাতৰি দিওতা আৰু কিছু দিন আকাশবাণী গুৱাহাটী কেন্দ্ৰৰো বাতৰি দিওতা আছিল।

ইং ১৯৫৪ চনৰ পৰা নতুন অসমীয়া, অসমীয়া বাতৰি কাকত অসম বাণীৰ ষ্টাফ ৰিপৰ্টাৰত নিযুক্তি পায়। তেখেতে উত্তৰ গুৱাহাটীৰ পৰা পুৱা ৮ বজাত চাইকেলেৰে গৈ ফেৰীৰে মহাবাহু ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ গুৱাহাটীলৈ যায় আৰু গধূলি ৭ মান বজাত ঘৰলৈ আহে। তেখেতে এখন চাইকেলেৰে ১৯৫৪ চনৰ পৰা প্ৰায় ১৯৯৩ চনলৈ কটাই দিয়ে।

মায়াৰাম তামুলী আগৰেপৰা ৰাজনীতিত থকাৰ কাৰণে যি কোনো নেতাৰ ওচৰলৈ গৈ বাতৰি যোগোৱা বৰ কঠিন নাছিল। তামুলীয়ে ফেৰীৰে পাৰ হৈ চাইকেলৰ সহায়ত গুৱাহাটী সদৰথানা, ডি, চি অফিচ, বাৰ লাইব্ৰেৰী, ফৰেষ্ট অফিচ,

জজ'-কোর্ট, হাইকোর্ট', প্ৰদেশ কংগ্ৰেছ অফিচত বাতৰি সংগ্ৰহ কৰিহে আন ঠাইলৈ গৈছিল।

তেখেতে উজান বজাৰ চি টি ষ্টুডিঅত দিনৰ বাৰ বজাৰ পৰা আবেলি ৩ বজালৈ জিৰণিৰ লগতে বাতৰি সমূহ যুগুতাই ৩-৩০ বজাত ট্ৰিবিউন প্ৰেছত, দৈনিক অসম অফিচত গতাই দি দিনৰ কৰ্ম অন্ত কৰিছিল।

মায়াৰাম তামুলী সংবাদ দাতা হ'লেও পেঞ্চন নাই। যুক্তি যুঁজাৰু পেঞ্চন আৰু সাহিত্যিক পেঞ্চন গোটাই কোনো-মতে চলি আছিল।

তেখেতৰ আঠুৰ বিষ হ'ল। তেখেত ৰোগাগ্ৰস্ত হ'লেও স্থানীয় বাতৰি সমূহ প্ৰেছলৈ পঠাই আছিল। ১৯৯৪ চনৰ ২৯ ডিচেম্বৰত তেখেতক গুৱাহাটী মেডিকেল কলেজত ভৰ্ত্তি কৰা হ'ল। ডাক্তৰে পৰীক্ষা কৰি হৃদযন্ত্ৰ বন্ধুৱাৰ কথা কলে।

পিছ দিনা মাননীয়া মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই দহ হেজাৰ টকা দিলে। তাৰ পিছত হাজোৰ বাতৰি কাকত সন্থাই মেডিকেলতেই তামুলীক "সংবাদ সাৰথি" উপাধি প্ৰদান কৰে। অনুষ্ঠানটি পৰিচালনা কৰে—সাহিত্যিক শ্ৰীপৰেশ বৈশ্যই লগতে সাংবাদিক শ্ৰীমধুসূদন মেধীও উপস্থিত আছিল। তাৰ পিছত গুৱাহাটী প্ৰেছ ক্লাবে আয়োজন কৰা "ভদুলাল চন্দ্ৰ ভূঞা" বঁটা মায়াৰাম তামুলীলৈ আগবঢ়াই। মেডিকেলতেই ভূঞাৰ পত্নী শ্ৰীমতী বেদৱতী ভূঞাই সন্মানীয় বঁটাৰ লগতে দহ হেজাৰ টকা আৰু এখন প্ৰশস্তি পত্ৰ তামুলীৰ হাতত অৰ্পন কৰে।

অধ্যাপক পৰেশ বৰা আৰু লক্ষেশ্বৰ বৰাৰ যোগাযোগত আসাম ত্ৰিবুনৰ সম্পাদক শ্ৰীনৰেণ ডেকাৰ তত্বাবধানত মাননীয় মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকিয়া ডাঙৰীয়া আৰু তেখেতৰ পত্নী ডঃ হেমপ্ৰভা শইকীয়া উভয়ে মেডিকেললৈ আহি মায়ৰাম তামুলীৰ

পত্নী শ্ৰীমতী তামুলীৰ হাতত তামুলীৰ হৃদযন্ত্ৰ বহুৱাৰ অৰ্থে নগদ পঞ্চাশ হাজাৰ টকা দি ৰুগীৰ আশু আৰোগ্য কামনা কৰে।

ইং ৩১।১।৯৫ তাৰিখে দিনৰ নবজাত মেডিকেলত অধ্যক্ষ মাননীয় শ্ৰীযুত অমৃত বৰুৱাৰ দ্বাৰা হৃদযন্ত্ৰ (পেচমেকাৰ) বহুৱাকাম সম্পন্ন হয়।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ সেৱা সমিতিয়ে মায়াৰাম তামুলীক তেখেতৰ নিজ বাসভৱনত সম্বৰ্দ্ধনা জনায়। এই লিখক সমিতিৰ সদস্য হৈ উপস্থিত তামুলীৰ বিষয়ে বক্তৃতা প্ৰদান কৰিছিল।

ইং ৬।১০।৯৬ তাৰিখে (দেওবাৰে) গধুলি ৫-৪০ মিনিটত তেখেতে ইহলীলা সম্বৰণ কৰে। তেখেতৰ মৃত্যুত অসমৰ অপূৰনীয় ক্ষতি হ'ল। তেখেতৰ আত্মাৰ সদগতি কামনা কৰিলো।





# অসম ক্ৰীড়াৰ কিংবদন্তী পিলিক চৌধুৰী

পোশাকী নাম আছিল এন চৌধুৰী 'নলিনী চৌ

ঘৰত মতা নাম "পিলিক"—সেই নামেৰেই জনপ্ৰিয় আছিল। পিতৃ 'শশধৰ চৌধুৰী বৃটিছ আমোলৰ নামজ্বলা পেস্কাৰ আছিল। উত্তৰ গুৱাহাটীৰ সু-সাহিত্যিক, গবেষক "সোনাৰাম চৌধুৰীৰ নাতি আছিল' পিলিক দা। মাতৃ চন্দ্ৰবালা চৌধুৰীৰ 'ভোলানাথ দাসৰ (খ্যাত নামা সাহিত্যিক আৰু প্ৰশাসক) বৰ জীয়ৰী। সেই ফালৰ পৰা পিলিকদা আছিল অন্যতম এগৰাকী খ্যাত নামা বৰণ্য লোকৰ নাতি।

জন্ম উজান বজাৰৰ ফটিক ৰোডৰ লতাশীল খেল পথাৰৰ সমীপৰ পিতৃ গৃহত। ছাত্ৰাৱস্থাতে ফুটবল আৰু ক্ৰিকেট খেল খেলা আৰম্ভ কৰিছিল ১৮৩৪ চনত স্থাপিত কটন কলেজিয়েট স্কুলৰ হৈ। ১৯০১ চনত স্থাপিত কটন কলেজত পঢ়োতে পিলিক চৌধুৰী দুয়োটা খেলতে পাৰদৰ্শিতা দেখি খেলপ্ৰেমী সকল চমকি উঠিছিল। সকতে অনুশীলন কৰিছিল ঘৰৰ ওচৰৰে লতাশিল খেল পথাৰত স্থানীয় ইউনিয়ন ক্লাবত সভ্য হিচাবে। যুৱক হৈ খেলে অসমৰে বিখ্যাত মহাৰাণা ক্লাবত আৰু এন্ এফ্ ৰেলুৱৈ দলত পিছলৈ খেলিছিল গুৱাহাটী টাউন ক্লাবত। কলিকতাৰ আই এফ্ এ্ শ্বিল্ড প্ৰতিযোগীতাত খেলি পিলিক চৌধুৰীৰ

খেল ফুটবলৰ মক্কা কলিকতাৰ কৰ্মী সকলৰ চকুত পৰিছিল আৰু তেতিয়াৰ কলিকতা তথা ভাৰতৰ এক শ্ৰেষ্ঠ দল মোহন বাগান ক্লাবে তেওঁক কলিকতাত সেই ক্লাবৰ হৈ খেলিবলৈ নিমন্ত্ৰণ জনাইছিল। কিন্তু পিলিকদাই সেই লোভনীয় আহ্বান নেওঁচি অসমৰ হৈ আৰু মহাৰাণা ক্লাবৰ হৈ খেলাকে প্ৰাধান্য দিলে। পিলিক চৌধুৰী অসমতে ৰৈ গ'ল ইও এক দৃষ্টান্ত। কটনকলেজৰ পৰা ভালদৰে আই এচ চি পাছ কৰি এন. এফ ৰেলত চাকৰি কৰিবলৈ ললে জীৱনৰ আৰম্ভণীতে। সেই সময়ত ৰেলুৱে দলে অসমৰ নামজ্বলা খেলুৱৈ সকলক চাকৰি দি খেলৰ পৃষ্ঠপোষকতা কৰিছিল। সেই ফালৰ পৰা এন এফ ৰেল বাটকটীয়া, এই প্ৰথম স্পৰ্ট'ছ বিক্ৰুইটচৰ ভিতৰতে পৰে পিলিক চৌধুৰী। জীৱনৰ শেষ সময়লৈকে (১৯৮৫) পিলিক ৰেল বিভাগৰ চাকৰিয়াল আছিল।

১৯৪৮ চনৰ পৰা ১৯৬০ চনলৈকে পিলিক চৌধুৰী সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰে এগৰাকী শ্ৰেষ্ঠ খেলুৱৈ আছিল। ফুটবলত তেওঁ অসম ৰাজ্যিক দলত অধিনায়ক আছিল। তেওঁৱেই অসমৰ প্ৰথম গৰাকী খেলুৱৈ যি গৰাকীয়ে অসমক দুটা প্ৰধান খেল ফুটবল আৰু ক্ৰিকেট খেলত ৰাজ্যিক দলত অনায়াসে স্থান পাইছিল। ক্ৰিকেট খেলাত পিলিক চৌধুৰী অন্যতম অপেনিং বলাৰ আছিল। বলিঙত তেওঁৰ মাৰাত্মক অস্ত্ৰ আছিল আউট চুইং আৰু তীব্ৰ বেগৰ অফকাটাৰ ব'ল। বিপক্ষৰ দলে তেওঁৰ বল তৰ্কিবই নোৱাৰিছিল। ১৯৪৮ চনত প্ৰথম অসম ৰঞ্জি ট্ৰফী ক্ৰিকেট দলৰ অপেনিং বলাৰ আছিল পিলিক চৌধুৰী। শ্বিলঙত ১৯৪৮ চনত যুক্ত প্ৰদেশৰ বিৰুদ্ধে পিলিক চৌধুৰীয়ে অসমৰ হৈ বলিং মুকলি কৰি দুটা মূল্যৱান উইকেট লাভ কৰে। সেই খনেই অসমৰ প্ৰথমখন ৰঞ্জী খেল, ১৯৫০-৫১ চনত ডেৰাডুনত যুক্ত প্ৰদেশৰ বিৰুদ্ধে আকৌ খেলে। ১৯৪৯-৫০ চনত যোৰহাটত ভাৰত চেম্পিয়ন দুৰ্দ্ধৰ্ষ হোলকাৰ দ'লৰ (চিকে নাইডু

অধিনায়কত্বত ) বিৰুদ্ধে মাৰাত্মক বলিঙ প্ৰদৰ্শন কৰি মাত্ৰ ৩৯ ৰাণতে ৩ টা উইকেট ( মুস্তাফ আলি, চিকে নাইডু আৰু জগদেল ) অধিকাৰ কৰি ভাৰতীয় নিৰ্বাচন মণ্ডলীৰ চকুত পৰে। ১৯৫০-৫১ চনত ভাৰতীয় মূলদ'ল গঠনৰ বাবে পিলিক চৌধুৰীয়ে কলিকতালৈ নেট অনুশীলনলৈ নিমন্ত্ৰণ পাইছিল। নেটৰ দায়িত্বত আছিল ভাৰতৰ প্ৰাক্তন অধিনায়ক লালা অমৰনাথ। নেটত পিলিক চৌধুৰী তীব্ৰ আউট চুইং আৰু অফ্‌কাটাৰ দেখি সকলোৱে ভাবিছিল যে তেওঁ ভাৰতীয় টেষ্ট দলত স্থান পাব। কিন্তু গডফাডাৰ নথকাৰ বাবে তেওঁ স্থান নাপালে। বংগৰ আনজন অপেনিং বলাৰ পিলিক চৌধুৰীৰ ব'লতকৈ কম গতিৰ এন্‌ চৌধুৰীয়ে ঠাই পালে। অসমৰ খেলুৱৈৰ ক্ষেত্ৰত এনে অৱহেলা আৰু অন্যায় আজিও চলি আহিছে আৰু পিলিক চৌধুৰীয়ে হ'ল প্ৰথমজন Victim। নিৰ্ব্বাচন মণ্ডলীয়ে অৱশ্যে ১৯৪৮-৪৯ চনৰ বেষ্টইণ্ডিজ দ'লৰ বিৰুদ্ধে এলাহাবাদত হোৱা আঞ্চলিক খেলত পূৰ্ব্বাঞ্চল দলত পিলিক চৌধুৰীক দ্বাদশ খেলুৱৈ অন্তৰ্ভুক্ত কৰে। ভাৰতীয় আঞ্চলিক দলত বিদেশী বলৰ বিৰুদ্ধে ঠাই পোৱা প্ৰথমজন অসমৰ খেলুৱৈ পিলিক চৌধুৰী। সেয়েহে দেখা যায় যে প্ৰতি ক্ষেত্ৰতে অসমৰ অগ্ৰণী খেলুৱৈজন আছিল পিলিক চৌধুৰী। সদায় হাঁহি মুখৰ, সম্পূৰ্ণ খেলুৱৈ সুলভ স্বভাৱ মোহনীয় ব্যক্তিত্বৰে পিলিক চৌধুৰী দৰ্শকৰ আৰু ৰাইজৰ অতি প্ৰিয় ( ডাৰ্লিং ) আছিল। আৰু আজি তেওঁৰ নাম কিংবদন্তী হৈ পৰিছে। তেওঁৰ খেলৰ নৈপুন্যৰ কথা আজি সাধু কথাৰ দৰে নতুন প্ৰজন্মক এই কথা জানিবলৈ দিয়া আমাৰ কৰ্ত্তব্য নিশ্চয়। "চেলুলয়ড'ত পিলিক চৌধুৰীৰ খেল ধৰি ৰখা হ'লহেঁতেন আজি সেইয়া প্ৰশিক্ষণৰ উপযোগী হৈ উঠিলহেঁতেন। আজিৰ মানুহে পেলেক দেখাৰ দৰে চমক খাই উঠিলেহেতেন তাত কোনো সন্দেহ নাই।

## পিলিক চৌধুৰীৰ খেলৰ খতিয়ান :

### (ক) 'ফুটব'ল :

(১) গুৱাহাটী কটন কলেজিয়েট স্কুল আৰু কটন কলেজৰ অধিনায়ক।

(২) মহাৰাণা ক্লাবৰ অধিনায়ক

(৩) গুৱাহাটী টাউন ক্লাবৰ খেলুৱৈ

(৪) এন্ এফ ৰেলুৱৈ দ'লৰ অধিনায়ক

(৫) কলিকতা আই এফ এ শ্বিল্ড, কাতিহাৰ কোচবিহাৰ, লক্ষ্মৌ আদি ঠাইৰ আৰু অসমৰ বিভিন্ন প্ৰতিযোগিতাত বিশেষ নৈপুন্য।

৬) কলিকতা মোহন বাগান দলৰ হৈ খেলিবলৈ আমন্ত্ৰিত।

(৭) ১৯৪৯ চনৰ অসমদ'লৰ অধিনায়ক

### (খ) ক্ৰিকেট :

(১) গুৱাহাটীৰ মহাৰাণা ক্লাব আৰু কটনৰ অধিনায়ক

(২) এন্ এফ ৰেলুৱৈ দ'লৰ অধিনায়ক।

(৩) অসম ৰঞ্জী দল ৰ খেলুৱৈ ( ১৯৩৮ ৰ পৰা ১৯৫২ লৈ )

(৪) ১৯৫০-৫১ বছৰত ভাৰতীয় দলৰ "নেট" ত অংশ গ্ৰহণ

(৫) বিদেশী দ'ল ৱেষ্ট ইণ্ডিজৰ বিৰুদ্ধে এলাহাবাদত (১৯৫১) পূৰ্ব্বাঞ্চল দলত দ্বাদশ খেলুৱৈ হিচাবে নিৰ্ব্বাচন আৰু অংশ গ্ৰহণ (১৯৪৮-৪৯)

(৬ পূৰ্ব্বাঞ্চল ক্ৰিকেট দ'লত অসমৰপৰা স্থান পোৱা ৰাজ্যখনৰ প্ৰথমজন ক্ৰিকেটাৰ।

(৭) অসম ক্ৰিকেট সন্থাৰ ১৯৫৫—৫৬) প্ৰাক্তন নিৰ্ব্বাচক।

**বিশেষ দ্ৰষ্টব্য :**

ফুটব'ল আৰু ক্ৰিকেট সমানে খেলা আৰু ৰাজ্যিক দ'লত স্থান পোৱা অসমৰ প্ৰথমজন খেলুৱৈ পিলিক চৌধুৰী অসমৰ প্ৰকৃত অৰ্জুন।

বিৰল দৃষ্টান্ত : একেলগে দুটা প্ৰধান ( ফুটবল ক্ৰিকেট ) খেলত ৰাজ্য এখনক প্ৰতিনিধিত্ব কৰা স্‌চাকৈ এক বিৰল দৃষ্টান্ত। এনে ধৰণৰ বিখ্যাত খেলুৱৈ সকল হৈছে ইংলণ্ডৰ ডেনিছ-কম্পটন, আৰু আয়ান ব'থাম। ভাৰত তথা বঙ্গৰ চুনী গোস্বামী আৰু অসমৰ পিলিক চৌধুৰী। সেই ফালৰ পৰা আমি স্‌চাই গৰ্ব্ব কৰিব পাৰো।

আজি পিলিক চৌধুৰীৰ খেলৰ নৈপুন্য অনুধাবন কৰিবলৈ চেলুলয়ত বা টেলিভিচন নাই—কিন্তু আছে জীৱন স্মৃতি। সেউজীয়া হৈ মিঠামধুৰ স্মৃতি। অসম সাহিত্য সভাৰ বৰ্ত্তমান সভাপতি ( দুই বছৰীয়া ) ইংৰাজী আৰু অসমীয়া ভাষাত দক্ষ লিখক শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াই তেতিয়াই লিখিছিল (১৯৬৪ ৰামধেনু) "Style is the man পিলিকৰ খেলাত এটা সাৱলীল গতি আছে, দুৰ্দান্ত কণ্ট্ৰল আছে। সেয়েহে পিলিক চৌধুৰী আজিও স্থিমিংত ( Set out ) অসম ফুটবলত অদ্বিতীয়।

স্পটচ অথৰিটি অফ্ ইণ্ডিয়া'ৰ ক্ৰীড়া প্ৰতিভা সন্ধানী এক অভিলাষী আঁচনিৰ সতে ৰজিতা খুৱাই অসম চৰকাৰে ১৯৮৬ চনৰ পৰা "পিলিক চৌধুৰী"ৰ সোঁৱৰণত ১৪ বছৰৰ অনুৰ্দ্ধ-আন্তঃ জিলা স্কুল ফুটবল টুৰ্ণামেণ্ট খেল খেলাই আহিছে। ক্ৰিকেটৰ আগৰগুৰা বুলি অপেনিং বাটলাৰ পিলিক চৌধুৰীৰ নামত নেহৰু ষ্টেডিয়ামৰ ক্ৰিকেট পেভিলিয়নটো পিলিক চৌধুৰীৰ নামেৰে নামাকৰণ কৰা হৈছে। 'গুৰুতকৈ শিষ্য ডাঙৰ' প্ৰবচন ফাকি স্‌চাই দেখা পালেহে পিলিক চৌধুৰীৰ সেই মিঠা হাঁহি পুনৰ জিলিকি উঠিব।

যি কোনো কাম কৰিবলৈ এটা সুস্থ শৰীৰ আৰু সুস্থ মনৰ দৰ্কাৰ। শাৰীৰিক যোগ্যতা অৰ্জন কৰিবলৈ খোজকঢ়া দৌৰা, সাঁতোৰা আদি ব্যায়াম অতি প্ৰয়োজন। জিৱনি প্ৰতিজন মানুহৰ বাবে অতি প্ৰয়োজনীয়। গভীৰ টোপনি সুস্বাস্থ্যৰ বাবে

অতি প্ৰয়োজনীয়। দেহ গঢ়িবলৈ কণী, মাছ, মাংস বাদাম, ফল,-মূল, কেঁচা শাক-পাচলি আদিৰ প্ৰয়োজন।

১৯৫২ চনত শিৱসাগৰ জিলাৰ কালুগাওঁ নিবাসী টঙ্কেশ্বৰ দত্ত আৰু ফুলেশ্বৰী দত্তৰ ১৮ বছৰীয়া কন্যা শ্ৰীমতী পূৰ্ণিমা দত্তৰ লগত পিলিক চৌধুৰীৰ বিয়া হয়।

তেওঁলোকৰ সন্তান ৩টি। ল'ৰা এজন আৰু কন্যা দুই গৰাকী। সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

১। ডাঃ জয়ান্তি বৰুৱা।

২। শ্ৰীমতী মন্তি দাস বিএ.

৩। শ্ৰীশান্তনু চৌধুৰী বি এছ চি (বেংকৰ বিষয়া)

স্বৰ্গীয়—পিলিক চৌধুৰীৰ আত্মাৰ শান্তি কামনা কৰি ভগৱানক প্ৰাৰ্থনা জনালো।



[শ্ৰীনিত্যানন্দ বৰকাকতি, সঞ্চালক, ক্ৰীড়া আৰু যুৱ-কল্যান বিভাগ, অসমৰ দ্বাৰা প্ৰকাশিত আৰু ক্ৰীড়া বিষয়া মুজতৰ্তা পিয়াৰৰ দ্বাৰা সম্পাদিত (স্পা) স্মৃতি গ্ৰন্থৰ সহায়ত লিখা]

# বহুগুণৰ সমাহাৰ—জীৱেশ্বৰ শৰ্মা

ইংৰাজী ৫-৪-১৯১৩ তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত মাজিৰ গাঁওত এটি উজ্জ্বল শিশুৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৰত্নেশ্বৰ শৰ্মা আৰু মাতৃ আছিল কেহেশ্বৰী দেৱী।

শৰ্মা সৰুৰে পৰা ধীৰ-স্থিৰ আৰু সৎ ছাত্ৰ আছিল। সদায় নিজৰ কৰ্ম স্নুকলমে কৰিছিল।

১৯৩৫ চনত তেখেতে পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা (বৰ্ত্তমান উচ্চতৰ বহুমুখী বিদ্যালয়) মেট্ৰিক পাছ কৰে আৰু তাৰ পিছত যোৰহাটৰ পৰা নৰ্মাল পাছ কৰে।

তেখেতে সৰপাৰা এমই স্কুল, ৰামপুৰ এম, ই স্কুল আৰু পলাশবাৰী আৰ বি হাইস্কুলত কাম কৰে আৰু ১৯৬০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনৰ মডেল স্কুলত যোগদান কৰি ১৯৭৮ চনত অৱসৰ গ্ৰহণ কৰে।

শৰ্মাই হাইস্কুলীয়া জীৱনৰ ৫ম মান শ্ৰেণীতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনীত যোগদান কৰি স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰে। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত বৃটিছৰ সেনা চাউনীত জুই জ্বলাবলৈ গৈ আটকাধীন হৱ লগীয়া হৈছিল। ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত (Do or die movement) তেখেতে দক্ষিণ কামৰূপৰ গ্ৰাম্যাঞ্চলত স্বদেশ প্ৰেমমূলক গীত পৰিবেশন কৰি ৰাইজৰ মাজত দেশ প্ৰেম ভাব জগাই তুলিবলৈ চেষ্টা কৰিছিল আৰু সফল হৈছিল।

দক্ষিণ কামৰূপৰ বিভিন্ন মঞ্চত অভিনয় আৰু গীত পৰিবেশন কৰা শৰ্মা কৌতুক অভিনেতা হিচাবেও জনপ্ৰিয় আছিল।

জীৱেশ্বৰ শৰ্মাৰ ধৰ্ম পত্নী শ্ৰীমতী প্ৰভাদেৱী পলাশবাৰীৰ খটীয়ামাৰী সত্ৰৰ গৌৰী গোস্বামী আৰু মাতৃ পদ্মাদেৱীৰ কন্যা।

তেওঁলোকৰ ৬ জন পুত্ৰ আৰু ২ জনী কন্যা। কঠোৰ পৰিশ্ৰম আৰু ত্যাগৰ বিনিময়ত আটাইকেইটি সন্তান-সন্ততিয়ে সমাজত প্ৰতিষ্ঠিত হ'ল। ডাক্তৰ, ইঞ্জিনিয়াৰ, অধ্যাপিকা আদি আসনত প্ৰতিষ্ঠিত তেওঁৰ সু-পুত্ৰ-পুত্ৰীগণ। উচ্চবংশৰ উচ্চ শিক্ষিত দুই জোঁৱাই অশেষ গুণৰ অধিকাৰী। শ্ৰীমতী প্ৰভাদেৱীৰ ভাতৃ চাৰিজনৰ ভিতৰত শ্ৰীনগেন গোস্বামী এতিয়াও সবল সুঠাম হৈ আছে। শৰ্মাৰ ৯৫ বছৰীয়া বাইদেউ শ্ৰীমতী ৰামেশ্বৰী দেৱী স্বামী ৺ৰামদেৱ শৰ্মা। ভনীয়েক গঙ্গা স্বামী ৺মহেন্দ্ৰ শৰ্মা।

শৰ্মাদেৱৰ ভাগিন-ভাগিনীয়েক সকল হ'ল—শ্ৰীনৰেণ শৰ্মা, ৺শৰৎ চন্দ্ৰ শৰ্মা, গুৱাহাটী হাই কোৰ্টৰ এড্‌ভোকেট শ্ৰীগোলাপ শৰ্মা, শ্ৰীধীৰেন শৰ্মা, শ্ৰীপ্ৰমোদ শৰ্মা, শ্ৰীবাণী শৰ্মা, কামিনী দেৱী, সৰলা দেৱী, শ্ৰীমতী নিৰু গোস্বামী, শ্ৰীশ্যামসুন্দৰ শৰ্মা, শ্ৰীব্ৰজেন শৰ্মা, শ্ৰীমতী বটে দেৱী আৰু লক্ষ্মী দেৱী।

শৰ্মা ডাঙৰীয়াৰ সন্তান কেইজন হ'ল—

| পুত্ৰ : | বোৱাৰী : |
|---|---|
| ১। শ্ৰীবিশ্বেশ্বৰ শৰ্মা | শ্ৰীমিনতি দেৱী |
| ২। ডাঃ ভবেন শৰ্মা | শ্ৰীনমিতা দেৱী |
| ৩। শ্ৰীলোহিত শৰ্মা | শ্ৰীউষা দেৱী |
| ৪। শ্ৰীআনন্দ শৰ্মা | শ্ৰীমুনমুন শৰ্মা |
| ৫। শ্ৰীপ্ৰবীণ শৰ্মা | শ্ৰীগীতা শৰ্মা |
| ৬। শ্ৰীঅতুল শৰ্মা | শ্ৰীগীতাঞ্জলি শৰ্মা |

| কন্যা : | জোঁৱাই : |
|---|---|
| ক) শ্ৰীঅনিমা বৰুৱা | ডঃ দীনেশ বৰুৱা |
| খ) শ্ৰীমিনাক্ষী শৰ্মা | শ্ৰীকৰুণা মোহন শৰ্মা |

জীৱেশ্বৰ শৰ্মাদেৱ আছিল একেৰাহে—গায়ক, মঞ্চ অভিনেতা, কৃতি শিক্ষক, মুক্তি যোদ্ধা, সমাজসেৱক, জীৱন

বীমা কৰ্পৰেচনৰ এজন আগশাৰীৰ এজেণ্ট এজন আদৰ্শ স্বামী, এজন স্নেহশীল পিতৃ, আদৰ্শ শহুৰ, মৰমিয়াল ককাদেউতা; সু-নাগৰিক, অতিথিপৰায়ণ আৰু দুখীয়াৰ বন্ধু। বিভিন্ন কালজয়ী আদৰ্শৰ উপৰিও জীৱেশ্বৰ শৰ্মাৰ বিভিন্ন মঞ্চস্থ কৰা কৌতুক অভিনয়, খুহুটীয়া নাটক "শেষ অৱতাৰ" (অপ্ৰকাশিত) আৰু ড° ভূপেন হাজৰিকাৰ "লোহিত কিনাৰে" টি ভি চিৰিয়েল দৰ্শকৰ মনপ্ৰাণ হৰি নিয়া অভিনয়ে তেওঁক চিৰকাল অমৰ কৰি ৰাখিব।

ইং ৩০।৫।৯৯ তাৰিখে শৰ্মাদেৱ চিৰদিনৰ কাৰণে আমাৰ মাজৰ পৰা আঁতৰি গ'ল।

গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ, দূৰদৰ্শন কেন্দ্ৰই শৰ্মাদেৱৰ গুণাৱলী প্ৰকাশ কৰি বাতৰি প্ৰচাৰ কৰিলে, বিভিন্ন বাতৰি কাকত আলোচনীত তেখেতৰ মৃত্যুৰ বাতৰি প্ৰকাশ হ'ল।

পশ্চিম ৰামছাৰাণী উচ্চ মাধ্যমিক বিদ্যালয়, বিজ্ঞান মহাবিদ্যালয় (যোৰহাট) শিক্ষক সন্থা, ১০ নং মাজিৰ গাঁও কৃষ্ণৰাম সোঁৱৰণী প্ৰাথমিক বিদ্যালয় আদিয়ে শৰ্মাদেৱৰ সোঁৱৰণী প্ৰকাশ কৰি আত্মাৰ শান্তিৰ হকে প্ৰাৰ্থনা কৰিছে আৰু শোকাকুল পৰিয়াল বৰ্গলৈ সমবেদনা জ্ঞাপন কৰিছে। শৰ্মাৰ অমৰ আত্মাই য'তে আছে তাৰ পৰা আমাৰ নমস্কাৰ গ্ৰহণ কৰক।





# কৰ্মযোগী হৰিশ্চন্দ্ৰ দাস

একোজন ব্যক্তিয়ে সমাজক বিভিন্ন দিশৰ পৰা আগবঢ়াই দিব বিচাৰে। তেনে এজন ব্যক্তি আছিল প্ৰয়াত হৰিশ্চন্দ্ৰ দাস। উঠি অহা নতুন ছোৱালীয়ে যাতে তেওঁৰ বিষয়ে কিছু কথা জানিব পাৰে সেই উদ্দেশ্যে এই জীৱনী লিখাৰ আয়োজন।

ইংৰাজী ১৯০৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ৩ তাৰিখে বৃহস্পতি বাৰে হৰিশ্চন্দ্ৰ দাসৰ পলাশবাৰী থানাৰ অন্তৰ্গত শিকাৰহাটী সত্ৰত জন্ম হয়। তেওঁৰ পিতৃৰ নাম আছিল বালিৰাম দাস। তেওঁ পিতৃক কম বয়সতে হেৰুৱাই অভাৱ অনাটনৰ মাজত দিনবোৰ অতিবাহিত কৰে। **"If there is a will there is a way"** তেওঁ সৰুৰে পৰা সৎসাহসী আৰু সবল শৰীৰ আৰু মনৰ অধিকাৰী আছিল। অভাৱ অনাটনে তেওঁক উন্নতিত বাধা দিব নোৱাৰিলে।

১৯১৪ চনত শিকাৰহাটী প্ৰাইমাৰী স্কুলৰ পৰা বৃত্তি পাই পাৰাকুছি ছাত্ৰবৃত্তি স্কুলত পঢ়িবলৈ যায়। পিছত গুৱাহাটীৰ ১৮৩৪ চনত স্থাপিত কটন কলেজিয়েট স্কুলৰ পৰা ১৯২৫ চনত প্ৰথম বিভাগত মেট্ৰিক পাছ কৰে। ১৯২৮ চনত কটন কলেজৰ পৰা ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্ৰথম বিভাগত আই এ, পাছ কৰে আৰু ১৯৩০ চনত উক্ত

কলেজৰ পৰা বি, এ, পাচ কৰে। পিচলৈ স্কুলত চাকৰি কৰা সময়তে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি, টি পাছ কৰে।

কটন কলেজত পঢ়ি থকা অৱস্থাত শিক্ষক হিচাবে লগ পোৱা প্ৰখ্যাত ব্যক্তি সকল:

৺পি, জি আব্ৰাহাম, ৺বিচি সেনগুপ্তা, ৺আৰ, টমাছ, ৺উমা-কান্ত গোস্বামী, ৺ডঃ সূৰ্য্য কুমাৰ ভূঞা, ৺ভুবন সেন ইত্যাদি।

কলেজত পঢ়ি থকা অবস্থাতে দক্ষিণ কামৰূপৰ এসময়ৰ প্ৰখ্যাত ব্যক্তি ৺থৰ্গধৰ চৌধুৰীৰ কন্যা মৃণালিনী চৌধুৰীৰ লগত বিয়া হয়। তেওঁলোকৰ ৪ জন ল'ৰা আৰু ৪ জনী ছোৱালী। সকলোটি সন্তান শিক্ষিত। আৰু উপযুক্ত (১) ৺যোগেশ চন্দ্ৰ দাস এম, এ. প্ৰথমতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰীক্ষা শাখাত আৰু শেষত দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুলত শিক্ষকতা কৰিছিল।

(২) শ্ৰীপ্ৰবোধ কুমাৰ দাস বি ই ( চিভিল )। প্ৰথমতে A. G. C. C. ত ইঞ্জিনিয়াৰ হিচাবে কাম কৰি পিচলৈ গুৱাহাটী মহকুমা পৰিষদত Executive Engineer হয় গৈ। পিছত চাকৰি বাদ দি স্বাধীন ভাবে কাম কৰিবলৈ লয়।

(৩) শ্ৰী নৃপেন্দ্ৰ নাৰায়ণ দাস বি এছ চি, গুৱাহাটীৰ Reserve Bank of India ত কামকৰে।

(৪) শ্ৰীসন্তোষ কুমাৰ দাস এম, এ ছয়গাঁও মহাবিদ্যালয়ৰ ইংৰাজীৰ প্ৰবক্তা। তেওঁৰ কন্যা ৪ গৰাকী হ'ল ক্ৰমে:

(১) শ্ৰীমতী বীণাপানি দাস

(২) শ্ৰীমতী পংকজ কুমাৰী বৰুৱা বি, এ, গুৱাহাটী উচ্চ ন্যায়া-লয়ত কাম কৰে।

(৩) ৺পূৰ্ণ শশী বৈশ্য এম, এ

(৪) শ্ৰীমতী অপূৰ্ণা দাস কাকতি এম, এ, বৰ্তমান মিৰ্জ'াত অৱস্থিত ১৯২০ চনত স্থাপিত পলাশবাৰী আৰ বি উচ্চতৰ বহুমুখী বিদ্যালয়ৰ ইংৰাজী বিষয়ৰ শিক্ষয়িত্ৰী। হৰিশ্চন্দ্ৰ দাসে

উপদেশত কৈ আহিঁ বেছি ভাল পায় তেওঁ আছিল এজন আদর্শ গৃহস্থ। স্নেহশীল পিতৃ, আদর্শ শহুৰ আৰু মৰমিয়াল ককাদেউতা

পৃথিবীৰ অন্যতম শিক্ষাবিদ, ড° ৰাধকৃষ্ণনৰ মতে শিক্ষা কেবল ধন ঘটিবৰ উপায়েই নহয়, নাইবা জ্ঞান আহৰনো নহয়। ই এটা আধ্যাত্মিক প্ৰক্ৰিয়া, সত্যৰ অনুসন্ধাৰ কাৰণে প্ৰচেষ্টা। সদ্‌গুনাবলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য।

সেই সময়ত দক্ষিণ কামৰূপত (ধাৰাপুৰৰ পৰা গোৱাল পাৰাৰ সীমালৈ) মাত্ৰ এখনহে হাইস্কুল আছিল পলাশবাৰী আৰ বি হাইস্কুল (১৯২০)। ছয় গাঁও অঞ্চল শিক্ষাত পিছ পৰি আছিল। **Man is a mixture of heaven and earth; the aim of education is to remove earth from the heaven.** অৰ্থাৎ মানুহৰ গাত দেবত্ব আৰু পশুত্ব গুণ থাকে। পশুত্ব গুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য। শিক্ষাৰ অবিহনে সামাজিক পৰিবৰ্ত্তন সম্ভব হৈ উঠিব নোৱাৰে। শিক্ষা-ইহে সমাজৰ পৰিবৰ্ত্তন আৰু প্ৰগতিৰ চকৰী অব্যাহতভাবে ঘূৰাই ৰাখিব পাৰে। শিক্ষাই প্ৰগতিৰ পথ দেখুৱায়।

১৯৩৮ চনত হৰিচন্দ্ৰ দাসে ছয়গাঁও হাইস্কুল প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক হয় আৰু ১৯৪৫ চনলৈকে উক্ত স্কুলত দেহেকেহে লাগি থকা ব্যক্তি। ছয় গাঁও হাইস্কুলৰ (বৰ্ত্তমান উচ্চতৰ বিদ্যালয়) ইতিহাস বিচাৰিলে হৰিশ্চন্দ্ৰ নাম লব লাগিব। আজি হৰিশ্চন্দ্ৰ দাস আমাৰ মাজত নাই সঁচা কিন্তু তেওঁৰ কৰ্মথলী ছয়গাঁও হাইস্কুলত সজীৱ হৈ আছে।

হৰিশ্চন্দ্ৰ দাসৰ শিক্ষাৰ প্ৰতি আগ্ৰহ আছিল। ইয়াৰ পিছত তেওঁ চিলঙৰ গবৰ্ণমেণ্ট হাইস্কুলতো শিক্ষকতা কৰে।

"বাণিজ্যে বসতিঃ লক্ষ্মী"। বাণিজ্য নকৰিলে জাতি এটাই অৰ্থনৈতিক ক্ষেত্ৰত আগবাঢ়িব নোৱাৰে। তেওঁ কাঠৰ ব্যৱসায়

আৰম্ভ কৰে। দক্ষিণ কামৰূপ কাঠৰ কাৰণে জগত বিখ্যাত, এই কামটোত তেওঁ সফল হৈছিল, তেওঁ P.W.D. ৰ ঠিকাৰো কাম কৰিছিল তেওঁ বিশ্বাস কৰিছিল যে কৰ্মই ধৰ্ম, ধৰ্মই শান্তি, কৰ্মই আমাক ৰক্ষাকৰে আৰু অকৰ্ম'ই আমাক ধ্বংস কৰে।

শিক্ষাৰ প্ৰতি তেওঁৰ বেছি ধাউতি থকাৰ কাৰণে ১৯৫৭ চনত দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুলৰ প্ৰধান শিক্ষক আৰু সম্পাদক হয়। এই কামত তেওঁ ১৯৬৮ চনলৈ থাকে। দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুলৰ কথা ওলালে হৰিশ্চন্দ্ৰ দাসৰ নাম আহি যায়। হৰিশ্চন্দ্ৰ দাসক নজনা মানুহ দক্ষিণ কামৰূপত নাই বুলি কলেই হয়।

তেওঁ তিনি আলি শিপিনী সমবায় সমিতিৰ সভাপতি, আছিল। শিপিনী সকলৰ উন্নতিৰ কাৰণে তেওঁ চেষ্টা কৰিছিল। শিকাৰহাটী আৰু তিনি আলি অঞ্চলৰ নানা ধৰণৰ সামাজিক কামত তেওঁ জড়িত আছিল, **National Sports club of Assam** ৰ তেওঁ আজীৱন সদস্য আছিল,।

গুৱাহাটীৰ পৰা গোৱালপাৰাৰ মাজত কোনো কলেজ নাছিল। ছাত্ৰ-ছাত্ৰীসকলৰ অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি কেইজন মান দূৰদৰ্শী লোকে মিৰ্জাত এখন কলেজ পাতিবলৈ চিন্তা কৰে আৰু হৰিশ্চন্দ্ৰ দাসক ইয়াৰ সম্পাদকৰ দায়িত্ব দিয়ে। দাস এজন শিক্ষা বিষয়ত অভিজ্ঞতা থকা ব্যক্তি। **A man is Known by his action.** এজন মানুহ কেনে তাক কাৰ্য্যৰ দ্বাৰাহে জনা যায়। দাসৰ নেতৃত্বত দক্ষিণ কামৰূপ কলেজে ঠন ধৰি উঠে। পলাশবাৰী অঞ্চলৰ অধ্যাপক গজেন ঠাকুৰীয়া দেৱে মঙ্গলদৈ কলেজত উপাধ্যক্ষ আছিল। ৰাইজে ঠাকুৰীয়া দেৱক মিৰ্জাত অৱস্থিত দক্ষিন কামৰূপ কলেজত অধ্যক্ষৰ পদত যোগদান কৰিব দিয়ে। ফলত দক্ষিন কামৰূপ কলেজ আজি

অসমৰ এখন আগ শাৰীৰ কলেজ হৈছে। দক্ষিন কামৰূপ কলেজৰ ইতিহাস চালে হৰিশ্চন্দ্ৰ দাসৰ নাম আমাৰ মনলৈ আহে। তেওঁৰ কৰ্ম'ই তেওঁক জীয়াই ৰাখিব।

১৯৮৯ চনৰ ১৪ আগষ্ট তাৰিখে হৰিশ্চন্দ্ৰ দাসে ইহলীলা ত্যাগ কৰে।

১৯৯৫ চনত তেখেতৰ পত্নী মৃণালিনী দাসৰো মৃত্যু হয়। দাস এজন সৎ সাহসী ব্যক্তি আছিল। ধুতি পাঞ্জাৰী পৰিধান কৰা দাস সৰলাচৰণৰ ব্যক্তি আছিল, তেওঁ আছিল কৰ্ম যোগী। তেওঁ সমাজৰ উন্নতিৰ হকে দেহে-কেহে লাগি থকা ব্যক্তি আছিল। নানা ঘাট প্ৰতিঘাট অতিক্ৰম কৰি সমাজ উন্নতি কৰা ব্যক্তি, তেওঁৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।





# অভিলাষী নবীন চন্দ্ৰ কলিতা

কামৰূপ জিলাৰ পলাশবাৰী থানাৰ অন্তৰ্গত ৰৰবাঁহাৰ গাঁওত ১৯০৯ চনত নবীন চন্দ্ৰ কলিতাৰ জন্ম হয়। তেখেতৰ দেউতাক আছিল ৰজত চন্দ্ৰ কলিতা।

এই ৰৰবাঁহাৰ (ঘৰবাৰী সহ খেতি কৰা ঠাই) ৰৰবাঁহাৰ ব্ৰহ্মপুত্ৰত জাহ গৈছে। গাঁওৰ শস্যই মানুহক আকৰ্ষণ কৰিছিল। মানুহ বিলাক আছিল স্বাৱলম্বী। কলিতা সকৰে পৰা সৎ প্ৰকৃতিৰ ল'ৰা আছিল। তেখেতৰ নিজৰ ওপৰত আত্মবিশ্বাস আছিল। সেই সময়ত পঢ়িবলৈ স্কুল, কলেজৰ বৰ অভাৱ আছিল। ল'ৰাবিলাকে দহ/বাৰ মাইল বুলি বুলি গৈ স্কুলত পঢ়িছিল। ছোৱালীয়ে স্কুলত প্ৰায়ে নগৈছিল অভিভাৱক সকলে ছোৱালী স্কুলত পঢ়াটো পচন্দ নকৰিছিল। কেবাখনো গাঁওৰ মাজতহে এজন বা দুজনহে মেট্ৰিক পাছ লোক আছিল। কলিতাই পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা বৰ্তমান উচ্চতৰ বহুমুখী বিদ্যালয়) মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। সেই সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাত কটন কলেজত (১৯০১ চনত স্থাপিত) বাহিৰে অন্য কলেজ নাছিল। সেই সময়ত এল, পি, এম, ভি পাছ কৰিলে যথেষ্ট শিক্ষিত বুলি সমাজত গণ্য কৰা হৈছিল।

কলিতাই কলেজত পঢ়া আশা এৰি চাকৰিত যোগদান কৰিলে। নহিৰা, গুইমাৰা, ৰামপুৰ, পলাশবাৰী অঞ্চলত

তেখেতক 'নবীন দাৰোগা' বুলি জনাজাত। অসমৰ বিভিন্ন ঠাইত যেনে নগাঁও, তেজপুৰ, ডিব্ৰুগড় আদি ঠাইত তেওঁ চাকৰি কৰিছিল। তেওঁ অন্যায় কৰি ধন ঘটাৰ পক্ষপাতি নাছিল। বিনা দোষত মানুহক জুলুং নকৰিছিল। সত্যত তেওঁৰ বিশ্বাস আছিল। শাস্ত্ৰ অধ্যায়ন কৰি তৃপ্তি পাইছিল।

১৯৩৬ চনত কলিতাই পলাশবাৰীৰ বিখ্যাত ব্যৱসায়ী, মুক্তি যোদ্ধা ললিত চন্দ্ৰ কলিতাৰ ( মহাজনৰ ) আৰু প্ৰতিমা কলিতাৰ চাৰে দহ বছৰীয়া কন্যা শ্ৰীমতী সৰলা কলিতাক বিয়া কৰায়। শ্ৰীমতী কলিতাই ৬ষ্ঠ মান শ্ৰেণীলৈ স্কুলত পঢ়িছিল। তেখেত এজনী সু-গৃহিনী আৰু আদৰ্শ মাতৃ আছিল। তেওঁ উপদেশতকৈ আহি বেছি ভাল পাইছিল। তেওঁ আছিল অতিথি পৰায়ণ, ঘৰুৱা কামত পাকৈত আৰু বহল মনৰ, সুস্বাস্থ্যৰ এগৰাকী সমাজ প্ৰিয়া মহিলা।

তেখেত সকলৰ ৫ জন ল'ৰা আৰু ৪ জনী কন্যা। সকলোটি সন্তান উচ্চ শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

| পুত্ৰ | বোৱাৰী |
|---|---|
| (১) শ্ৰীহিৰণ্য কুমাৰ কলিতা, বি, এ, | শ্ৰীমতী অঞ্জনা কলিতা |
| (২) শ্ৰীৰমেন কলিতা, ইঞ্জিনীয়াৰ | শ্ৰীমতী গীতিমা কলিতা বি, এ, |
| (৩ শ্ৰীদীপক কলিতা, বি, এছ, চি, | শ্ৰীমতী নিৰমালি কলিতা ( কলেজত পঢ়া ) |
| (৪ ডাঃ শ্যামল কলিতা, এম, বি, বি, এচ | ডাঃ পাৰুল কলিতা, এম বি, বি এছ, এম,ডি |
| (৫) শ্ৰীপ্ৰদীপ কলিতা, বি, এছ চি | ডাঃ মৃদুলা কলিতা, এম, বি, বি, এচ, এম, ডি, |

তেখেত সকলৰ ছোৱালী আৰু জোঁৱাই কেইজন হ'ল ক্ৰমে—

| ছোৱালী | জোঁৱাই |
| --- | --- |
| (১) শ্ৰীমতী নিভা কলিতা, এম এ পঢ়া | ডাঃ ৺ উগ্ৰ কলিতা, এম, বি বি, এচ, |
| (২) শ্ৰীমতী ইভা চহৰীয়া, এম, এ, | ৺ অক্ষয় চহৰীয়া ইঞ্জিনীয়াৰ |
| (৩) শ্ৰীমতী আভা দত্ত, বি, এ | শ্ৰীপদ্ম দত্ত এম, এ |
| (৪) শ্ৰীমতী বিভা বৰ্ম্মণ, এম, এ | শ্ৰীচন্দন বৰ্ম্মণ, এম, এ |

তেখেত সকলৰ কেবাজনো উপযুক্ত নাতি-নাতিনী আছে।

নবীন কলিতা এজন আদৰ্শ গৃহস্থ, আদৰ্শ পিতৃ, আদৰ্শ শহুৰ আৰু আদৰ্শ ককাই। তেওঁ ওচৰ-চুবুৰীয়াৰ সৈতে মিলা-প্ৰীতিৰে বসবাস কৰিব বিচাৰে। তেওঁৰ শৰীৰ সুস্থ আৰু মন উদাৰ। তেওঁ আনৰ উপকাৰ কৰিব বিচাৰে। উপকাৰ কৰিব নোৱাৰিলেও কেতিয়াও আনৰ অন্যায় নকৰে।

কলিতাই শিক্ষাত যথেষ্ট গুৰুত্ব দিছিল। কাৰণ প্ৰকৃত শিক্ষাই উন্নতিৰ কাৰণ। প্ৰকৃত শিক্ষাই মানুহ গঢ়ে আৰু চৰিত্ৰ গঠন কৰে। শিক্ষাই মানুহক সম্পদ কৰে। শিক্ষাই সমাজৰ কুসংস্কাৰ বোৰ ধুই নিকা কৰিব পাৰে। লৰা ছোৱালী শিক্ষিত হ'লে জনসংখ্যা কমে। তেখেতে স্ত্ৰী শিক্ষাত গুৰুত্ব দিছিল। কাৰণ এজন লৰা শিক্ষিত হলে নিজে শিক্ষিত হয় আৰু এজনী ছোৱালী শিক্ষিতা হ'লে গোটেই ঘৰখনে শিক্ষিত হয়। নাৰীৰ উন্নতি নহলে কোনো সমাজে কেতিয়াও উন্নতি কৰিব নোৱাৰে। সমাজত প্ৰায় ৫০% লৰা আৰু বাকী ৫০% ছোৱালী। লৰাৰ উন্নতি কৰি সমাজৰ ৫০%, হে উন্নতি হ'ব পাৰে। গতিকে সমাজৰ সৰ্ব্বাঙ্গীন উন্নতিকাৰণে স্ত্ৰী শিক্ষা অতি প্ৰয়োজন, ভাৰতীয় মহিলাই সমাজত বহুত যন্ত্ৰণাত ভুগিছে—যেনে বাল্য বিবাহ, বিধবা বিবাহৰ অপ্ৰচলন, সতীযোৱা প্ৰথা। সময়ৰ

লগে লগে বহুত বাধা অঁাতৰিছে যদিও এতিয়াও বহুত কৰণীয় আছে, বৰ্তমান সমাজত নাৰী ধৰ্ষণে এটা ডাঙৰ সমস্যাৰূপে থিয় দিছে। শিক্ষাই মানুহৰ মন বহল কৰে। আৰু ভাল বেয়া জানিবৰ ক্ষমতা প্ৰদান কৰে। নবীন কলিতাই আহিঁৰে সমাজত উদাহৰণ ডাঙি ধৰিছে। তেওঁৰ সকলোটি সন্তানে যোগ্যতা অৰ্জন কৰিছে। নহিৰা সত্ৰত জন্ম গ্ৰহন কৰা, বিশ্ববিখ্যাত জনকৃষ্টিৰ সাধক ড° প্ৰফুল্লদত্ত গোস্বামীয়ে কয় যে যোগ্যতা থাকিলে কোনেও কাৰো খাব নোৱাৰে।' মানুহে যোগ্যতা অৰ্জন কৰিব লাগে। কেৱল যোগ্যতাইহে উন্নতিৰ চাবি কাঠি। যোগ্যতা থকাৰ কাৰণে জাপানীসকল আজি পৃথিবীৰ এটা অতি উন্নত জাতি। Reight believe, Reight feeling and Reight action is religion শুদ্ধ বিশ্বাস, শুদ্ধ অনুভৱ আৰু শুদ্ধ কৰ্মই ধৰ্ম। মানুহে শুদ্ধ কৰ্ম কৰি সমাজ শান্তি স্থাপন কৰিব পাৰে। শান্তিহে উন্নতিৰ পথ দেখুৱাব পাৰে।

নবীন কলিতা এজন দেখনিয়াৰ মানুহ আছিল। বিয়া বাৰু, পুজা পাৰ্বনত ধুতি পাঞ্জাবী পিন্ধিছিল, তেওঁ পৰচৰ্চা নকৰিছিল। তেওঁ আছিল এজন সৰলাচৰনৰ লোক। তেওঁ আছিল এজন কৰ্মযোগী, খেতিবাতিত তেওঁৰ নিচা আছিল। তেওঁৰ মৃত্যুত সমাজৰ অপুৰণীয় ক্ষতি হ'ল তেওঁৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।





# সমাজ প্ৰেমী
# উমেশ চন্দ্ৰ কলিতা

১৯৩৪ চনত পলাশবাৰী থানাৰ অন্তৰ্গত নহিৰা সত্ৰত উমেশ চন্দ্ৰ কলিতাৰ জন্ম হয়। তেওঁৰ দেউতাক আছিল ৺দধিৰাম কলিতা আৰু মাতৃ আছিল ৺সাধেবালা কলিতা। তেওঁলোকৰ ৯ টি সন্তান আছিল। বৰ্তমান সমাজসেৱক শ্ৰীভোগেশ্বৰ কলিতা, এম, এ, বিভিন্ন ঠাইত চাকৰি কৰি বৰ্ত্তমান মালিগাঁৱত ৩ নং গেটত কলিতা প্ৰেছৰ স্বত্বাধিকাৰ।

উমেশ কলিতা সৰুৰে পৰা ধীৰস্থিৰ আৰু সত্যবাদী ল'ৰা আছিল। তেওঁ আছিল দেখনিয়াৰ। সকলোৰে লগত মিলা-প্ৰীতিৰে চলিছিল।

তেওঁ পলাশবাৰী আৰ, বি, হাইস্কুলৰ (বৰ্তমান উচ্চতৰ বহুমুখী বিদ্যালয়) পৰা ১৯৫৪ চনত প্ৰবেশিকা পাছ কৰে। পৰীক্ষা পাছ কৰি তেওঁ ৰেলৰ চাকৰিত যোগদান কৰি প্ৰাগ-জ্যোতিষ কলেজৰ পৰা আই এ পাছ কৰে আৰু বি বৰুৱা কলেজত বি,এৰ শেষ শ্ৰেণীলৈ পঢ়ে।

১৯৬০ চনত কলিতাই পলাশবাৰীৰ মুক্তি যোদ্ধা ৺চতাল কলিতাৰ জ্যেষ্ঠাকন্যা শ্ৰীমতী ৰোহিনী কলিতাৰ লগত বিয়া হয়। শ্ৰীমতী কলিতাইও ৰেলৰ চাকৰিত যোগদান কৰে। তেওঁলোকৰ ২ জন লৰা শ্ৰীনৱ কলিতা, ইঞ্জিনিয়াৰ আৰু শ্ৰী সত্যব্ৰত কলিতা এম এছ চিৰ ছাত্ৰ, তেওঁলোকৰ কন্যা ৩ জনী

(১) শ্ৰীমতী মীনাক্ষী ডেকা - বি এছ চি স্বামী শ্ৰীখগেন ডেকা ইঞ্জিনিয়াৰ।

(২) শ্ৰীমতী কল্যাণী বৰা বি, এছ, ছি, স্বামী ডাঃ প্ৰতাপ বৰা।

(৩) শ্ৰীমতী ৰুমী চৌধুৰী, বি, এছ, ছি, স্বামী ডাঃ কমল চৌধুৰী এম, বি, বি, এছ।

বিয়াৰ পিছত উমেশ কলিতাই মাছৰ উদ্যোগ, গো উন্নয়ন নিগম, ফলমুলৰ বাগিছা, শাক-পাচলিৰ বাগিছা কৰিবৰ উদ্দেশ্যে মালিগাঁৱৰ দক্ষিণত থকা পাহাৰৰ মাটি কিনিছিল। তাত গাইগৰু পোহাৰ ব্যৱস্থা কৰিছিল, ধান খেতি কৰিব ধৰিলে, শাক-পাচলিৰ খেতি কৰিব ধৰিলে, শস্যৰ গুৰিত দিছিল গৰুৰ গোবৰ সাৰ। কলিতাই খাই বৈ বস্তু মানুহক বিলাই দিছিল। কিন্তু অঁাচনি সম্পূৰ্ণ ৰূপায়ন কৰাৰ আগতে তেওঁ আমাৰ মাজৰ পৰা চিৰদিনৰ কাৰণে অঁাতৰি যায়।

বাণিজ্যে বসতি : লক্ষ্মী। কলিতাই বিয়াৰ পিছত "ৰুমী ষ্টোৰ" নামেৰে এখনি মনিহাৰি মালৰ দোকান দিছিল মালিগাঁৱৰ ৩ নং গেটৰ ওচৰত। কলিতাই মাজে মাজে ঠিকাৰো কাম কৰিছিল। তেওঁ গাড়ীৰো ব্যৱসায় কৰিছিল।

তেওঁ আছিল এজন কৰ্মযোগী। তেওঁ কামত সময় ধৰি ৰাখিব জানিছিল। এজন মানুহে চাকৰি কৰে, ঠিকা কৰে, গাড়ীৰ ব্যৱসায় কৰে, খেতি-বাতি কৰে, দোকান চলায়। তেওঁ খোজ কাঢ়ি নাইবা চাইকেলেৰে বা স্কুটাৰেৰে ফুৰিছিল।

সময় কেনেকৈ ধৰি ৰাখিব লাগে সেই কথা কলিতাই জানিছিল। কোনো এটা মহূৰ্ত্তও বিনা কামে নষ্ট নকৰিছিল। তেওঁ দোক-মোকালিতে উঠি, গা-পা ধুই খেতি-বাতিৰ খবৰ লয়। তাৰ পিছত ঘৰলৈ গৈ চাহ জলপান খাই দোকানলৈ যায় তাত প্ৰায় ৯ বজালৈ থাকে আৰু পিছত ঘৰলৈ গৈ ভাত

পানী খাই ৰেলৰ চাকৰিলৈ যায়। অফিচ ছুটীৰ পিছত হয় দোকানলৈ যায় নাইবা ঠিকাৰ কামত, গাড়ীৰ কামত ঘূৰে। কলিতা এজন ব্যক্তি নহয় এটা অনুষ্ঠান।

কলিতা ধাৰ্মিক লোক আছিল। তেওঁ অতিথি শুশ্ৰূষা কৰি, মানুহক দান কৰি আনন্দ পাইছিল। তেওঁৰ গাঁৱৰ মানুহৰ লগত ভাল সম্বন্ধ আছিল। গাঁৱৰ মানুহক মৰম স্নেহ কৰিছিল। পূজা-পাৰ্বন আদিতও দান বৰঙনি দি তৃপ্তি পাইছিল।

বেমাৰ-আজাৰ হ'লে মানুহৰ খবৰ লৈছিল। বিয়া-বাক হ'লে মানুহক সহায় কৰিছিল। তেওঁ কে'বাজনীও ছোৱালীৰ বিয়া সম্পন্ন কৰিছে। দুখীয়া ল'ৰা-ছোৱালীক কিতাপ-পত্ৰ কিনি দিছিল। আৰম্ভণীতে ললিত চন্দ্ৰ ভৰালী কলেজৰ লগত জড়িত আছিল।

নতিবা গুইমাৰা আঞ্চলিক হাইস্কুলৰ স্থায়ী তোৰণ প্ৰয়াত উমেশ কলিতাৰ সোঁৱৰণত দিয়া হৈছে।

কলিতা এজন সৰলাচৰণ ব্যক্তি আছিল, মিছা কথা কেতিয়াও নকৈছিল। পিন্ধন-উৰনত পৰিপাতি আছিল। তেওঁ এজন দেখনিয়াৰ ব্যক্তি আছিল। মুখত আছিল সদায় হাঁহি। কৰ্মই তেওঁৰ ধৰ্ম আছিল। কৰ্মই মানুহক ৰক্ষা কৰে, অকৰ্মই মানুহক ধ্বংস কৰে।

১৯৮৪ চনৰ ১১ আগষ্ট শনিবাৰে মাত্ৰ ৫০ বছৰ বয়সতে কলিতা আমাৰ মাজৰ পৰা চিৰ দিনৰ কাৰণে আঁতৰি যায়। তেওঁৰ মৃত্যুত দুখীয়াৰ এজন বন্ধু নাইকিয়া হ'ল। তেওঁৰ আত্মাৰ সদ্গতি কামনা কৰিলোঁ।



# বিশিষ্ট ব্যৱসায়ী—গজেন কলিতা

বাণিজ্যে বসতি : লক্ষ্মী। বাণিজ্য নকৰিলে এখন দেশে উন্নতি কৰিব নোৱাৰে। অসমীয়া সকল বাণিজ্যত পিচপৰা। আজিও অসমীয়াই বাণিজ্য কৰা লাজৰ কথা বুলি ভাবে।

ইংৰাজী ১৯২৮ চনত পলাশবাৰী থানাৰ অন্তৰ্গত হুচ্চমপুৰ গাঁৱত গজেন কলিতাৰ জন্ম হয়। তেওঁৰ দেউতাক আছিল মিকিৰ কলিতা আৰু মাতৃ আছিল বগোবালা কলিতা। তেওঁলোকৰ ল'ৰা আছিল ৬ জন। তেওঁলোক যথাক্ৰমে :

(১) ৺ললিত চন্দ্ৰ কলিতা।
(২) ৺লক্ষ্মীৰাম কলিতা।
(৩) ৺হলিৰাম কলিতা।
(৪) ৺গজেন চন্দ্ৰ কলিতা।
(৫) শ্ৰীগোবিন্দ কলিতা।
শ্ৰীনৰেণ চন্দ্ৰ কলিতা

গজেন কলিতাই পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা ( বৰ্ত্তমান উচ্চতৰ বহুমুখী বিদ্যালয় ) মেট্ৰিক পৰীক্ষা পাছ কৰে আৰু কটনকলেজত আই এ লৈ পঢ়ে। তেওঁ এজন জনপ্ৰিয় ছাত্ৰ আছিল। বিনাশ্ৰমে জীৱন কটাবলৈ বেয়া পাইছিল।

গজেন কলিতাই ভায়েক ককায়েক সকলৰ লগত মিলা প্ৰীতিৰে ব্যৱসায় আৰম্ভ কৰে আৰু প্ৰতিজনকে একোটা ব্যৱসায়ৰ দায়িত্ব দি তেওঁ গুৰিয়াল হৈ ব্যৱসায় চলাব ধৰে। খাদ্য, বস্ত্ৰ আৰু বাসস্থান এই তিনিটা মানুহৰ প্ৰয়োজন। তেওঁলোকৰ ব্যৱসায় সমূহ :

(১) খেতিবাতি
( ) ইটাৰ ব্যৱসায়
(৩) কাঠৰ ব্যৱসায়

(৪) ঠিকা
(৫) দোকান ( গেলামাল, কাপোৰ )
(৬) তেলৰ ডিপো।।

উক্ত ব্যৱসায়বোৰৰ যোগেদি, তেওঁলোকে দোপত দোপে উন্নতি কৰিব ধৰিলে। তেওঁলোকৰ ব্যৱসায় দেখি মানুহ চমকিত হ'ল। গজেন কলিতা প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ আছিল। তেওঁৰ কামৰ প্ৰতি আছিল একাগ্ৰতা। তেওঁ আছিল এজন প্ৰগতিশীল ব্যক্তি। বৈজ্ঞানিক যুক্তিৰে পৰিপুষ্ট তেওঁ সময়ৰ সৎ ব্যৱহাৰ জানিছিল। গোটেই কেইজন ভাই ককায়েকৰ মাজত আছিল একতা। সকলোৱে কৰ্মকে ধৰ্ম বুলি ভাবি কাম কৰিছিল।

ধুতি পাঞ্জাবী পৰিহিত কলিতা এজন সৎ ব্যৱসায়ী আছিল। তেওঁ সমাজত ব্যৱসায়ৰ আহিঁ দথুৱাই গৈছে। অসমত বিশেষকৈ দক্ষিন কামৰূপত গজেন কলিতাক নজনা মানুহ নাই।

পলাশবাৰী অঞ্চলৰ স্কুল কলেজ স্থাপনত, মঠ, মন্দিৰ নাম ঘৰ, ক্লাব আদি স্থাপনত তেওঁ বৰঙনি দি আনন্দ পাইছিল। দুৰ্গাপূজা, ৰাসপূজা, বিহু আদিত সক্ৰিয় অংশ গ্ৰহণ কৰি দান বৰঙনি দিছিল, বিয়া বাৰু হলে, মানুহৰ বিপদ আপদ হলে খবৰ লৈছিল।

১৯৬০ চনত আগচিয়াৰ ৺নন্দিৰাম ভূঞা আৰু ৺সুভদ্ৰা ভূঞাৰ কন্যা শ্ৰীমতী মালতি ভূঞাক গজেন কলিতাই বিয়া কৰাইছিল। তেওঁলোকৰ ৫ টি সন্তান। ল'ৰা ২ জন আৰু ছোৱালী ৩ জনী। সকলো সন্তান উপযুক্ত।

(১ শ্ৰীনিৰঞ্জন কলিতা বি, কম, বোৱাৰী শ্ৰীঅৰুণিমা কলিতা বিএ আছিল।

(২) শ্ৰীভব কলিতা - বোৱাৰী শ্ৰীমতী পাৰুল কলিতা। বিবাহিত কন্যা ৩ জনী হ'ল।

(i) শ্ৰীমতী ৰিভা কলিতা.—জোঁৱাই শ্ৰীমুনিন্দ্ৰ কলিতা এম, এছ, ছি।

(ii) শ্ৰীমতী বিনুশ্যাম, জোঁৱাই—সঞ্জীৱ শ্যাম—ইঞ্জিনিয়াৰ।
(iii) শ্ৰীমতী দীপালি চৌধুৰী বিএ, জোঁৱাই শ্ৰীবলেন চৌধুৰী, এজন ব্যৱসায়ী।

তেওঁলোক সকলো কেইজনা জোৱাঁই উপযুক্ত।

গজেন কলিতা আছিল গুৱাহাটী মহকুমা পৰিষদৰ মুখ্য কাউঞ্চিলৰ। তেওঁ ৰাজনীতিত পটু আছিল। তেওঁৰ ব্যৱহাৰ আছিল মধুৰ। এজন মানুহৰ ব্যৱহাৰেই তেওঁৰ প্ৰকৃত পৰিচয়।

১৯৬০ চনত মিৰ্জাত বহা অসম সাহিত্য সভাত গজেন কলিতাৰ অবদান উল্লেখযোগ্য। ১৯৮৭ চনৰ ২৮ জানুৱাৰীত ৰামপুৰৰ ৫৫ জন তীৰ্থ যাত্ৰীয়ে বৰদোৱালৈ যোৱা পথত গাড়ীৰ দুৰ্ঘটনাত মৃত্যু বৰণ কৰে। মৃতক সকলৰ ৫৫ খনি চিতা তৈয়াৰ কৰি আৰু সকলো দৰ্কাৰী বস্তু জোগাৰ কৰি দিছিল। এই ক্ষেত্ৰত গজেন কলিতাৰ অবদান প্ৰশংসনীয়। মালিগাঁৱত অৱস্থিত ললিত চন্দ্ৰ ভৰালী কলেজৰ ঘৰ বান্ধোতে কলিতা দেৱে লিখকক (গৃহ নিৰ্মাণৰ সম্পাদক) ঘৰ বান্ধাত নানা ধৰণে পৰামৰ্শ দি সহায় কৰিছে।

গজেন কলিতাৰ ঘৰখন অসমৰ বিশেষকৈ দক্ষিণ কামৰূপৰ এখন আদৰ্শ ব্যৱসায়াৰ ঘৰ কিন্তু হঠাতে তেওঁলোকৰ ব্যৱসায়ত ব্যাঘাত জন্মিল। মূল মানুহজন, নায়কজন—গজেন কলিতাক হুচুমপুৰৰ নিজ ঘৰৰ পৰা গুৱাহাটীৰ ঘৰলৈ আহোতে ৰাতি বাটতে আঁচনাকি দুৰ্বৃত্তই গুলিয়াই হত্যা কৰিলে। সেই দিনা আছিল ৩০ আগষ্ট ১৯৯১ চন।

তেওঁৰ মৃত্যুত দক্ষিন কামৰূপত শোকৰ ছাঁ বিয়পি পৰে। ব্যৱসায়ৰ পথ প্ৰদৰ্শক কলিতা আৰু নাই। শ-শ মানুহে কলিতাক শেষ শ্ৰদ্ধা জনাবলৈ ঘৰত ভৰি পৰে। কলিতাৰ মৃত্যুত খালি হোৱা ঠাই পূৰণ কৰা সহজ কথা নহয়। উঠি অহা যুৱক যুৱতী সকলে কলিতা দেৱে দেখুওৱা ব্যৱসায়ৰ পথ অনুসৰণ কৰক এয়ে আমাৰ আবেদন। ●



# সমাজ কৰ্মী লোহিত চন্দ্ৰ ঠাকুৰীয়া

ইংৰাজী ১৯২০ চনৰ ১৫ অক্টোবৰ তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত বঙামাটি গাঁৱত লোহিত চন্দ্ৰ ঠাকুৰীয়াৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল সমাজ হিতৈশী ধৰণীধৰ ঠাকুৰীয়া এজন আদৰ্শ পণ্ডিত আৰু অতিথি পৰায়ণা মাতৃ আছিল থানেশ্বৰী ঠাকুৰীয়া।

লোহিত ঠাকুৰীয়া সৰুৰে পৰা এজন সৎ আৰু উদ্যোগী ল'ৰা আছিল। তেখেতৰ শৰীৰ আৰু মন সবল আছিল। তেখেতে পলাশবাৰী আৰ, বি, হাইস্কুলৰ পৰা (বৰ্ত্তমান উচ্চতৰ বহুমুখী বিদ্যালয়) মেট্ৰিক পৰীক্ষা পাছ কৰে।

ধুতি পাঞ্জাৰী পৰিহিত, ডাঙৰ-দীঘল, দেখনিয়াৰ, সুস্বাস্থ্যৰ গৰাকী ঠাকুৰীয়াদেৱৰ নাম নজনা মানুহ দক্ষিণ কামৰূপত নাই বুলি কলেই হয়।

১৯৪৫ চনত তেখেতে আমতলা মৌজাৰ (দক্ষিণ কামৰূপ) মুখিয়াল ব্যক্তি হলধৰ কাকতি আৰু বিৰহী কাকতিৰ কন্যা শ্ৰীমতী সৰোজিনী কাকতিক বিয়া কৰায়। শ্ৰীমতী ঠাকুৰীয়া এগৰাকী অতিথি পৰায়ণা মহিলা। তেখেত সকলৰ সন্তান

৮ টি। ল'ৰা ৪ জন আৰু ছোৱালী ৪ জনী। সকলো সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

তেওঁলোক যথাক্রমে:

| ল'ৰা | ছোৱালী |
|---|---|
| (১) শ্ৰীৰাজেন্দ্ৰ ঠাকুৰীয়া, বি, এছ, চি। | শ্ৰীমতী সবিতা ঠাকুৰীয়া। |
| (২) শ্ৰীগিৰিণ ঠাকুৰীয়া, এম,এ, এল,এল,বি (এড্‌ভোকেট)। | শ্ৰীমতী নিভা ঠাকুৰীয়া, এম এ, এল, এল বি, এম, ফিল। |
| (৩) শ্ৰীদ্বিজেন ঠাকুৰীয়া, বি, এছ, ছি | শ্ৰীপাৰুল ঠাকুৰীয়া, বি, এ। |
| (৪) শ্ৰীভবেন ঠাকুৰীয়া, বি, এ। | শ্ৰীমামনি ঠাকুৰীয়া। |

বিবাহিত কন্যাকেইজনী হ'ল:—

শ্ৰীমতী সাবিত্ৰী কাকতি, শ্ৰীমতী কিৰণ দাস, শ্ৰীমতী ইন্দু তালুকদাৰ আৰু শ্ৰীমতী মঞ্জু মজুমদাৰ।

ঠাকুৰীয়াদেৱ আছিল এজন সমাজ সংস্কাৰক আৰু পলাশবাৰী অঞ্চলৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত থকা ব্যক্তি।

বহু বছৰ আগতে আমি ডেকাসকলে আমৰ তলিৰ পথাৰত (ৰামপুৰ হাইস্কুল পথাৰত) এখনি বিহুৰ মিটিং কৰিছিলো। আমাক দেখি লোহিত ঠাকুৰীয়া ডাঙৰীয়া আমাৰ ওচৰলৈ আহিল আৰু ক'লে—"মই তোমালোকৰ কাৰণে বিহুত নাচ-গান, থিয়েটাৰ আদি কৰিবলৈ এখনি শালকাঠৰ ষ্টেজ দিবলৈ ইচ্ছা কৰিছো—তোমালোকে গ্ৰহণ কৰিব লাগে।" ঠাকুৰীয়া দেৱৰ কথা আৰু কাম একে। তেখেতে উপদেশতকৈ আহি বেছি ভাল পায়। তেখেতে নিজৰ ষ্মিলৰ পৰা বচা-বচা শালকাঠেৰে এখনি আহল-বহল বড়িয়া ষ্টেজ বনাই দিলে। এই ষ্টেজখনি আজিও ৰামপুৰ হাইস্কুলৰ পথাৰত থকা অডিটৰিয়ামত সজাই থোৱা আছে। স্কুলৰ মিটিং বা অন্যান্য সভা যেনে—

সাহিত্য সভাৰ মিটিং বা থিয়েটাৰ আদি হ'লে এই ষ্টেজখনি ব্যৱহাৰ কৰা হয়। আজি ঠাকুৰীয়া আমাৰ মাজত নাই, কিন্তু ষ্টেজখনি আছে। এনেকৈ যাচি দান দিয়া ব্যক্তি সমাজত অত্যন্ত বিৰল। তেখেতে কামেৰে আৰু ব্যৱহাৰেৰে মানুহৰ মন জয় কৰিব পাৰিছিল। তেখেত আছিল এজন সফল গাঁও সংগঠক।

ৰঙামাটি অঞ্চলত হাইস্কুল নাছিল। শিক্ষাই উন্নতিৰ বাহন। কেৱল শিক্ষাইহে প্ৰগতিৰ চকৰী অব্যাহত ভাবে ঘূৰাই ৰাখিব পাৰে। ল'ৰা-ছোৱালী শিক্ষিত নহ'লে সমাজৰ উন্নতি অসম্ভৱ। তেখেত ৰঙামাটি হাইস্কুলৰ জন্মলগ্নৰ পৰা স্কুলখন ঠনধৰি নুঠালৈকে সভাপতি আছিল। স্কুলখন স্থাপনত তেখেতৰ দান-বৰঙণি, কায়িক পৰিশ্ৰম লেখত লবলগীয়া। "ডুধকুৱৰী' মন্দিৰ সজাত তেখেতৰ দান-বৰঙণি আছে। তেখেতে ত্যাগ উপভোগতকৈ মিঠা বুলি ভাবে।

পলাশবাৰী অঞ্চলৰ যি কোনো অনুস্থানত তেখেত দেহে-কেহে লাগি থকা ব্যক্তি আছিল। আজিও গাঁৱৰ মানুহে কোৱা-গোৱা কৰে যে ঠাকুৰীয়া থকা হ'লে ইটো-সিটো কাম হ'ল হেতেন।

তেখেতে পোষ্ট মাষ্টৰৰ চাকৰি পাইছিল। কিন্তু সেই কাম নকৰিলে। তেখেত এজন হাড়ে-হিমজুৱে গান্ধীবাদী নেতা আছিল। অহিংসাত বিশ্বাসী, বিদেশী বস্তু বৰ্জন, স্বদেশী বস্তু গ্ৰহণ, এই বিলাক নীতিৰে পুষ্ট ঠাকুৰীয়াদেৱে স্বাধীন কাম কৰি আনন্দ পাইছিল।

বনবিষয়া জেকব চাহাবে ঠাকুৰীয়াৰ ব্যৱহাৰত সন্তুষ্ট হয় আৰু তেখেতক কাঠৰ কাৰবাৰ কৰিবলৈ উৎসাহিত কৰে। পলাশবাৰী অঞ্চল কাঠৰ কাৰবাৰৰ কাৰণে কেৱল অসমতে

নহয় ভাৰততো বিখ্যাত। এই অঞ্চলৰ কাঠৰ ব্যৱসায়ী সকলৰ মাজত ঠাকুৰীয়াৰ নাম ভোটা তৰাৰ দৰে জিলিকি থাকিব।

১৯৭৯ চনত তেখেত গুৱাহাটী মহকুমা পৰিষদলৈ নিৰ্ব্বাচিত হৈ কৃষি বিভাগৰ সভাপতি হিচাবে কাৰ্য্য নিৰ্ব্বাহ কৰে।

গ্ৰাম্য জীৱন প্ৰেমী ঠাকুৰীয়া দেৱৰ খেতি-বাতিৰ প্ৰতি আগ্ৰহ আছিল। তেখেতৰ ব্যক্তিত্ব আন্ধাৰত জ্বলি থকা এটি বন্তিৰ দৰে।

ইংৰাজী ১৯৮৬ চনৰ ২৫ জুলাই তাৰিখে এই জনা সমাজ সেৱক আমাৰ মাজৰ পৰা চিৰদিনৰ কাৰণে আঁতৰি যায়—কলিকতাৰ এখনি নাৰ্ছিং হোমত। তেখেতৰ অমৰ আত্মাই আমাৰ প্ৰণাম গ্ৰহণ কৰক।





## সমাজ-সংস্কাৰক বদন চন্দ্ৰ তালুকদাৰ

ইংৰাজী ১৯০১ চনত বদন চন্দ্ৰ তালুকদাৰৰ হাজো থানাৰ অন্তৰ্গত ক্ষেত্ৰীহাৰ দিয়া গাঁৱত জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল বাঞ্চিত তালুকদাৰ আৰু মাতৃ আছিল মাহিন্দ্ৰি তালুকদাৰ।

বদন চন্দ্ৰ তালুকদাৰ সকবে পৰা সৎ আৰু চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতে লগৰীয়া সকলৰ লগত মিলা প্ৰীতিৰে চলিছিল।

সেই সময়ত আজি-কালিৰ দৰে স্কুল, কলেজৰ সুবিধা নাছিল। তেখেতে গুৱাহাটীৰ কটনকলেজিয়েট স্কুলত পঢ়িছিল আৰু মিটিঙত বক্তৃতা দিব পাৰিছিল। সেই সময়ত প্ৰয়াত অন্নৰাম বৰুৱা প্ৰধান শিক্ষক আছিল।

এই বিশাল বিশ্বৰ হাজাৰ হাজাৰ কৰ্মবোৰৰ ভিতৰত মানুহে এটি বাচিলৈ তাত কৃতকাৰ্য্য হ'বলৈ চেষ্টা কৰে আৰু প্ৰত্যেকে এটা ধৰ্ম পালন কৰি আহিছে। এই কৰ্মই চিৰন্তন, শাশ্বত আৰু সনাতন। তেখেতে এল, পি স্কুলৰ শিক্ষক হ'বলৈ পচন্দ কৰিলে। তেখেত ক্ষেত্ৰী হাৰদিয়া এল, পি, স্কুলৰ শিক্ষক হ'ল। অতি একাগ্ৰতাৰে কাম কৰি এজন আদৰ্শ শিক্ষক হিচাবে জনাজাত হৈ পৰে। মানুহে তেওঁৰ ঘৰখনিক শিক্ষকৰ

ঘৰ বুলি জানিছিল। মানৱতাবোধ আছিল তেখেতৰ চৰিত্ৰৰ বৈশিষ্ট্য।

শিক্ষা উন্নতিৰ বাহন। সদগুণাবলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য। মানুহৰ গাত দেৱত্ব আৰু পশুত্ব গুণ থাকে। পশুত্ব গুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য।

কমাৰ শালত দা-কটাৰি তৈয়াৰ কৰা হয়, কুমাৰে মাটিৰ বাচন-বৰ্তন তৈয়াৰ কৰে। কিন্তু স্কুলত মানুহ গঢ়া হয়। সু-নাগৰিক গঢ়িবলৈ আদৰ্শ শিক্ষকৰ অতি প্ৰয়োজন। Education is a backbone of a Nation, শিক্ষা জাতিৰ মেৰু দণ্ড। Right man in Right Place. উপযুক্ত মানুহক উপযুক্ত স্থানত নিয়োগ কৰিলে দেশৰ উন্নতি হয়। প্ৰয়াত বদন চন্দ্ৰ তালুকদাৰ এজন উপযুক্ত শিক্ষক আছিল। তেখেতে একাগ্ৰতাৰে ছাত্ৰ-ছাত্ৰীক শিক্ষা দিছিল।

স্বামী বিবেকানন্দই লিখিছে—"অতি সামান্য কামকো ঘৃণা কৰা উচিত নহয়। যি মানুহে অতি সৰু কাম কৰে, তেওঁ ডাঙৰ কাম কৰা জনতকৈ অলপো সৰু নহয়। কৰ্তব্যৰ ধৰণ দেখি নহয়, কৰ্তব্য সাধনৰ ধৰণ দেখিহে মানুহক বিচাৰ কৰিব।"

বদন চন্দ্ৰ তালুকদাৰৰ কৰ্তব্য সাধনৰ ধৰণ ভাল আছিল। জাতি এটাৰ বুনিয়াদ এল পি স্কুলৰ মজিয়াত গঢ় দিয়া হয়। সেয়ে এলপি স্কুলৰ শিক্ষক আদৰ্শ হোৱা বাঞ্ছনীয়।

বদন চন্দ্ৰ তালুকদাৰ এজন মুক্তি যোদ্ধা আছিল, দেশৰ মানুহ শিক্ষিত হ'লে—বৃটিছে ভাৰতক স্বাধীনতা দিবলৈ বাধ্য। কুৰি শতিকাত ভাৰতত বহুত জ্ঞানী, গুণী আৰু শিক্ষাবিদৰ জন্ম হয়। মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ প্ৰায় ৩৩ কোটি জন গণ স্বাধীনতাৰ কাৰণে জাগ্ৰত হৈ উঠে। গান্ধীৰ সত্যাগ্ৰহ, অহিংসা নীতিয়ে মানুহৰ মন জয় কৰিলে। বিদেশী বস্ত্ৰ বৰ্জন, স্বদেশী বস্ত্ৰ গ্ৰহণ নীতিয়ে ভাৰতক একতাৰ ডোলেৰে বান্ধে।

সেয়ে ১৯৪৭ চনৰ ১৫ আগষ্টত ৱৃটিছে হিন্দুস্থান আৰু পাকিস্থান দুখন ৰাষ্ট্ৰৰ জন্মদি, ভাৰত ত্যাগ কৰিগুচি যায়।

আগৰ মানুহে ত্যাগ কৰি আনন্দ পাইছিল। কিন্তু ১৯৪৭ চনৰ পিছত মানুহে ত্যাগ কৰা কথা পাহৰিলে। মানুহে নিজৰ স্বাৰ্থ পুৰণৰ বাবে অন্যায় কৰি ধন ঘটিব ধৰিলে। ফলত কিছুমান মানুহে অন্যায় কৰি ধনঘটি সমাজত অশান্তিৰ স্মৃষ্টি কৰিলে। আজি সমাজত অশান্তিৰ ধুমুহা বৈ আছে। Right man in Right Place দিলে—সমাজে উন্নতি কৰিব পাৰে। সময়ৰ সৎ-ব্যৱহাৰ, কঠোৰ পৰিশ্ৰম, নিয়মানুবৰ্তিতা আদিৰে মানুহে উন্নতি কৰিব পাৰে।

বদন চন্দ্ৰ তালুকদাৰ এজন সমাজ চিকিৎসক আছিল। তেখেতে ৰাইজৰ লগত মিলাপ্ৰীতিৰে থাকি, গাঁৱৰ প্ৰগতিৰ হকে কাম কৰিছিল। গাঁৱৰ বাট-পথ ভাল কৰা, নামঘৰ, পুথিভৰাল গঢ়া, বাটত গছ-গছনিৰ পুলি ৰোৱা আদি কামত নজৰ দিছিল। তেওঁ মানুহক শিক্ষাৰ পোহৰ দিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। শিক্ষাৰ পোহৰেহে মানুহৰ উন্নতি সাধন কৰিব পাৰে। শিক্ষাৰ পোহৰে কু-সংস্কাৰবোৰ সমাজৰ পৰা নাইকিয়া কৰে।

বদন চন্দ্ৰ তালুকদাৰ এজন সু-বক্তা আছিল। গাঁৱৰ সমস্যাবিলাক তেওঁ সৰল সহজ ভাষাত মানুহক বুজাই দিবলৈ সমৰ্থবান হৈছিল।

ক্ষেত্ৰীহাৰ দিয়া হাইস্কুল স্থাপনত তেওঁ আছিল এজন আগৰণুৱা ব্যক্তি। তেওঁ স্কুলৰ সম্পাদকো আছিল।

বদন চন্দ্ৰ তালুকদাৰে পশ্চিম বংশৰৰ বিখ্যাত মৌজাদাৰ প্ৰয়াত নিভাষা চৌধুৰীৰ কন্যা গংগাপ্ৰিয়া চৌধুৰীৰ লগত বিয়া হৈছিল। তেওঁলোকৰ ৮ টি সন্তান। ল'ৰা ৪ জন আৰু ছোৱালী ৪ জনী সকলো সন্তান উপযুক্ত আৰু বিবাহিতা।

| ল'ৰা | ছোৱালী |
|---|---|
| ১) শ্ৰীমহিম চন্দ্ৰ তালুকদাৰ ( প্ৰাঃ ডি পি আই ) | ৺প্ৰতিভা তালুকদাৰ |
| ২) শ্ৰীনগেন চন্দ্ৰ তালুকদাৰ ( এল আই চি ) | শ্ৰীমতী মনিতা তালুকদাৰ |
| ৩। শ্ৰীকুমুদ তালুকদাৰ ( গুৱাহাটী বিশ্ববিদ্যালয় ) | শ্ৰীমতী সৰস্বতী তালুকদাৰ |
| ৪) শ্ৰীজ্যোতিষ তালুকদাৰ ( এচ বি আই ) | শ্ৰীমতী মঞ্জুলি তালুকদাৰ |

১) ক্ৰীড়াহাৰ দিয়া হাইস্কুলৰ 'কম্পাউণ্ডত বননিকৰণত তেওঁৰ বৰপুত্ৰ শ্ৰীমহিম চন্দ্ৰ তালুকদাৰে ৰাইজৰ লগত আলোচনা কৰি, চৰকাৰৰ লগত যোগা-যোগ কৰি যথেষ্ট সহায় কৰিছে। এই বননিকৰণে পৰিবেশৰ ক্ষেত্ৰত কিছু হ'লেও সহায় কৰিছে। গছ থাকিলেহে মানুহ থাকিব।

তেওঁলোকৰ কে'বাজনো উপযুক্ত নাতি-নাতিনী আছে। বদন চন্দ্ৰ তালুকদাৰ এজন আদৰ্শ পিতৃ, আদৰ্শ স্বামী আৰু আদৰ্শ ওচৰ চুবুৰীয়া ব্যক্তি আছিল।

এইজনা মানুহৰ ১৯৭৫ চনত স্বৰ্গগামী হয়। তেওঁৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল। ঈশ্বৰে তেওঁৰ আত্মাৰ সদ্গতি কৰক।



# নীৰৱ সাধক—চন্দ্ৰকান্ত দাস

ইংৰাজী ১৯০৪ চনৰ ২ আগষ্ট মঙলবাৰে জগত বিখ্যাত মুগা আৰু পাটৰ কাপোৰৰ কেন্দ্ৰ শুৱালকুছিত চন্দ্ৰকান্ত দাসৰ জন্ম হয়। তেখেতৰ দেউতাকৰ নাম মুকুন্দ ৰাম কাকতি আৰু মাকৰ নাম মুগেৰী বালা কাকতি। তেখেত সকলৰ সন্তান ৬ টি। ল'ৰা ৪ জন ছোৱালী ২ জনী। গোটেই কেইটি সন্তান শিক্ষিত আৰু বিবাহিত।

৺মনোমোহন দাস, চন্দ্ৰ কান্ত দাস, ৺কনক দাস ৺মাণিক দাস, ৺যমুনা কলিতা আৰু ৺মাইতৰা দাস।

চন্দ্ৰকান্ত দাস সৰুৰে পৰা ধীৰ স্থিৰ প্ৰকৃতিৰ ল'ৰা আছিল। সৰুৰে পৰা তেখেতে সত্য কথা কৈছিল। সকলো কামৰ প্ৰতি তেখেতৰ আগ্ৰহ আছিল। সৰুৰে পৰা পঢ়া-শুনাত চোকা আছিল। ১৯২৬ চনত তেখেতে, ১৮৩৪ চনত স্থাপিত কটন কলেজিয়েট হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হয়। ১৯০১ চনত স্থাপিত কটন কলেজৰ পৰা আই এচ্‌ চি, কলিকতাৰ প্ৰেচিডেঞ্চি কলেজৰ পৰা বি এচ্‌ চি আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম্‌ এচ্‌ চি পৰীক্ষা পাচ কৰে।

১৯৩৯ চনত চন্দ্ৰকান্ত দাসে কটনকলেজত প্ৰবক্তা হিচাবে যোগদান কৰে আৰু ১৯৬৫ চনত উক্ত কলেজৰ পৰা পদাৰ্থ বিজ্ঞানৰ মুৰব্বী অধ্যাপক হিচাবে অবসৰ গ্ৰহণ কৰে। ইয়াৰ পিছত প্ৰায় তিনি বছৰ কাল নতুনকৈ বিজ্ঞান আৰম্ভ কৰা বি বৰুৱা কলেজত যোগদান কৰি পদাৰ্থ বিজ্ঞান বিভাগৰ বুনিয়াদ মজবুত কৰি দিয়ে।

১৯৩৫ চনত চন্দ্ৰকান্ত দাসৰ উজান বজাৰৰ চন্দ্ৰনাথ বৰুৱা আৰু জোনপ্ৰভা বৰুৱানীৰ ১৮ বছৰীয়া কন্যা পদ্মাৱতী বৰুৱাৰ

লগত দাসৰ বিয়া হৈছিল। তেখেতসকলৰ সন্তান ৭টি। ল'ৰা ৪ জন আৰু ছোৱালী ৩ জনী। গোটেই কেইটি সন্তান শিক্ষিত আৰু বিবাহিত।

| ল'ৰা | বোৱৰী |
| --- | --- |
| শ্ৰীবীৰেন্দ্ৰ কুমাৰ দাস | শ্ৰীমতী দুলালী দাস |
| শ্ৰীদ্বিগেন্দ্ৰ কুমাৰ দাস | শ্ৰীমতী কমলা দাস |
| শ্ৰীসত্যেন্দ্ৰ কুমাৰ দাস | শ্ৰীমতী নমিতা দাস |
| শ্ৰীহেমেন দাস | শ্ৰীমতী মণিকা দাস |

| জোঁৱাই | জীয়ৰী |
| --- | --- |
| শ্ৰীহৰি প্ৰসাদ চৌধুৰী | শ্ৰীমতী অনিমা চৌধুৰী |
| ৺অমলেন্দু দাস | শ্ৰীমতী নীলিমা দাস |
| শ্ৰীপবিত্ৰ কুমাৰ দাস | শ্ৰীমতী গীতিমা দাস |

তেখেতসকলৰ কেʼবাজনো উপযুক্ত নাতি-নাতিনী আছে।

পৰাধীন ভাৰতক স্বাধীন কৰিবলৈ প্ৰায় সকলোৱে প্ৰত্যেক্ষ বা পৰোক্ষভাবে স্বাধীনতা আন্দোলনত যোগদান কৰিছিল। সেই সময়ত মানুহে ত্যাগ কৰি আনন্দ পাইছিল, নাম নিবিচাৰিছিল। ভাৰৰ পত্ৰৰ কথা চিন্তা কৰা নাছিল।

পৰাধীন ভাৰতত তেখেতসকলে ভাবিছিল যে দেশ স্বাধীন হʼলে মানুহে সুখেৰে-শান্তিৰে দুসাজ খাব পাৰিব। কিন্তু দেশ স্বাধীন হোৱাৰ পিছত দেখিলে যে মানুহে ত্যাগৰ কথা পাহৰিলে। ক্ষমতা পোৱা সকলে নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰিব ধৰিলে। মানুহে অন্যায় কৰি টকা ঘটিব ধৰিলে। ধনীবিলাক বেছি ধনী হʼল, দুখীয়াবিলাক আৰু বেছি দুখীয়া হʼল। সমাজত নিবনুৱাৰ সৃষ্টি হʼল। ফলত সমাজত অশান্তিৰ ধুমুহা বব ধৰিলে। কৰ্মই যে প্ৰকৃত ধৰ্ম এই কথা মানুহে পাহৰিব ধৰিলে। ই সমাজৰ কাৰণে শুভ লক্ষণ নহয়।

দাসে শিক্ষাত যথেষ্ট গুৰুত্ব দিয়ে। শিক্ষাই উন্নতিৰ বাহন। শিক্ষাই জাতিৰ মেৰুদণ্ড। শিক্ষাই প্ৰগতিৰ পথ দেখুৱায়। শিক্ষা হৈছে বিকাশৰ বাবে থকা জীৱন ব্যাপী কাৰ্য্য সূচী। পৰিবেশ হৈছে আমাৰ নীৰব শিক্ষক। মাটি, পানী, বায়ু, শব্দ আদি দূষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে। মানুহৰ গাত দেৱত্ব আৰু পশুত্ব গুণ থাকে। পশুত্ব গুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য। শিক্ষাই হে সমাজৰ কু-প্ৰথাবোৰ ধুই নাইকিয়া কৰিব পাৰে। ল'ৰা ছোৱালী শিক্ষিত হ'লে জনসংখ্যা কমে।

ড° ৰাধা কৃষ্ণণৰ মতে শিক্ষা কেৱল ধন ঘটিবৰ উপায়েই নহয়, নাইবা জ্ঞান আহৰণো নহয়। ই এটা আধ্যাত্মিক প্ৰক্ৰিয়া, সত্যৰ অনুসন্ধানৰ কাৰণে প্ৰচেষ্টা। সদ্‌গুণাৱলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য।

ইংৰাজী ১৯৭৯ চনত দাস আৰু তেখেতৰ পৰিবাৰ পদ্মাৱতী দাস ইংল্যাণ্ডলৈ গৈ তেখেতসকলৰ ল'ৰা আৰু বোৱাৰীৰ ঘৰত আছিল। তেখেতসকলে অক্সফোৰ্ডত সোমাই অনাবিল আনন্দ পালে। তাৰ পৰিবেশে ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলোকে পৃথিবীৰ দুখ-যন্ত্ৰণা সকলো আঁতৰাই ৰাখিব পাৰে। অক্স-ফোৰ্ডৰ পৰিবেশ মোহলগা। পৃথিৱীৰ বিশ্ববিদ্যালয়, কলেজ আদিত অক্সফোৰ্ডৰ দৰে পৰিবেশ সৃষ্টি হ'লে ভাল হয়।

ইংল্যাণ্ডৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা, মানুহে সময়ত কাম কৰা, মানুহ বিলাকৰ উদ্যোগ, পৰিশ্ৰম আৰু সাহস দেখি তেখেত মুগ্ধ হ'ল।

১৯৭৯ চনত চন্দ্ৰকান্ত দাসে আৰু পৰিবাৰে যুক্তৰাষ্ট্ৰলৈও গৈছিল। যুক্তৰাষ্ট্ৰত সকলো কামেই ঠিক সময়মতে হোৱা দেখিছো। ঘড়ীৰ কাঁটাৰ সৈতে যে তেওঁলোকৰ জীৱন বন্ধা।

বিমান, ৰেল, বাছ সকলোতে ঠিক কাঁটাই কাঁটাই নিৰ্দিষ্ট সময়ত আৰম্ভ হবই। তাত পুৰুষ মহিলা সমানে সমানে কাম কৰে। এক মুহূৰ্তৰ বাবেও বিজুলী ব্যাঘাত হোৱা দেখা নাযায়। যুক্তৰাষ্ট্ৰত কামত ফাকি-ফুকা নাই বেয়া কাম কৰিলে সেই ঠিকাদাৰক আৰু কাম নিদিয়ে।

ৰাস্তাত জাৱৰ পেলালে, মাছৰ বাকলি আদি পেলালে মাইক, টিভি আদি ডাঙৰকৈ বজাই অশান্তি দিলে, কুকুৰ, গৰু আদি এৰি দিলে—মানুহে আইন মতে জৰিমনা ভৰিব লাগে। তাত আইন মানেই সৰু-বৰ সকলোৰে একে আইন।

চন্দ্ৰ কান্ত দাসে সময়মতে ৰাতিপুৱা উঠে, সময়মতে গা-পা ধোৱে, সময় মতে ভাত খায়, সময় মতে বজাব কৰে, সময়-মতে জিৰণি লয় 'ৰাতি সময় মতে শুৱে। তেখেতে সদায় হাতত এটা ছাতি লৈ এজন ল'ৰাৰ সৈতে খোজ কাঢ়ি বজাৰলৈ যায়, আৰু বজাৰ কৰি খোজ কাঢ়ি ঘৰলৈ আহে। তেখেতে ধুতি পাঞ্জাৱী পিন্ধি সদায় একে গতিৰে খোজ কাঢ়ে। তেখেতক ১৯৫৫ চনৰ পৰা লিখকে বিস্নাত উঠা দেখা নাই। চিটি বাছত তেখেতে কমেই উঠে।

দাসে ওচৰ-চুবুৰীয়া বা কুৰমা-কুতুম্বৰ ঘৰত খুব কমেই যায়। তেখেতৰ বন্ধু হৈছে কিতাপ, কিতাপে বিমল আনন্দ দিয়ে। কিতাপে বিশ্বাসঘাতকটা নকৰে বন্ধুৱে বিশ্বাসঘাতকটা কৰিব পাৰে বা কৰে। পঢ়িলে জীৱনৰ, জগতৰ মহৎ চিন্তাই মানুহৰ উত্তৰণ ঘটায়, মানুহৰ বিষয়ে মানুহৰ ধাৰণা বাঢ়ে। কিতাপ লগত লৈ ফুৰিব পাৰি। যেতিয়া মন যায় তেতিয়াই পঢ়িব পাৰি। ভাল পুথি এখন পঢ়া, গংগা স্নানতকৈও পবিত্ৰ কথা। দাস এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ পক্ষপাতি আছিল।

দাসে ঈশ্বৰক বিশ্বাস কৰে। সত্যই, ঈশ্বৰ। সত্যক পাবলৈ অহিংসাই একমাত্ৰ উপায়। যাৰ অন্তৰ শুদ্ধ হোৱা নাই তেওঁ অহিংসা পালন কৰিব যোৱাটো এটা অলীক সপোন মাথোন।

দাসে ইচ্ছা কৰি কোনো মানুহক অন্যায় কৰা নাই। তথাপিও যদি ঈশ্বৰে তেওঁৰ বিৰুদ্ধে কিবা কিবি লিখিছে— তেওঁ সেইটো নাজানে।

ইং ১৯৯৮ চনৰ ১৫ মাৰ্চ তাৰিখে চন্দ্ৰ কান্ত দাসে ইহলীলা ত্যাগ কৰিলে। তেওঁৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।



# সমাজ সংস্কাৰক—উপেন্দ্ৰ মোহন গোস্বামী

একোজন মানুহে সমাজখন নিকা কৰিব বিচাৰে। সমাজক প্ৰগতিৰ পথত আগুৱাই নিবলৈ যত্ন কৰে। মানুহজনে ধুতি পাঞ্জাবী পিন্ধিছিল। তেওঁ বাহিৰে ভিতৰে ধুনীয়া আছিল। তেওঁ আছিল সৎ আৰু সাহসী। তেওঁৰ কৰ্মত বিশ্বাস আছিল। আজি-কালিৰ দৰে সেই সময়ত ৰেডিঅ', দূৰদৰ্শন বা বাতৰি কাকত নাছিল। তেওঁ সভাত সাৰুৱা বক্তৃতা দিছিল, যাতে মানুহে আন্ধাৰৰ পৰা পোহৰলৈ যাব পাৰে, মানুহ যাতে কৰ্মহীন নহয়, মানুহে যাতে ত্যাগ-উপভোগতকৈ মিঠা বুলি ভাবে, উপদেশতকৈ আৰ্হি ভাল ইত্যাদি। তেওঁ সমাজৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত আছিল। সমাজৰ পিচ পৰা শ্ৰেণীৰ উন্নতি হ'লেহে আমাৰ সৰ্ব্বাঙ্গীন উন্নতি হ'ব বুলি কৈছিল। মানুহে উন্নতিৰ কাৰণে যোগ্যতা অৰ্জন কৰিব লাগে। সেইজন মানুহ আছিল মৌজাদাৰ বুলি জনাজাত প্ৰয়াত উপেন্দ্ৰ মোহন গোস্বামী।

পলাশবাৰী থানাৰ অন্তৰ্গত খটিয়ামাৰী দামোদৰীয়া সত্ৰত ১৯০৫ চনত ১৮ অক্টোবৰ তাৰিখে এটি শিক্ষক পৰিয়ালত তেখেতে জন্ম গ্ৰহণ কৰিছিল। তেখেতৰ পিতৃ গুৰু চৰণ গোস্বামী এগৰাকী সমাজ প্ৰিয় আৰু নিষ্ঠাবান শিক্ষক আছিল আৰু মাতৃ কমলা প্ৰিয়া গোস্বামী অতি সৰল অন্তৰৰ ধৰ্মপ্ৰাণা মহিলা আছিল। ছয় গৰাকী পুত্ৰ সন্তানৰ ভিতৰত উপেন্দ্ৰ আছিল জ্যেষ্ঠ। তেতিয়াৰ দিনত শিক্ষকতাৰ দৰমহাৰে এনে ডাঙৰ পৰিয়াল এটাৰ পোহপাল দিয়াৰ উপৰিও সু-শিক্ষাৰে পুত্ৰ সকলক শিক্ষিত কৰি তোলা কিমান কঠিন আছিল - অনুমান কৰা টান। তথাপি তেতিয়া খটিয়ামাৰী গাঁৱৰ শিক্ষাৰ পৰিবেশ আৰু তেওঁৰ পিতৃৰ পৰা পোৱা অনুপ্ৰেৰণাৰে শিক্ষা

লাভৰ বাবে গাঁৱৰ প্ৰাইমেৰী স্কুলৰ পৰা উত্তীৰ্ণ হৈ গুৱাহাটীৰ এম্‌ চি এম ই স্কুলত আৰু কটন কলেজিয়েট স্কুলত পঢ়িবলৈ যায় আৰু তাৰে পৰা মেট্ৰিকৰ জখলা প্ৰথম বিভাগত পাৰ হৈ কটন কলেজত পদাৰ্পন কৰে। আৰ্থিক দুৰাৱস্থাৰ বাবে আই এ লৈ পঢ়ি সিমানতে পঢ়া-শুনা সাং কৰি জীৱিকাৰ সন্ধানত ওলাবলগীয়াত পৰে আৰু উজনি অসমৰ যোৰহাটৰ স্বনামধন্য চাহ খেতিয়ক তথা জজ্‌ ৰাধাকান্ত ফুকনদেৱৰ যত্নত "বাহাদুৰ চাহ বাগিছাত" যোগদান কৰে।

ইতিমধ্যে নলবাৰীৰ শ্ৰীসত্যবতী গোস্বামীৰ লগত তেখেতৰ বিয়া হয়। তেখেত সকলৰ চাৰি জন পুত্ৰ আৰু পাঁচ গৰাকী (বৰ্ত্তমান তিনি গৰাকী জীৱিত) কন্যা। সকলো সন্তান উপযুক্ত, শিক্ষিত আৰু বিবাহিত।

ল'ৰাৰ নাম:

শ্ৰীযতীন্দ্ৰ মোহন গোস্বামী,
(অবসৰ প্ৰাপ্ত অধ্যক্ষ, উপৰহালি উচ্চতৰ মাধ্যমিক স্কুল)
অধ্যাপক শ্ৰীৰবীন্দ্ৰ মোহন গোস্বামী, কটন কলেজ
ড° মৃগেন্দ্ৰ মোহন গোস্বামী
অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়।
শ্ৰীবলেন্দ্ৰ মোহন গোস্বামী।
(চাহ কোম্পানীৰ বিষয়া)

কৰ্মই ধৰ্ম—ধৰ্মই শান্তি। তেখেতে অসাধাৰণ পৰিশ্ৰমৰ মাজেৰে চাহ বাগিচাত চাকৰি কৰি কোনো উন্নতিৰ পথ নেদেখি পুনঃ ঘৰলৈ উভতি আহে আৰু ১৯৩৯ চনত কামৰূপ জিলাৰ বৰদুৱাৰ মৌজাৰ-মৌজাদাৰ হয়।

বৰদুৱাৰ মৌজা প্ৰকৃততে জনজাতি মৌজা। কিয়নো ইয়াত জনজাতি লোকৰ সংখ্যা অধিক। মৌজা পৰিচালনা

কৰাৰ সুবিধাৰ বাবে তেখেতে সপৰিয়ালে লোহাৰঘাটত থাকিবলৈ লয়।

সেই সময়ত ভাৰতৰ স্বাধীনতা আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰে। জাতিৰ জনক মহাত্মা গান্ধীৰ নেতৃত্বত পৰাধীনতাৰ শিকলি চিঙিবলৈ—সেই সময়ত ভাৰতৰ সকলোৱে প্ৰত্যক্ষ বা পৰোক্ষ-ভাবে স্বাধীনতা আন্দোলনত যোগদান কৰিছিল। সেই সময়ত মানুহে ত্যাগ কৰি আনন্দ পাইছিল। নাম নিবিচাৰিছিল। তামৰ পত্ৰৰ কথা চিন্তা কৰা নাছিল। "বিদেশী বস্তুবৰ্জন আৰু স্বদেশী বস্তু গ্ৰহণ"—এই বাণী প্ৰচাৰ কৰিছিল। বিষ্ণুৰাম মেধি ( প্ৰাক্তন মুখ্য মন্ত্ৰী অসম ) ( ডাঃ ভুবনেশ্বৰ বৰুৱা ) আদি ব্যক্তিসকল সেই অঞ্চললৈ গৈছিল।

বৰদুৱাৰ অঞ্চল অতি পিছপৰা আছিল। তাত এখনো স্কুল নাছিল। লোহাৰঘাটৰ স্বৰ্গীয় মাধৱ চন্দ্ৰ মেধি ( মাধা গাঁও বুঢ়া ), দণ্ডি মজুমদাৰ, বংশীধৰ দলৈ, জয়ৰামদলৈ আদি অগ্ৰণী ব্যক্তিসকলৰ লগলাগি উপেন গোস্বামীয়ে স্কুল স্থাপনত আগভাগ লয় আৰু তাৰে ফলত লোহাৰঘাট চৰকাৰী এম ই স্কুল স্থাপিত হয়। সেই সময়ত মানুহৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে তেখেতে অন্যতম ভূমিকা পালন কৰিছিল। বৰদুৱাৰ মৌজাৰ জনজাতি লোকসকলক শিক্ষা সংস্কৃতিৰ দিশত আগুৱাই নিবলৈ যথেষ্ট যত্ন কৰিছিল।

পৰিবেশ হৈছে—নীৰৱ শিক্ষক। সামাজিক আৰু প্ৰাকৃতিক পৰিবেশ বিনষ্ট হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে। লোহাৰঘাটত মৌজাদাৰ হিচাবে বাস কৰা সময়ত তেখেতে জনজাতি অজন-জাতি লোকসকলৰ মাজত পৰিবেশ সচেতনাতাৰ ভাৱ জগাই তুলিবলৈ বৃক্ষৰোপন আদি কাৰ্য্যসূচী গ্ৰহণ কৰিছিল।

ইংৰাজৰ দিনত মৌজাদাৰসকলৰ ভূমিকা আজিৰ দিনত-কৈ সম্পূৰ্ণ বেলেগ আছিল আৰু যথেষ্ট কঢ়া আছিল। গতিকে

ৰাজকীয় কাৰ্য্য সম্পাদন কৰাত যাতে বিচ্যুতি নঘটে তাৰ বাবে সচেতন আছিল। প্ৰায় বাৰ বছৰ লোহাৰঘাটত থকাৰ পিছত পুনৰ নিজগাওঁ খটিয়ামাৰীলৈ ঘূৰি আহে আৰু তাৰ পৰাই মৌজা পৰিচালনা কৰাৰ লগতে নানা ধৰণৰ সামাজিক কামত জড়িত হৈ পৰে।

উপেন্দ্ৰ মোহন গোস্বামীৰ মনৰ দৃঢ়তা, কৰ্ত্তব্যনিষ্ঠা আৰু সততা শলাগিবলগীয়া। তেওঁ অন্যায়ক কেতিয়াও প্ৰশ্ৰয় নিদিছিল। সেইবাবে নানা সামাজিক প্ৰতিষ্ঠানৰ লগত জড়িত হৈ সেইবোৰ সুচাৰুৰূপে পৰিচালনা কৰিছিল।

মনিয়েৰী তিনিআলিত অৱস্থিত দক্ষিণ কামৰূপ মাৰ্কেটিং সমিতিৰ বহুবছৰ তেখেত সম্পাদক আছিল। ৰামপুৰত অবস্থিত যজ্ঞভূমি সমিতিৰ সভাপতি, খটিয়ামাৰী সাতপাৰা ৰাইজ গয়ৰহৰ সভাপতি, খটিয়ামাৰী ৰাইজৰ সভাপতি, স্কুলৰ পৰিচালনা সমিতিৰ সভাপতি আদি পদত থাকি অনুষ্ঠানসমূহ নিয়াৰিকৈ পৰিচালনা কৰিছিল। অনুষ্ঠানবোৰত কাম কৰি তেখেতে ৰাইজৰ মন জয় কৰিবলৈ সমৰ্থবান হৈছিল।

১৯৫৫ চনত ৰামপুৰ হাইস্কুল পথাৰত হাইস্কুলৰ বিষয়ে আলোচনা কৰিবলৈ এখন ডাঙৰ সভা হৈছিল। ইয়াত সভাপতি আছিল প্ৰয়াত উপেন্দ্ৰ মোহন গোস্বামী, নিৰ্দিষ্ট বক্তা আছিল – প্ৰয়াত এড্ভোকেট উমা শৰ্মা (গুইমাৰা) আৰু প্ৰয়াত (অধ্যাপক) পূৰ্ণচন্দ্ৰ মজুমদাৰ। এই লিখক তেতিয়া দশম মান শ্ৰেণীৰ ছাত্ৰ। হাইস্কুলৰ উন্নতিৰ হকে সভাপতিয়ে সাৰুৱা ভাষণ দিছিল।

১৯৫৭ চনৰ ২৭ এপ্ৰিলৰ দিনা ৰামপুৰ (মৌজা) হাইস্কুলৰ জন্ম হ'ল। ৰামপুৰ মৌজাৰ বাহিৰে ছয়ানী বৰদুৱাৰ আৰু দক্ষিন সৰু বংশৰ মৌজাৰ কিছু সংখ্যক লোকেও সহায়-সহযোগিতাৰ বাবে আগবাঢ়ি আহিছিল। সেইসকলৰ ভিতৰত

খটিয়ামাৰীৰ স্বৰ্গীয় উপেন্দ্ৰ মোহন গোস্বামীও আছিল। (পৃঃ ৪২ "স্মৃতিগ্ৰন্থ" সোণালী জয়ন্তী, ৰামপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়)।

এবাৰ সকতে মিতিৰৰ ঘৰব পৰা আহোঁতে বাতি হোৱাত এডাল গছৰ ডালত ৰাতি কটাইছিল। তেওঁ মাজে মাজে বন্দুক লৈ চিকাৰলৈ গৈছিল। তেখেত খটিয়ামাৰী গাৱঁৰে নহয়, দক্ষিন কামৰূপৰ এজন প্ৰগতিশীল লোক আছিল। মৃত্যুৰ আগেয়ে মৌজাৰ দায়িত্ব তেখেতৰ ডাঙৰ বোৱাৰীয়েকৰ হাতত অৰ্পণ কৰে। একেৰাহে প্ৰায় ৫৫ বছৰ কাল নিখুঁত আৰু নিকাকৈ মৌজা পৰিচালনা কৰিব পৰাটো তেখেতৰ জীৱনৰ বিৰল কৃতিত্ব।

তেখেত আছিল সৎ আৰু সাহসী। অন্যায়ক প্ৰশ্ৰয় দিয়া নাছিল। তেখেতৰ মনৰ দৃঢ়তা, কৰ্ত্তব্যনিষ্ঠা আৰু সততা শলাগিব লগীয়া। তেখেতে পৰ চৰ্চা নকৰিছিল। শিক্ষন উৰুণত পৰিপাতি আছিল। সমাজৰ সকলো মানুহক সমদৃষ্টিৰে চাইছিল। তেখেতে এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ পক্ষপাতি আছিল। এই মহৎ লোক জনৰ প্ৰায় ৮৮ বছৰ বয়সত ১৯৯৪ চনৰ ২০ জানুৱাৰী তাৰিখে আমাৰ মাজৰ পৰা আতঁৰি যায়। তেখেতৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল। তেখেতৰ আত্মাৰ চিৰ শান্তি কামনা কৰিলো।



# নীৰব জীৱন ৰাহক—শ্ৰীকেশব চন্দ্ৰ দাস

পাহৰণিৰ সোঁতত হেৰাই যাব ধৰা এসময়ৰ গতিত বিস্ময় সৃষ্টি কৰা শ্ৰীকেশৱ চন্দ্ৰ দাসৰ স্মৃতি নতুন পুৰুষক জনাই দিবলৈ এই প্ৰবন্ধৰ যোগেদি প্ৰয়াস কৰা হৈছে।

১৯১৫ চনৰ ২৮ অক্টোবৰ বৃহস্পতিবাৰে দক্ষিণ কামৰূপৰ পলাশবাৰী থানাৰ অন্তৰ্গত আদৰ্শ গাঁও ৰামপুৰত শ্ৰীকেশৱ চন্দ্ৰ দাসৰ জন্ম হয়। তেখেতৰ দেউতাক ৺মুক্তাৰাম কলিতা এজন সমাজকৰ্মী আৰু এম্ ভি স্কুলৰ আদৰ্শ পণ্ডিত আছিল। তেখেতৰ মাক ৺ফুলপাহি কলিতা এজনী অতিথি পৰায়ণা মহিলা আছিল। শ্ৰীকেশৱ চন্দ্ৰ দাস তেওঁলোকৰ একমাত্ৰ পুত্ৰ সন্তান। বাকী ছয়জনী ছোৱালী। তেওঁলোক ক্ৰমে—৺পদ্মাৱতী, ৺কুসুমবালা, যামিনী, ৺কামিনী, ৺ৰমানী আৰু ৺কিৰণ। গোটেই কেইজনী ছোৱালী বিবাহিতা। ছোৱালী কেইজনী স্কুলত পঢ়িছিল যদিও সেই সময়ত সাধাৰণতে ছোৱালী, স্কুলত নপঢ়িছিল।

শ্ৰীকেশব চন্দ্ৰ দাস সৰুৰে পৰা মেধাবী ছাত্ৰ আছিল। "যি মূলা বাঢ়ে তাৰ দুপাততে চিন।" তেখেতে ৰামপুৰৰ পৰা প্ৰাথমিক স্কুল পাচ কৰি গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত পঢ়িবলৈ গৈছিল। কিন্তু ইতিমধ্যে ৰামপুৰ এম্ ভিত ইংৰাজী আৰম্ভ হোৱাত প্ৰথম ছাত্ৰ হিচাবে তেখেতে যোগদান কৰি প্ৰথম বিভাগত এম্ ভি পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯২৮ চনত তেখেতে গুৱাহাটীৰ সোনাৰাম হাইস্কুলত পঢ়িবলৈ গৈছিল। কিন্তু কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতি-বাদত আন্দোলন আৰম্ভ হয় আৰু ১৯৩০ চনত গুৱাহাটীত কামৰূপ একাডেমী হাইস্কুল (বৰ্তমান উচ্চতৰ মাধ্যমিক) আৰম্ভ হৈছিল। তেখেতে গুৱাহাটীত নপঢ়ি ১৯৩১ চনত পলাশবাৰী আৰ বি হাইস্কুলত (বৰ্তমান উচ্চতৰ বহুমুখী) শিক্ষা আৰম্ভ কৰে আৰু

১৯৩৪ চনত গণিতত 'লেটাৰ নম্বৰ' লৈ প্ৰথম বিভাগত মেট্ৰিক পাচ কৰে। তেতিয়াৰ দিনত "লেটাৰ" পোৱাটো কঠিন আছিল।

সেই সময়ত কলেজত পঢ়া ছাত্ৰ প্ৰায় নাছিলেই। গাঁৱৰ মানুহে কলেজত পঢ়া ছাত্ৰ চাবলৈ ব্যগ্ৰ হৈ আছিল। তেখেতে ১৯০১ চনত স্থাপিত হোৱা কটন কলেজৰ পৰা ১৯৩২ চনত প্ৰথম বিভাগত আই এ পাচ কৰে। তেখেতৰ বিষয় আছিল ইংৰাজী, অসমীয়া, গণিত, লজিক আৰু বোটানি। আৰু ১৯৩৮ চনত উক্ত কলেজৰ পৰা অৰ্থনীতিত অনাৰ্চ লৈ বি. এ. পাচ কৰে। তেখেতৰ বিষয় আছিল—অৰ্থনীতি, গণিত, ইংৰাজী আৰু অসমীয়া। তেতিয়া তেখেতৰ কলেজত পঢ়া মাহিলি খৰচ আছিল মাত্ৰ ২০ টকা। মাত্ৰ ২ টকাত এখনি ধুতি, এটা গেঞ্জি আৰু এটা পঞ্জাবী হৈছিল, দাম ক্ৰমে—চৈধ্য অনা, তুই অনা আৰু এটকা। উল্লেখযোগ্য যে তেখেত ৰামপুৰ অঞ্চলৰ প্ৰথম অনাৰ্চ গ্ৰেজুৱেট। তেখেতৰ সহপাঠী আছিল—উমাকান্ত শৰ্মা (ডি পি আই), ৺তাৰিণী কান্ত ভট্টাচাৰ্য, (অধ্যক্ষ কটন কলেজ) ৺অভয় দাস (তেজপুৰ) আদি।

জীয়াকুৰৰ ৺ৰমেশ চন্দ্ৰ চৌধুৰী বি এল আৰু ৺নলিনী বালা চৌধুৰীৰ জীয়ৰী আৰু প্ৰাক্তন মন্ত্ৰী—জীয়াকুৰৰ ৺ৰোহিণী কুমাৰ চৌধুৰীৰ ভতিজা শ্ৰীমতী প্ৰতিভা চৌধুৰীৰ লগত ১৯৩৮ চনত শ্ৰীদাসৰ বিয়া হৈছিল। শ্ৰীমতী চৌধুৰী (দাস) জীয়াকুৰৰ স্কুলৰ পৰা এম্ ভি পাচ কৰে আৰু পানবজাৰ ছোৱালী হাইস্কুলৰ পৰা প্ৰাইভেটকৈ ৮ম মান শ্ৰেণী পাচ কৰে। স্বামীৰ লগত বেলেগ ঠাইলৈ যাবলগীয়া হোৱাত শিক্ষা এৰিব লগীয়া হয়। সেই সময়ত গাঁৱৰ ছোৱালী স্কুলত প্ৰায় নপঢ়িছিল।

শ্ৰীমতী দাস এজনী আদৰ্শ মহিলা। তেখেতে অতিথি শুশ্ৰূষা কৰি দান-দক্ষিণা দি আনন্দ পায়। তেখেতে সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ লগত মিলাপ্ৰীতি কৰি তৃপ্তি পায়।

তেওঁলোকৰ একমাত্ৰ পুত্ৰ সন্তান শ্ৰীপ্ৰদীপ দাস—এজন ব্যৱসায়ী। তেওঁলোকৰ বোৱাৰী শ্ৰীমতী সাবিত্ৰী দাস বৰুৱা, গুৱাহাটী হাইকোৰ্টৰ এড্‌ভোকেট।

তেখেতসকলৰ আঠজনী ছোৱালী। তেওঁলোক ক্ৰমে বীণা, ৰীণা, মীৰা, দীপিকা—এম, এ, ৺দীপা বি এ, মিনি, ৰূপা বি এ আৰু ৰুবী বি এ। গোটেই কেইজনী ছোৱালী কলেজত অধ্যয়ন কৰিছে। ছোৱালী কেইজনী অতিথি পৰায়ণা, সমাজ-প্ৰিয় আৰু গান-বাজনা আদিতো পাকৈত।

তেওঁলোকে খেলা-ধূলা আদিত পোৱা শিল্ড, কাপ আদিৰে আলমাৰী ভৰ্ত্তি হৈ আছে।

শ্ৰীদাস আৰু শ্ৰীমতী দাসে স্ত্ৰী-শিক্ষাত যথেষ্ট গুৰুত্ব দিয়ে। এজন ল'ৰা শিক্ষিত হ'লে তেওঁ নিজে শিক্ষিত হয় কিন্তু এজনী ছোৱালী শিক্ষিতা কৰিলে গোটেই ঘৰখনি শিক্ষিত হয়। স্ত্ৰী শিক্ষাৰ উন্নতি নহলে সমাজৰ উন্নতি অসম্ভৱ। তেখেতসকলে গোটেই কেইজনী ছোৱালী উপযুক্ত কৰি উপযুক্ত বয়সত উপযুক্ত ল'ৰালৈ বিয়া দিছে—এইটো তেখেতসকলৰ কৃতিত্ব।

তেখেতসকলৰ জোঁৱাই কেইজন হ'ল ক্ৰমে—শ্ৰীখগেন্দ্ৰ নাথ বৰা ( ইঞ্জিনিয়াৰ ), শ্ৰীমনিকান্ত চৌধুৰী ( চাহ বাগিচাৰ জেনেৰেল মেনেজাৰ ), শ্ৰীপবিত্ৰ কুমাৰ বৰা এ চি এচ ( উচ্চ পদস্থ বিষয়া), শ্ৰীঅপূৰ্ব কুমাৰ বৰা ( ব্যৱসায়ী ), শ্ৰীনৃপেন্দ্ৰ নাথ বৰা এম টেক্‌ ( ইঞ্জিনিয়াৰ ), শ্ৰীসন্তোষ কুমাৰ কলিতা ( ব্যৱসায়ী ), শ্ৰীকনক বৰা এম এচ চি ( উচ্চ পদৰ বিষয়া ) আৰু শ্ৰীঅজিত হাজৰিকা ( চাহ বাগানৰ মেনেজাৰ ) তেখেতৰ কেইবাজনো উপ-যুক্ত নাতি-নাতিনী আছে।

১৯৩৮ চনৰ পৰা ১৯৭১ চনলৈ শ্ৰীদাসে হাতী আৰু অন্যান্য ব্যৱসায়ত লিপ্ত আছিল। সেই সময়ত ফৰেষ্ট ইউটিল্যাইজেচন কোম্পানী লিমিটেডৰ হেড্ অফিচ আছিল কুকুৰ মাৰাত ( দক্ষিণ

কামৰূপ ) তেখেত সেই কোম্পানীৰ প্ৰথম জেনেৰেল চেক্ৰেটাৰী তাৰ পিছত বোৰ্ড অৱ ডাইৰেক্টৰৰ চিয়াৰমেন হয়। তেখেতৰ 'মেলা হাতী চিকাৰ' আৰু "খেদা হাতী চিকাৰ" কৰাৰ সুন্দৰ অভিজ্ঞতা আছে। এই অভিজ্ঞতা লিখি উলিয়াব পাৰিলে এখনি সুন্দৰ হাতী চিকাৰৰ গ্ৰন্থ হ'ব। প্ৰতিটো দলৰ বাবে চিকাৰ কৰিবলৈ দহ দিনৰ সময় দিয়ে আৰু এটা দলত ১০/১২ টা হাতী থাকে। তেখেতৰ হাবি জংগলৰ বাসীন্দাৰ আৰু গছ-গছনিৰ ওপৰত জ্ঞান আছে। এদিন তেখেতে হাবিত এহাল জন-জাতীয় প্ৰেমিক প্ৰেমিকাক লগ পাইছিল। তেখেতে তেওঁলোকৰ পৰা জানিব পাৰিছিল যে "তেওঁলোক যদি এমাহ কোনেও গম নোপোৱাকৈ থাকিব পাৰে, তেওঁলোক মিলন হব পাৰিব যদি এমাহৰ ভিতৰত সমাজে গম পায় তেন্তে তেওঁলোকৰ মিলন হ'ব নোৱাৰে আৰু সমাজে শাস্তি দিব।

তেখেতে বি এ পাচ কৰা সময়ত ( ১৯৩৮ ) এটকাৰ ১৫০ টা হাহৰ কণী কিনি দহজন ল'ৰাই খাইছিল। তেতিয়া সোণৰ তোলাত আছিল ২২, টকা। তেখেতে হাতীৰ ব্যৱসায় কৰি এটা হাত ঘড়ি ৩৮, টকাত আৰু এখন চাইকেল ৩৮, টকাত কিনিছিল।

নেভিল্ চাৰ্জৰ ( ইংলিচ ) গৰম চুট এজোৰ ২৪, টকাত কৰিছিল।

১৯৪১ চনৰ শেষৰ পিনে তেখেতে পিতৃৰ ইচ্ছানুসাৰে ব্যৱসায় এৰি গৱৰ্ণমেণ্টৰ চাকৰি লৈ এচ আই অব স্কুল পদত লক্ষীমপুৰত যোগদান কৰে আৰু এমাহৰ পিছত তেজপুৰলৈ বদলি হৈ আহে। তেতিয়াই তেখেতক অনাৰেৰি ডিষ্টিক স্কাউট মাষ্টৰ আৰু ফিজি-কেল ইনচ্পেক্টৰ বাব দিয়ে।

তেখেতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দি এচ্ দবলিউ ( D.S.W. ) পাচ কৰে। ইয়াৰ পিছত তেখেতে অসমৰ প্ৰথম লেবাৰ ইনচ্পেক্টৰ হয়। তাৰ পিছত তেখেতে ১৯৫১-৫৯ চনলৈ

'লেবাৰ অফিচাৰ' হৈ থাকে। মাজতে আকৌ অসমৰ ট্ৰেন্স-পোৰ্টৰ চিলঙত পাবলিক ৰিলেচন্‌ আৰু ওৱেলফেয়াৰ অফিচাৰ কাম কৰে। ইয়াৰ পিছত তেখেতে এচিচ্‌টেণ্ট লেবাৰ কমিচনাৰ হৈ ১৯৭২ চনত শ্বিলঙৰ পৰা অবসৰ গ্ৰহণ কৰে। তেখেতে যোৰহাট, গুৱাহাটী, তেজপুৰ, শিলচৰ আৰু শ্বিলঙত কাম কৰিছিল। উল্লেখ-যোগ্য যে শ্ৰীদাস আমাৰ ৰামপুৰ অঞ্চলৰ প্ৰথম গেজেটেড্‌ অফিচাৰ। তেখেতে তেওঁৰ বিভাগৰ গেজেটেড্‌ অফিচাৰ সকলৰ চোচাইটিৰ ফাউণ্ডাৰ সভাপতিও আছিল। তেখেত 'ইনদাচট্ৰিয়েল এমপ্লয়ি কমিতিৰ' মেম্বাৰ, চেক্ৰেটাৰী আছিল আৰু সেই সময়তে অসমীয়া বহুত ল'ৰাক চাহ বাগানৰ এচিচ্‌টেণ্ট ম্যানেজাৰ পদ পোৱাত সহায় কৰিছিল।

চৰকাৰী চাকৰিৰ পিছত তেখেতৰ অন্যান্য পদবী হৈছে—যেনে অসম গ্লাচ ফেক্টৰীৰ উপদেষ্টা, কলেজৰ গভৰ্নিংবদীৰ মেম্বাৰ, স্কুল মেনেজিং কমিতিৰ সভাপতি, স্থানীয় ঠাইৰ দেভালপমেণ্ট সভাপতি, পূজা কমিতিৰ সভাপতি, কো-অপাৰেটিভ সমিতিৰ সভাপতি আদি।

ৰামপুৰ অঞ্চলৰ বিহু, দুৰ্গা পূজা দধিমথন, যজ্ঞ, সভা-সমিতি আদিত তেখেতে যোগদান কৰি আহিছে আৰু দান বৰঙনি আগবঢ়ায়ো ভাল পায়।

বৰ্তমান তেখেত থিয়-চফিকেল চোচাইটিৰ সদস্য। 'জ্ঞান জ্যোতিৰ' মুখ্য সম্পাদক আৰু আঞ্চলিক থিয়-চফিকেল অৰ্ডাৰ অব চাৰ্ভিচ'—চোচাইটিৰ তেখেত সভাপতি। আগতে তেখেত থিয়-চফিকেল চোচাইটিৰ অল ইণ্ডিয়া কাউন্সিলৰ অসম ফেদাৰেচনৰ ট্ৰেজাৰাৰ আৰু কেইবাটাও বাবত আছিল।

তেখেতৰ বাৰীত নাৰিকল, তামোল, কল, শাক-পাচলি আছে। খেতি-বাতিৰ প্ৰতিও তেখেতৰ নিচা আছে।

সু-তীক্ষ্ণ মেধা শক্তি, পাৰদৰ্শিতা, কৰ্তব্যনিষ্ঠা, ন্যায় পৰায়নতা আৰু সৎ সাহস তেখেতৰ আছে। কৰ্মলৈ হেলা নকৰা অভ্যাসটোৱেই তেখেতৰ মূলধন। তেখেত হৈছে নিৰহংকাৰ আৰু সৰলাচৰণৰ মানুহ। তেখেতে নগৰত (গুৱাহাটীৰ শান্তিপুৰ) জীৱন যাপন কৰিলেও গাঁৱলীয়া ৰাইজৰ প্ৰতি মৰম-শ্ৰদ্ধা আছে। তেখেতে পৰ চৰ্চা নকৰে। কথা-বতৰা ভাবি চিন্তি কয়। তেখেত হৈছে নগৰ আৰু গাঁৱৰ সেতু স্বৰূপ।

তেখেতে লিখি প্ৰচাৰ কৰা সৰু কিতাপ "Myself and my State" নামৰ কিতাপখনে সুধী সমাজৰ প্ৰশংসা লাভ কৰিছে। বাতৰি কাকতো তেখেতে প্ৰবন্ধ আদি লিখি থাকে।

তেখেতে অৰ্থনীতিৰ কথা ভালকৈ জানে আৰু জানে কেনেকৈ খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিব লাগে। সু-স্বাস্থ্যৰ গৰাকী শ্ৰীদাসে বৰ্তমান ৮৩ বছৰত ভৰি দিছেহি।

১৯৯৮ চনৰ ১৮ জানুৱাৰীত তেখেতে ইহ লীলা ত্যাগ কৰে। তেখেতৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।



# বিভিন্ন জনৰ দৃষ্টিত উদ্যোগী—
# উমাকান্ত শৰ্মা

জাতিৰ জীৱনত সময়ে সময়ে এনে এ.কোজন মানুহৰ আবিৰ্ভাব হয়, যাৰ ধ্যান-ধাৰণা, কৰ্ম-চিন্তা উৎসৰ্গীকৃত হয় দেশ আৰু জাতিৰ কল্যাণৰ অৰ্থে। উমাকান্ত শৰ্মা এনে এজন গুণী পুৰুষ। এই মহান ব্যক্তিজনৰ কথা ৰাইজে যাতে পাহৰি নাযায় সেই উদ্দেশ্যেই—এই জীৱনী লিখাৰ আয়োজন।

জগত বিখ্যাত জনকৃষ্টিৰ সাধক নহিৰাসত্ৰত জন্ম গ্ৰহণ কৰা ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে কয় যে, "মানুহে জীয়াই থাকোতে যি শ্ৰদ্ধা পায় সেয়ে আচল"। শৰ্মা ডাঙৰীয়াক শ্ৰদ্ধা জনাবলৈ লিখকে এই সাধাৰণ জীৱনীখনি লিখিলে।

১৯১১ চনত দক্ষিণ কামৰূপৰ পলাশবাৰী থানাৰ অন্তৰ্গত মাজকুছি গাৱঁত শ্ৰীউমাকান্ত শৰ্মাৰ জন্ম হয়। তেখেতৰ দেউতাক ৺মহেশ্বৰ শৰ্মা আৰু মাক ৺জয়ন্তী দেবী। তেখেত সৰুৰে পৰা ধীৰ-স্থিৰ আৰু চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতে সদায় সঁচা কথা কৈছিল আৰু কয়। তেখেত সৰুৰে পৰা উদ্যোগী।

তেখেতে ১৯৩১ চনত পলাশবাৰী আৰ বি হাইস্কুল (বৰ্তমান উচ্চতৰ বহুমুখী)ৰ পৰা প্ৰথম বিভাগত মেট্ৰিক পাচ কৰে। ১৯৩৩ চনত কটন কলেজৰ পৰা আই এ আৰু ১৯৩৫ চনত উক্ত কলেজৰ পৰা বি এ পাচ কৰিলে।

পঢ়ি থকা অৱস্থাতে ১৯৩৪ চনত ৺সুৰেন্দ্ৰ নাথ শৰ্মা আৰু ৺কুমুদিনী শৰ্মাৰ জীয়ৰী ভৱসুন্দৰী দেৱীৰ লগত তেখেতৰ বিয়া হয়। তেখেত সকলৰ এজন ল'ৰা আৰু ৪ জনী ছোৱালী। তেওঁলোক ক্ৰমে নলিনীকান্ত শৰ্মা, সাবিত্ৰী দেৱী, ড° অনিমা দেৱী, চন্দ্ৰা দেৱী আৰু মৃণালিনী দেৱী। তেওঁলোকৰ কেবাজনো উপযুক্ত নাতি-নাতিনী আছে।

শৰ্মা ডাঙৰীয়াই ১৯৩৭ চনৰ পৰা প্ৰায় ১০ বছৰ কাল গুৱাহাটীৰ উপায়ুক্তৰ কাৰ্য্যালয়ত কেৰাণীৰ কাম কৰিছিল। তেখেতৰ কামত মানুহ সন্তুষ্ট হৈছিল।

১৪।১।১৯৪৯ তাৰিখে গুৱাহাটীত ভাৰতীয় ৰিজাৰ্ভ বেংকৰ চাব অফিচ আৰম্ভ হয় আৰু তাত উমাকান্ত শৰ্মাক "ডেপুটি ট্ৰেজাৰাৰ" হিচাবে নিযুক্তি দিয়ে। ই স্থানীয় মানুহৰ প্ৰথম নিযুক্তি।

নানা বাধা-বিঘিনি অতিক্ৰম কৰি তেখেতে এই কাম চলাবলৈ ধৰিলে। সেই সময়ত ৰিজাৰ্ভ বেংকৰ গৱৰ্ণৰ আছিল চি ডি দেশমুখ। প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী ৺ৰোহিণী কুমাৰ চৌধুৰী আৰু সেই সময়ৰ কামৰূপৰ উপায়ুক্ত মহম্মদ চুলতানে তেখেতক নানা উপদেশ দি সহায় কৰিছিল।

শৰ্মা দেৱ পিছত এই বেংকৰ ট্ৰেজাৰাৰ হয়। তেওঁ তৃতীয় আৰু ৪ৰ্থ শ্ৰেণীৰ চাকৰিত মানুহক নিযুক্তি দিছিল। তেখেতে প্ৰথমতে এটা ভাৰাঘৰত আৰু পিছত তিনিটা ভাৰাঘৰত বেংকৰ কাৰ্য্য চলাইছিল।

১৯৭২ চনত শৰ্মাদেৱে অৱসৰ গ্ৰহণ কৰে। ইয়াৰ পাছত তেখেতে নিজৰ গাঁও মাজকুছিত থাকি নানা ধৰণৰ সামাজিক কামত ব্ৰতী হয়। তেখেত দক্ষিণ ছয়ানী মৌজাৰ পঞ্চায়তৰ সভাপতি আছিল। ১৯৭২ চনত "লক্ষীৰাম মধ্য ইংৰাজী স্কুল" স্থাপন হয় আৰু শৰ্মাদেৱ ইয়াৰ প্ৰতিষ্ঠাতা সভাপতি আছিল। আমৰঙা বড়িহাট উচ্চতৰ বিদ্যালয়ৰ ৭ বছৰ একেৰাহে সভাপতি আছিল। মাজকুছি অঞ্চলৰ ৰাস্তা-ঘাট, শিক্ষা, চিকিৎসা, জল-সিঞ্চন, মৎস্য উৎপাদন আদি সামাজিক কামত তেখেত ব্ৰতী হৈছিল।

মাজকুছি অঞ্চলৰ বিহু, পূজা-পাৰ্বন আদিত তেখেতে যোগদান কৰি আহিছে আৰু দানবৰঙণি আগবঢ়াই ভাল পায়। তেখেতৰ খেতি-বাতিৰ প্ৰতিও নিচা আছে।

তেখেতৰ বাৰীত মাছৰ পুখুৰী, নাৰিকল, তামোল-পান, বাঁহ আৰু নানা ধৰণৰ শাক-পাচলি আছে।

পৰাধীন ভাৰতত তেখেতসকলে ভাবিছিল যে দেশ স্বাধীন হ'লে জন-গণে তুবেলা শান্তিৰে খাব পাৰিব। ভাৰতত ৰাম-ৰাজ্য স্থাপন হ'ব। কিন্তু দেশ স্বাধীন হোৱাৰ পিছত দেখিলে যে মানুহে ত্যাগৰ কথা পাহৰিলে। কেবল নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰিব ধৰিলে। ধনীবিলাক বেছি ধনী হ'ল আৰু তুখীয়াবিলাক বেছি তুখীয়া হ'ল। সমাজত নিবন্নুৱাৰ সৃষ্টি হ'ল। সমাজত অশান্তিৰ ধুমুহা ব'ব ধৰিলে। ই দেশৰ কাৰণে শুভ লক্ষণ নহয়। ৰামৰাজ্য বহুত দূৰত। ত্যাগ উপভোগতকৈ মিঠা। সেই কাৰণে ধৰ্মৰাজ (যুধিষ্ঠিৰে) পৰম স্বৰ্গ সুখকো শেষত পদাঘাত কৰিছিল।

শৰ্মা ডাঙৰীয়াৰ বিষয়ে বিভিন্ন জনৰ মতামত:

ভাৰতীয় ৰিজাৰ্ভ বেংকৰ "ডেপুটি ট্ৰেজাৰাৰ" ভূপেন মেধি দেৱে—এইদৰে কয় "বদান্যতা, উদাৰতা, মহত্ব আৰু সমাহাৰ শ্ৰীযুত উমাকান্ত শৰ্মাদেৱ। ৰিজাৰ্ভ বেংকৰ দৰে অনুস্থানত প্ৰাৰ্থী বাচনিৰ ক্ষেত্ৰত তেখেতে যি উদাৰতা আৰু মহত্বৰ পদক্ষেপ ৰাখি থৈ গৈছে—তাৰ তুলনা পাবলৈ নাই। তেখেতৰ কাৰ্য্য প্ৰণালী জাতিৰ প্ৰতি দায়িত্ব বোধৰ উৎকৃষ্ট নিদৰ্শন। শান্ত-সৌম্য স্বভাবৰ শ্ৰীযুত শৰ্মাদেৱ নতুন প্ৰজন্মৰ আদৰ্শ হোৱা উচিত।

মই তেখেতৰ সুস্থ আৰু সুদীৰ্ঘ জীৱন কামনা কৰিছো।

ৰিজাৰ্ভ বেংকৰ সহকাৰী কোষাধ্যক্ষ শ্ৰীঅৰুণ চন্দ্ৰ ভাগৱতী দেৱে এইদৰে কয়— "১৯৬৭ চনৰ ২৫ চেপ্তেম্বৰত ৰিজাৰ্ভ বেংকৰ চাকৰিত সোমায়েই শ্ৰীযুত উমা শৰ্মাক লগ পাইছিলো। সদায় শুদ্ধ বগা পোচাকটোৱে তেখেতৰ উদাৰ ব্যক্তিত্বৰ পৰিচয় দিছিল।

আমি সদায় তেখেতৰ ব্যৱহাৰত মুগ্ধ হৈছিলো। সকলোকে সদায় মৰম কৰি মাতিছিল।

ভাৰতীয় ৰিজাৰ্ভ বেংকৰ গুৱাহাটী শাখাৰ বৰ্ত্তমান অৱস্থা পোৱাৰ গুৰি ধৰোতা পুৰুষ শ্ৰীযুত উমা শৰ্মাৰ অবদান আমি কেতিয়াও পাহৰিব নোৱাৰো।

মাজকুছি গাঁৱৰ শ্ৰীসুৰেন দাসে এইদৰে কয়—"জীৱন্ত কিংবদন্তি স্বৰূপ শ্ৰদ্ধেয় শ্ৰীযুত উমাকান্ত শৰ্মা একেধাৰে সুদক্ষ প্ৰশাসক, সমাজকৰ্মী, স্থিতপ্ৰজ্ঞঃ পৰোপকাৰী আদি সৎগুণেৰে সমাহাৰ। তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলো।

মাজকুছি গাঁৱৰ শ্ৰীমাণিক চন্দ্ৰ কলিতাই কয় এইদৰে:

শ্ৰীযুত শৰ্মা ডাঙৰীয়া, আমাৰ ৺পিতৃ ভুবন চন্দ্ৰ কলিতা একেখন চোতালতে জন্ম গ্ৰহণ কৰা লোক। আমাৰ পিতাই তেওঁলোকৰ ঘৰতে কাম কৰিছিল আৰু পলাশবাৰী, আৰ বি হাইস্কুলত পঢ়োতে হোষ্টেললৈ চাউল, তৰকাৰী আদি যাৱতীয় খাদ্য কঢ়িয়াই নিছিল। আমাৰ পৰিয়ালৰ ভিতৰত মই পঢ়াত চোকা আছিলো কাৰণে তেখেতে মৰম আদৰ কৰিছিল আৰু কাপোৰ-কানি দি সহায় কৰিছিল। আমি জনা হোৱাত তেখেতে আমাৰ গাঁৱৰ মাজত থকা আলিবোৰ ৰাস্তালৈ ৰূপান্তৰিত কৰাৰ উপৰিও ১৯৩৯ চনত মেধিপাৰাৰ পৰা খুটাপাৰালৈ প্ৰধান ৰাস্তা, ১৯৫৬ চনত আহোমে খন্দা পুখুৰীটো পাইপেৰে সিচি ৰাজহুৱা কৰা আৰু মাছ জীওৱা ১৯৪৮ চনত এল, পি স্কুল, ১৯৬৭ আৰু ১৯৬৮ চনত গাৱঁৰ উত্তৰে আৰু দক্ষিণে থকা কেঁচা ৰাস্তা গড়কাপ্তানী বিভাগৰ অধীনত নিয়া আৰু ৰাজহুৱা অনুষ্ঠানত আগভাগ লৈছিল।

সানপাৰাৰ শ্ৰীহৰমোহন কলিতাই কয়—"শ্ৰদ্ধেয় উমাকান্ত শৰ্মাদেৱক মই প্ৰথমে ভাৰতীয় ৰিজাৰ্ভ বেংকৰ "ডেপুটি ট্ৰেজাৰাৰ" হিচাবে পাওঁ। তেখেতৰ ব্যক্তিত্ব আৰু মানসিক ভাবধাৰা

আমাৰ কল্পনাৰ উৰ্দ্ধত। মই তেখেতৰ সততা আৰু দৃঢ়তাৰ কাৰণে সদায় ভক্তি কৰি আহিছো। তেখেতৰ জীৱনত মই কেতিয়াও তেওঁ দুৰ্নীতিক প্ৰশ্ৰয় দিয়া দেখা পোৱা নাই। বৰঞ্চ তেখেতে সদায় দুৰ্নীতিৰ প্ৰতিবাদ কৰাহে দেখিবলৈ পাইছো। সেই কাৰণে তেওঁৰ প্ৰতি মোৰ সদায় ভক্তি বিৰাজমান হৈ থাকিব।

সু-তীক্ষ্ণ মেধাশক্তি সম্পন্ন, পাৰদৰ্শিকতা, কৰ্তব্যনিষ্ঠা, ন্যায়পৰায়ণতা, সৎ সাহস তেখেতৰ আছে। কৰ্মলৈ হেলা নকৰা অভ্যাসটোৱে তেখেতৰ মূল ধন। তেখেত হৈছে নিৰহংকাৰী আৰু সৰল ধৰণৰ মানুহ। তেখেতৰ গাৱঁলীয়া ৰাইজৰ প্ৰতি মৰম শ্ৰদ্ধা আছে। তেখেতে পৰচৰ্চা নকৰে। কথা-বতৰা ভাবি-চিন্তি কয়। তেখেত নগৰ আৰু গাঁৱৰ সেতু স্বৰূপ। ইংৰাজী ৩ মে ১৯৯৯ চনত তেখেতে ইহলীলা ত্যাগ কৰে। তেখেতৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।





## বহুগুণী ব্যক্তি—
## বলীন্দ্ৰ কুমাৰ বৰুৱা

জাতিৰ জীৱনত সময়ে সময়ে এনে একোজন মানুহৰ আবিৰ্ভাব হয়, যাৰ ধ্যান ধাৰণা, কৰ্মচিন্তা উৎসৰ্গীকৃত হয় দেশ আৰু জাতিৰ কল্যাণৰ অৰ্থে। তেনে এজন বহুগুণী ব্যক্তি হ'ল প্ৰয়াত বলীন্দ্ৰ কুমাৰ বৰুৱা। তেখেতৰ কৰ্মৰাজিয়ে তেখেতক চিৰদিন অমৰ কৰি ৰাখিব। উঠি অহা ল'ৰা-ছোৱালী সকলে যাতে বৰুৱাদেৱৰ কৰ্মৰাজিৰ বিষয়ে কিছু কথা জানিব পাৰে—সেই ভাবিয়েই—এই জীৱনী লিখাৰ আয়োজন।

বৰ্তমান কনৌজ (অযোধ্যা) ৰ পৰা বলীন্দ্ৰ কুমাৰ বৰুৱাৰ উপৰি-পুৰুষ অসমলৈ আহিছিল।

ইং ১৮৮৫ চনৰ ২৪ এপ্ৰিল তাৰিখে বলীন্দ্ৰ কুমাৰ বৰুৱাৰ উত্তৰ গুৱাহাটীৰ শিলসাকো গাঁৱত জন্ম হয়। "যি মূলা বাঢ়ে তাৰ দুপাততে চিন।" তেখেতৰ পিতৃ আছিল নন্দৰাম বৰুৱা আৰু মাতৃ আছিল প্ৰেমদা কুমাৰী বৰুৱা। তেখেতে সকতে মাক দেউতাকক হেৰুৱায়।

বলীন্দ্ৰ কুমাৰ বৰুৱাৰ শৰীৰ আৰু মন সবল আছিল। তেখেত আছিল সৰুৰে পৰা উদ্যোগী। কোনো বিপদ বিঘিনিয়ে

তেখেতক কৰ্মৰ পৰা বিচলিত কৰিব নোৱাৰিছিল। তেখেত সকৰে পৰা আছিল প্ৰগতিশীল। If there is a will, there is a way ইচ্ছা থাকিলে, আগ্ৰহ থাকিলে পৃথিৱীৰ কোনো শক্তিয়ে মানুহৰ উন্নতিত বাধা দিব নোৱাৰে। তাৰ উদাহৰণ বলীন্দ্ৰ কুমাৰ বৰুৱা।

নানা বিপদ বিঘিনি, আৰ্থিক অনাটনত পৰি তেখেতে ১৯০৫ চনত যোৰহাটত চৰকাৰী কেৰাণীৰ পদ এটাত নিযুক্তি লাভ কৰে আৰু তাতেই প্ৰাইভেট পৰীক্ষাৰ্থী হিচাবে ১৯০৯ চনত এন্‌ট্ৰেন্স্ পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰায় ৫ বছৰ কাল চাকৰি কৰি জমা কৰা ধনখিনি লৈ নিজৰ পৈতৃক সম্পত্তি পুনৰ উদ্ধাৰ কৰে। ককায়েক প্ৰসন্ন বৰুৱাৰ লগ লাগি বিক্ৰী যোৱা মাটি পুনৰ কিনি লয় আৰু তাকেই পুনৰ বিক্ৰী কৰি তাৰ পৰা ৫০০০ (পাঁচ-হাজাৰ) টকা লাভ কৰে আৰু ঘৰ খনি থিতাপি লগায়।

সেই সময়তে তেতিয়াৰ অবিভক্ত অসম আৰু পূৰ্ববংগৰ অসম বিধান মণ্ডলীৰ সদস্য হৈ থকা মাননীয় মাণিক চন্দ্ৰ বৰুৱা দেৱৰ সংস্পৰ্শলৈ বলীন্দ্ৰ কুমাৰ বৰুৱা আহে আৰু তেখেতৰ ব্যক্তিগত সহায়ক হিচাবে তেখেতৰ ঘৰত থাকি পঢ়িছিল আৰু ১৯০১ চনত স্থাপিত কটনকলেজৰ পৰা আই এ পৰীক্ষাত উত্তীৰ্ণ হয়। হিৰণ্য কুমাৰ বৰুৱা নামৰ এজন খুৰাকৰ সহায়ত পঢ়ি ১৯১৪ চনত কটনকজেৰ পৰা ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্বাবিদ্যালয়ৰ অধীনত বি এ পৰীক্ষাত উত্তীৰ্ণ হয়।

বৰ্ত্তমান গুৱাহাটীৰ উজান বজাৰত অৱস্থিত মাণিক চন্দ্ৰ বৰুৱা, এম, ই স্কুলখনিৰ প্ৰথম প্ৰধান শিক্ষক আছিল প্ৰয়াত বলীন্দ্ৰ কুমাৰ বৰুৱাদেৱ। এই স্কুলখনি প্ৰতিষ্ঠা কৰোতে মাননীয় মাণিক বৰুৱাদেৱ—সেই সময়ত গুৱাহাটী মিউনিচিপালিটিৰ প্ৰথমজন দণ্ডৰহীন চেয়াৰমেন থকাত বলীন্দ্ৰ কুমাৰ বৰুৱাদেৱক বিশেষ ভাবে সহায় কৰিছিল।

কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু নীৰব কৰ্মী যোগেন্দ্ৰ নাথ বৰুৱাৰ লগ লাগে বলীন্দ্ৰ কুমাৰ বৰুৱাই প্ৰবেশিকা পৰ্য্যায়ৰ "The Friends Coaching Institution" নামৰ এখনি স্কুল খোলে আৰু বলীন্দ্ৰ কুমাৰ বৰুৱাই ইয়াৰ সম্পাদক হিচাবে কাৰ্য্য নিৰ্বাহ কৰে। এনে ধৰণৰ উচ্চশিক্ষাৰ শিক্ষানুষ্ঠান ইয়াৰ আগতে উত্তৰ গুৱাহাটীত নাছিল।

ইয়াৰ পিছত আন কেইজনমান আগ্ৰহী লোকৰ লগত লগ লাগি অসমৰ চাৰিসত্ৰৰ অন্যতম আউনী আটী সত্ৰাধিকাৰ গোস্বামী প্ৰভুৰ ওচৰলৈ গৈ এটি শৰ্ত্ত আৰ্থিক সাহাৰ্য্য আদায় কৰি—এই সত্ৰৰ প্ৰয়াত অধিকাৰ ৺কমলদেৱ গোস্বামীৰ নামত" আউনী আটী কমলদেৱ সাহাৰ্য্য প্ৰাপ্ত ইনচ্টিটিউছন ( A. K. Aided স্কুলখনি ১৯১৭ চনতে প্ৰতিষ্ঠা কৰি অত বহু বছৰ জুৰি কাৰ্য্য সম্পাদনা কৰি ১৯৩৫ চনলৈ থাকে। তাৰ পিছত ১৯৫০ চন পৰ্য্যন্ত উক্ত স্কুলখনিৰ সভাপতি আসন অলংকৃত কৰে।

মাণিক চন্দ্ৰ বৰুৱা এম, ই স্কুলত চাকৰি কৰি থাকোতেই বলীন্দ্ৰ কুমাৰ বৰুৱাই গুৱাহাটীৰ Earle law Col'ege ৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত বি, এল পৰীক্ষাত উত্তীৰ্ণ হয়।

প্ৰথম বিশ্ব যুদ্ধৰ ( ১৯১৪-১৮ ) সময়তে পৃথিবীৰ কেইবাখনো দেশত নতুন নতুন বাহিনী কিছুমান গঠিত হৈছিল। আমাৰ ভাৰতবৰ্ষতো সেই সময়ত Indian Defence Force নামেৰে এটি বাহিনী গঠন হৈছিল। এই বাহিনীৰ ভিতৰত Calcutta University Infantry Corps Unit এটা আছিল। বলীন্দ্ৰ কুমাৰ বৰুৱা, যোগেন তামুলী বৰুৱা আদিয়ে ১ নং কোম্পানীৰ ৩১ নং পল্টন হিচাবে ১৯১৭ চনৰ ১৭ ডিচেম্বৰ তাৰিখে যোগদান কৰিছিল। সেই সময়ত এই বাহিনীৰ নেতাজী সুভাষ চন্দ্ৰ বসুৱেও প্ৰশিক্ষণ লৈছিল।

১৯১৮ চনত বৰুৱাদেৱ অসমলৈ আহে আৰু এম, চি এম, ই স্কুলত প্ৰধান শিক্ষক হিচাবে পুনৰ যোগদান কৰে।

কলিকতাৰ পৰা আহোতে ২০০০ (দুই হাজাৰ) টকা আনি ঘৰ খনৰ থিতাপি লগায়।

১৯১৯ চনৰ নবেম্বৰ মাহত অসম চৰকাৰৰ অসম উপত্যকা জিলাৰ কো-অপাৰেটিভ চছাইটীৰ ইন্সপেক্টৰ পদ এটা পোৱাত তাতেই যোগদান কৰে।

চাকৰি কাল ছোৱাতেই ঘৰৰ বাই-ভনীৰ বিয়া-বাৰু আদিৰ লেঠা মাৰি ১৯২৬ চনত কুসুম কুমাৰী বৰুৱাৰ লগত বিবাহ পাতে। তেখেতসকলৰ ল'ৰা সন্তান ৩ জন জন্ম হোৱাৰ পিছত পত্নীৰ মৃত্যু হয়। ল'ৰা তিনিজন ক্ৰমেঃ

| | ল'ৰা — | বোৱাৰী — |
|---|---|---|
| ১) | শ্ৰীৰাজেন্দ্ৰ কুমাৰ বৰুৱা | শ্ৰীমতী নিলিমা বৰুৱা। |
| ২) | শ্ৰীললিত কুমাৰ বৰুৱা (অবিবাহিত) | |
| ৩) | ৺অৰবিন্দ কুমাৰ বৰুৱা | শ্ৰীমতী পুতুলী বৰুৱা |

ঘৰখনি চলাবলৈ এজনী গৃহিনীৰ আৱশ্যক হোৱাত আৰু কেইজনমান বন্ধুৰ চেষ্টাত বৰুৱাদেৱৰ পুনৰ বিবাহ হয় চিন্তাৱতী বৰুৱাৰ লগত। (জন্ম—২২ চেপ্তেম্বৰৰ, ১৯১৮ চন। মৃত্যু—২০ মাৰ্চ ১৯৯৫ চন।) দ্বিতীয় পত্নীৰ ৫ জনী কন্যা আৰু এজন ল'ৰা। ক্ৰমে -

| | ছোৱালী— | জোঁৱাই— |
|---|---|---|
| ১) | শ্ৰীমতী পঙ্কজ কুমাৰী শইকীয়া, এম, এ, বি, টি। | শ্ৰীনন্দেশ্বৰ শইকীয়া, এম, এ। |
| ২) | শ্ৰীমতী সৰোজ কুমাৰী বৰুৱা | শ্ৰীউদয় প্ৰতাপ বৰুৱা, বি, এছ, চি |
| ৩) | ৺শৈলজ বৰুৱা | শ্ৰীমহেন্দ্ৰ বৰা, বি, এ। |
| ৪ | শ্ৰীমতী নিৰোজ কুমাৰী চৌধুৰী, এম এচ, চি-। | ডাঃ অশ্বিনী কুমাৰ চৌধুৰী |
| ৫) | শ্ৰীমতী বনোজ কুমাৰী দত্ত হাজৰিকা, এম, এ (ইংৰাজী) | শ্ৰীঅজয় দত্ত হাজৰিকা, ইঞ্জিনীয়াৰ (ইউ, এচ, এ) |

ল'ৰা — ছোৱালী—

৬' শ্ৰীব্ৰজেন বৰুৱা, এম, এচ, চি শ্ৰীমতী কনী বৰুৱা,
(ভূতত্ত্ববিদ) বি, এ।

তেখেতসকলৰ নাতি-নাতিনীসকল হ'ল—

কুমাৰিকা বৰুৱা, বি, এচ, চি, উৎপলা বৰুৱা, বি, এ, ইশাঙ্কুৰ শইকীয়া-এম, এচ, চি, কৃপাঞ্জলি শইকীয়া-বি, এচ, চি (মেজৰ), এম-লিট্, নীলাঞ্জন চৌধুৰী, আলপনা চৌধুৰী, বিদিতা চৌধুৰী, অভিজিত হাজৰিকা, ৰাজিব দত্ত হাজৰিকা, শ্ৰীমতী সৰোজ কুমাৰী বৰুৱাৰ সৰু কন্যা শ্ৰীমতী অনিতা বৰুৱাই ডিব্ৰুগৰ বিশ্ব বিদ্যালয়ৰপৰা এম, এ, পৰীক্ষাত অৰ্থনীতিত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছে (১৯৯৯), । পৰিমিতা বৰুৱা, শ্ৰীৰূপম বৰুৱা, প্ৰজ্বলেন্দ্ৰ বৰুৱা আৰু শ্ৰীকৃষ্ণেন্দ্ৰ বৰুৱা আদি।

বলীন্দ্ৰ কুমাৰ বৰুৱাই বিভিন্ন লেঠাত আৰু ইন্সপেক্টৰৰ চাকৰিত মফচলে মফচলে ঘূৰি ফু্ৰিবলগীয়া হোৱাত ১০ বছৰ কাল জুৰি কোনো প্ৰমোচনৰ আশা নেদেখি ১৯২৯ চনৰ ১৫ এপ্ৰিল তাৰিখে চাকৰিটো ইস্তাফা দিয়ে।

চাকৰি এৰি দিয়াৰ পিছত গুৱাহাটীৰ উকীল সন্থাৰ সদস্য হৈ ওকালতি আৰম্ভ কৰে। প্ৰায় ৩ বছৰ কাল ওকালতি কৰাৰ পিছত গুৱাহাটীৰ উকীল সন্থাৰ সম্পাদক নিৰ্বাচিত হয়।

১৯৩৫ চনত ভাৰতৰ সংবিধানত New Constitution Act of 1933 বুলি এখন নতুন আইন গৃহিত হোৱাত আমাৰ অসমত পোন প্ৰথমবাৰৰ বাবে এখন উচ্চ ন্যায়ালয় ( High Court ) স্থাপনৰ কথা উলায় আৰু তাৰ বাবে এখনি আঁচনি প্ৰস্তুত কৰিবলগীয়া হয়। ১৯৩৫ চনৰ ১২ চেপ্তেম্বৰত বলীন্দ্ৰ কুমাৰ বৰুৱাদেৱে অসম উপত্যকাৰ উকীলসকলৰ উচ্চ ন্যায়ালয়ৰ প্ৰতিষ্ঠাতাৰ আঁচনি প্ৰস্তুত কমিটীৰ সম্পাদক নিযুক্ত হয়। বৰুৱা-

দেৱে পোন প্ৰথমবাৰ অসমত উচ্চ ন্যায়ালয় এখনৰ প্ৰতিষ্ঠাৰ হেতু আঁচনি এখন প্ৰস্তুত কৰি উলিয়ায় আৰু অসম উপত্যকা উকীল সন্থাৰ উচ্চ ন্যায়ালয়ৰ কমিটীৰ অনুমোদন সাপেক্ষে ১৯৩৫ চনৰ ২৯ ডিচেম্বৰ তাৰিখে আৰু জনসাধাৰণৰ মতামতৰ বাবে ৰাজহুৱা ভাবে প্ৰচাৰ কৰে। এই আঁচনিখনি অসম বিধান সভাত সৰ্বসন্মতি ক্ৰমে অনুমোদন লাভ কৰে, কিন্তু সেই সময়ৰ অসম প্ৰদেশৰ গৱৰ্ণৰে ইয়াক অনুমোদন নকৰাত ইংলণ্ডৰ The King of India White Hall London এ গ্ৰহণ নকৰিলে। তেতিয়া এই আঁচনি খনৰ কথা Statesman আৰু অন্যান্য কলিকতাৰ পৰা প্ৰকাশিত বাতৰি কাকতত বিতৰ্কমূলক প্ৰবন্ধ হিচাবে ওলায়। আনকি এখন কাকতত সম্পাদকীয় টোকাত ওলাল, যিখন প্ৰদেশত এটাও জীৱন বীমা কোম্পানী আজি পৰ্য্যন্ত গঢ়ি উঠা নাই তাত আকৌ এখনি পৃথক উচ্চ ন্যায়ালয় বিচৰাৰ সাৰ্থকতা ক'ত?

এই সমালোচনাই অসম মন্ত্ৰী সভাত থকা বলীন্দ্ৰ কুমাৰ বৰুৱাদেৱৰ বন্ধু কেইজনমানকো চুই যায়। তেতিয়া তেওঁলোকে আৰু তেতিয়াৰ আন কেইজনমান অসমৰ মুখ্যলোকে (বিষ্ণুৰাম মেধি—প্ৰাক্তন মুখ্যমন্ত্ৰী অসম, ৰোহিণী কুমাৰ চৌধুৰী, ৺দীন নাথ মেধি, ৺পাৰ্বতী প্ৰসাদ গোস্বামী, ৺তীৰ্থনাথ ফুকন, উকীল সন্থাৰ জ্যেষ্ঠ উকীল কেইজনমান) বলীন্দ্ৰ কুমাৰ বৰুৱাক এটা ইন্সিওৰেঞ্চ কেম্পানী খুলিবলৈ অনুমোদন যোগায়। বৰুৱাদেৱেই নীৰৱ কৰ্মী যোগেন্দ্ৰ নাথ বৰুৱা আদিৰ লগ লাগি ভাস্কৰ ইন্সিওৰেন্স কোম্পানী নাম কৰণ কৰি অসমৰ প্ৰথমটো জীৱন বীমা কোম্পানী খোলে। আৰু কলিকতা উচ্চ ন্যায়ালয়ৰ পৰা উকালতি চলোৱাৰ লগতে কোম্পানীটোৰ Secretary Cum Directer হিচাবে কাৰ্য্য নিৰ্বাহ কৰিবলৈ অনুমতি লাভ কৰি কাৰ্য্য চলাই যায় ১৯৫০ চনৰ পৰ্য্যন্ত।

উল্লেখযোগ্য যে পিছত এই বীমা কোম্পানীটো কৰ্মচাৰী সকলৰ সৈতে ভাৰতীয় জীৱন বীমা নিগমৰ সৈতে চামিল কৰণ হয়।

ইয়াৰ উপৰিও বলীন্দ্ৰ কুমাৰ বৰুৱাদেৱে অসমৰ পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে উত্তৰ গুৱাহাটীত স্থাপন হোৱা পুথিভঁৰালটোৰ অন্যতম প্ৰতিষ্ঠাতা। ১৯৩৯ চনৰ পৰা ১৯৪৮ চনলৈ ইয়াৰ সভাপতি হিচাবেও কাম চলাই আছিল। উত্তৰ গুৱাহাটীত স্থাপন হোৱা প্ৰাগ্‌জ্যোতিষপুৰ কলা পৰিষদ ভৱন য'ত উত্তৰ গুৱাহাটীৰ কৃতি সন্তান সংগীতাচাৰ্য্য ৺লক্ষ্মী ৰাম বৰুৱা, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱাৰ স্মৃতি একেলগে বহন কৰি আজিও আছে, তাৰ ট্ৰাষ্ট বোৰ্ডৰ অন্যতম সদস্য হৈ আছিল বলীন্দ্ৰ কুমাৰ বৰুৱা। উত্তৰ গুৱাহাটীৰ, এসময়ৰ গুৱাহাটী বেঙ্কটোৰ প্ৰতিষ্ঠাতা মণ্ডলীৰ ভিতৰত এজন আছিল বলীন্দ্ৰ কুমাৰ বৰুৱাদেৱ।

১৯৬২ চনত উত্তৰ গুৱাহাটী কলেজ স্থাপন কৰিবলৈ ৮ (আঠ বিঘা) মাটি দান কৰি এটা বৃহৎ অঞ্চলৰ উচ্চ শিক্ষা বিস্তাৰৰ কাৰণে সহায় কৰে। কলেজৰ প্ৰশাসনীয় ভৱনটিৰ নাম "বলীন্দ্ৰ কুমাৰ বৰুৱা প্ৰশাসন ভৱন" নাম ৰাখি বৰ ভাল কাম কৰিছে। উত্তৰ গুৱাহাটী চিকিৎসালয়কো ৬ (ছয়) বিঘা মাটি দান কৰি ৰাইজক উদাৰ সেৱা কৰিছে। বৰুৱাদেৱ এজন অতি উদাৰ আৰু দানী লোক আছিল। তেখেতে ত্যাগ উপভোগতকৈ মিঠা বুলি ভাবিছিল। গীতাৰ বাণীয়ে তেখেতক প্ৰেৰণা জোগাইছিল।

বলীন্দ্ৰ কুমাৰ বৰুৱা সৎ, পৰিশ্ৰমী, অধ্যৱসায়ী, কৰ্তব্যনিষ্ঠ লোক আছিল। তেখেত আছিল ডাঙৰ-দীঘল দেখনিয়াৰ লোক। তেখেতে চাইকেল ব্যৱহাৰ কৰিছিল। খেতি-বাতিত তেখেতৰ আছিল নিচা। তেখেতৰ বাৰীখন মোহলগা আছিল। তাত

আছিল নানা ধৰণৰ ফল-মূলৰ গছ,– আছিল নানা ধৰণৰ ঔষধৰ গছ আৰু নানা ধৰণৰ ফুলৰ গছ। বিশ্ববিখ্যাত ৰামায়ণৰ অধ্যাপিকা ড° মামনি ৰয়চম গোস্বামী বৰুৱাৰ উদ্যান দেখি আনন্দ পালে। বৰুৱাৰ দুৱাৰ মুখত থকা ৰুদ্ৰাক্ষৰ গছডাল বৰ যত্নৰে মেছোপতেমিয়াৰ পৰা আনি পোতা হৈছিল। তেখেতৰ বহুল কৰ্মৰাজীয়ে তেখেতক চিৰদিন আমাৰ মাজত জীয়াই ৰাখিব। A man is known by his action এজন মানুহক কামৰ দ্বাৰাহে জনা যায়।

মাধবদেৱে নামঘোষাত লিখিছে "অধমে কেবল দোষকে দেখয়, মধ্যমে দোষ গুণ কৰিয়া বিচাৰ, উত্তমে কেবল গুণকে দেখয়।' বিভিন্ন দিশৰ পৰা আলোচনা কৰি জানিব পাৰি যে বৰুৱাদেৱ এজন উত্তম শ্ৰেণীৰ লোক আছিল। কৰ্মই ধৰ্ম –ধৰ্মই শান্তি। এইয়ে আছিল তেখেতৰ জীৱন দৰ্শন। বলীন্দ্ৰ কুমাৰ বৰুৱাই ককায়েকৰ লগত মিলাপ্ৰীতিৰে জীৱন কটাইছিল। আজিও বৰুৱা পৰিয়ালৰ মাজত একতাৰ বান্ধন চলি আছে।

তেখেত আছিল এজন উপযুক্ত পিতৃ ও উপযুক্ত ককাদেউতা, উপযুক্ত ওচৰ চুবুৰীয়া আৰু উত্তম শ্ৰেণীৰ সমাজ সেৱক।

এইজনা মহান পুৰুষৰ ১৯৬৫ চনৰ ৯ এপ্ৰিলৰ দিনা স্বৰ্গ গামী হয়। তেখেতৰ মৃত্যুত খালি হোৱা ঠাই পুৰণ কৰা সহজ কথা নহয়। তেওঁৰ পবিত্ৰ আত্মালৈ সশ্ৰদ্ধা প্ৰণাম জনালোঁ।



# সৎ স্বাৱলম্বী—ললিত চন্দ্ৰ ভঁৰালী

আজিৰ পৰা প্ৰায় ১২০ বছৰ আগতে কালিচৰণ ভঁৰালীয়ে গুৱাহাটীৰ কুমাৰপাৰা পাঁচ আলিত ঘৰবাৰী কৰি ফাঁচী বজাৰত এখনি কিতাপৰ দোকান দিছিল। মানুহবিলাকে তেওঁক কালিচৰণ "বুক্ চেলাৰ" বুলি মাতিছিল। তেখেত এজন সমাজ প্ৰিয় লোক আছিল। তেখেতৰ চাৰিজন পুত্ৰ আছিল। তেওঁলোক ক্ৰমে ৺ললিত চন্দ্ৰ ভঁৰালী, ৺পদ্মৰাম ভঁৰালী, ৺ৰঞ্জু ভঁৰালী আৰু দেবেন ভঁৰালী। তেখেত সকলৰ মাকৰ নাম আছিল কুন্তি ভঁৰালী। তেখেত এগৰাকী অতিথি পৰায়ণা মহিলা আছিল।

১৯২১ চনত 'কালিচৰণ বুক্ চেলাৰ'ৰ মৃত্যু হোৱাত তেওঁৰ পত্নী কুন্তি ভঁৰালীয়ে বৰ পুতেক ললিত চন্দ্ৰ ভঁৰালীক দোকানৰ চাবি গটাই দিয়ে আৰু ২১ বছৰীয়া ভঁৰালীৰ ওপৰত কালি চৰণ বুক্ চেলাৰ, পৰিয়ালৰ দায়িত্ব পৰে। প্ৰথমতে ভঁৰালীয়ে দেউতাকৰ কিতাপৰ দোকানখনি মনিহাৰি দোকানলৈ ৰূপান্তৰ কৰে। তাৰ পাছত ভঁৰালীৰ ব্যৱসায়িক কৌশলেৰে ইয়াক বিভিন্ন সামগ্ৰীৰ এজেন্সিলৈ উন্নীত কৰে।

ললিত চন্দ্ৰ ভঁৰালী আছিল ব্যৱসায়ৰ দুৱাৰ মুখ স্বৰূপ। তেওঁৰ যোগেদি অসমৰ ( বৰ্তমান উত্তৰ পুব ভাৰত ) সৰহ সংখ্যক বস্তু সেই সময়ত অহা যোৱা কৰিছিল। ভঁৰালীৰ দোকানত সোমালে কোনো বস্তু নোপোৱাকৈ যাব লগা নহৈছিল। তেখেতে তলত উল্লেখ কৰা দেশী আৰু আন্তৰ্জাতিক খ্যাতি সম্পন্ন কোম্পানীবোৰৰ এজেন্সি লৈছিল।

(১) বেঙ্গল কেমিকেল এণ্ড ফাৰ্মাচিটিকেল ৱৰ্কচ, কেলকাতা কেমিকেল; ( জবাকুসুম ), বেঙ্গল এমিউনিটি ( বিভিন্ন ঔষধ ), লোকনাথ কেমিকেল পণ্ডিত মাৰ্কা সেন্দুৰ, মাদ্ৰাজৰ চিলেট কোম্পানী, সুধাসমুদ্ৰ, জেমচলভ ( লুজনৰ কোম্পানী )

গডৰেজ, টাটা আদিৰ উপৰিও আন্তৰ্জাতিক খ্যাতিসম্পন্ন কোম্পানী যেনে নেচনেল কাৰ্বন কোম্পানী (বৰ্তমান ইউনিয়ন কাৰ্বাইড, এভাৰেদি বেটাৰী বিখ্যাত ৰেফিট এণ্ড কল্ডমেন' (ডেটল আৰু ৰবীন ব্লু বিখ্যাত), লিভাৰ ব্ৰাডাৰ্চ (বৰ্তমান হিন্দুস্থান লিভাৰ), নেচেল্চ, (বৰ্তমান ফুডচ স্পেচিয়েলিষ্ট লিমিটেড, লেক্টোজেন (কণ্ডেন্স মিল্ক বিখ্যাত) আদিৰ তেওঁ এজেন্সি লৈছিল। হৰলিক্স, কলগেট, ব্ৰিটেনিয়া, জেপিকোটচ, মে এণ্ড বেকাৰ, গ্লেচকো, পাৰ্কাৰ পেন, হাৰমনিয়াম, গ্ৰামোফোন, কাগজ, পত্ৰিকা আদিৰো তেওঁ এজেন্সি লৈছিল। সেই সময়ত বিদেশী কোম্পানীবোৰে তেওঁৰ ব্যৱসায় দেখি চমকিত হৈছিল আৰু তেখেতক বৰ শ্ৰদ্ধাৰে চাইছিল।

ভৰালী এজন উদ্যোগী, কঠিন পৰিশ্ৰমী আৰু বুধিয়ক ব্যৱসায়ী আছিল। তেখেত অসমৰে নহয় ভাৰতৰ আগশাৰীৰ ব্যৱসায়ী সকলৰ ভিতৰত এজন আছিল। তেখেত এজন অতিথি পৰায়ণ লোকো আছিল। তেখেতে দান দক্ষিণা দি আনন্দ পাইছিল। তেখেতে দুৰ্গা পূজা, বিহু আদিত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯৩২ চনত প্ৰতিষ্ঠিত ফাটাবজাৰৰ পূজা সমিতিৰ প্ৰতিষ্ঠাপক সকলৰ ভিতৰত তেওঁ এজন আছিল। সকলো মানুহে বিশেষকৈ ব্যৱসায়ী সকলে ভৰালীক বৰ বিশ্বাস কৰিছিল।

১৯২৬ চনত ললিত চন্দ্ৰ ভৰালীয়ে উজান বজাৰৰ ৺দীপচন্দ্ৰ দাস আৰু ৺প্ৰমিলা দাসৰ ৯ বছৰীয়া কন্যা শ্ৰীমতী সাবিত্ৰী ভৰালীক বিয়া কৰাইছিল। তেখেতসকলৰ দুজন পুত্ৰ শ্ৰীউপেন ভৰালী আৰু মৃগেন ভৰালী, দুজনী বিবাহিতা কন্যা শ্ৰীমতী পূণ্যপ্ৰভা কলিতা আৰু শ্ৰীমতী ৰাণী (পূৰবী) চৌধুৰী।

ললিত চন্দ্ৰ ভঁৰালীয়ে উজানবজাৰ, পানবজাৰ, এ-টি-ৰোড, বেলতলা আৰু বৰ পেটাত মাটি কিনিছিল। ভঁৰালীয়ে বেলতলাৰ মাটিৰ পৰা বহুত ধান পাইছিল।

১৯০৪ চনত জন্ম গ্ৰহণ কৰা ললিত চন্দ্ৰ ভৰালীয়ে ১৯৫৩ চনত ২১ এপ্ৰিলত স্বৰ্গগামী হয়। তেওঁৰ মৃত্যুত উত্তৰ-পূৰ্ব ভাৰতৰ অশেষ ক্ষতি হ'ল। ১৯৫৩ চনৰ প্ৰথম শ্ৰাদ্ধৰ দিনা নাট্যকাৰ আৰু ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰে শ্ৰদ্ধাঞ্জলি যাচিছিল। এনেদৰে:

বেহা বেপাৰৰ আন্ধাৰ যুগত
হে সাহসী হাবিবন কাটি
অকলে অকলে গ'লা আগুৱাই
হাতত লৈ একটি বস্তি
দুৰ্গম পথ কৰিলা সুগম।
সাজিলা ঐশ্বৰ্য দোল
বজাই জয় শঙ্খ ঘণ্টা
তৰধ মনালা বিদেশীক।
হে বাহুবলী
একটি জীৱনতে
নিজ বাউসী বলেৰে
'স্বাৱলম্বন'ৰ মহান আদৰ্শ গঢ়ি
তুলিলা অসমীয়াৰ জয় পতাকা,
শত বিপদ ধুমুহা পিচ কৰি।'
থাকীৰ'ল থিবা তব জীৱনত
চোৱা আকাশৰ পৰা
ভবিষ্যত অসমৰ জ্ঞান মন্দিৰত
দিব তব ধনে জ্ঞান শলিতা বঢ়াই
তুলিব তোমাৰ অতুল ধনৰ
গৌৰব কীৰ্ত্তি।"

১৯৭৩ চনৰ ২৮ নবেম্বৰ বুধবাৰে শ্ৰীমতী সাবিত্ৰী ভঁৰালীয়ে এটি শকত ধনৰ টোপোলা ১৯৭১ চনত প্ৰতিষ্ঠিত মালিগাঁও

মহাবিদ্যালয়লৈ আগবঢ়ায় আৰু এই মহাবিদ্যালয়ৰ নাম ললিত চন্দ্ৰ ভঁৰালী মহাবিদ্যালয়লৈ ৰূপান্তৰিত হয়। ১৯৮৩ চনত উক্ত মহাবিদ্যালয়ে অসম চৰকাৰৰ পৰা ঘাটি মঞ্জুৰী লাভ কৰে। বৰ্ত্তমান মহাবিদ্যালয়ে ২৫ বছৰ (১৯৭১—১৯৯৬) অতিক্ৰম কৰিছে। আমি মহাবিদ্যালয়ৰ সৰ্ব্বাঙ্গীন উন্নতি কামনা কৰিছোঁ।

[ৰূপালী জয়ন্তী প্ৰকাশন
আঠৈ দশকৰ চিন্তা
ললিত চন্দ্ৰ ভঁৰালী কলেজ
(১৯৭১—১৯৯৬) ত প্ৰকাশিত]

বিঃ দ্ৰঃ— (ললিত চন্দ্ৰ ভঁৰালী—লিখকৰ শহুৰ)



# দাত্ৰী আৰু অতিথি পৰায়ণা—
# সাবিত্ৰী ভঁৰালী

ইংৰাজী ১৯১৭ চনৰ ভাদ মাহৰ শুক্ল পক্ষত সাবিত্ৰ ভঁৰালীৰ জন্ম হয়—উজানবজাৰৰ জোৰ পুখুৰীৰ পাৰত, পিতৃৰ নিজ বাসভৱনত। পিতৃ আছিল বৃটিছ চৰকাৰৰ নাম থকা পেস্কৰ ৺দীপ চন্দ্ৰ দাস আৰু মাতৃ আছিল অতিথি পৰায়ণা ৺প্ৰমিলা দাস। তেখেতসকলৰ পিতৃ মাতৃ দক্ষিণ কামৰূপৰ নগৰ বেৰাৰ (মেধিপাৰা) পৰা গুৱাহাটীলৈ আহি উজানবজাৰত ঘৰ বাৰী কৰি থিতাপি লাগিছিল।

সাবিত্ৰী ভৰঁালীয়ে লতাশিল এলপি স্কুলত পঢ়িছিল। তেখেত সৰুৰে পৰা ধীৰ-স্থিৰ আছিল। দেখিবলৈ আছিল ধুনীয়া। সৰু খুৰা আৰু মাজু খুৰাৰ পৰা শুনা মতে কালি চৰণ "বুক্ চেলাৰৰ" বৰ পুত্ৰ বিখ্যাত ব্যৱসায়ী ললিত চন্দ্ৰ ভঁৰালীয়ে সাবিত্ৰী ভঁৰালীক বিয়া কৰাবলৈ ইচ্ছা কৰে। ১৯২৬ চনত ২১ বছৰীয়া ভঁৰালীৰ ৯ বছৰীয়া কন্যা সাবিত্ৰী ভৰঁালীৰ সৈতে বিবাহ হয়। তেখেতসকলৰ সন্তান ৪টি। ল'ৰা শ্ৰীউপেন ভঁৰালী, বোৱাৰী শ্ৰীমতী হিৰণময়ী ভঁৰালী। শ্ৰীমৃগেন ভঁৰালী, বোৱাৰী শ্ৰীমতী মীনা ভঁৰালী। বিবাহিতা কন্যা দুজনী শ্ৰীমতী পুণ্য প্ৰভা কলিতা বি. এ, শ্ৰীমতী পুৰবী (বাণী) চৌধুৰী।

সাবিত্ৰী ভঁৰালীৰ শাহু আই কুন্তি ভঁৰালী ধুনীয়া আৰু অতিথি পৰায়ণা মহিলা আছিল। শহুৰেক কালিচৰণ "বুকচেলাৰ" (ভঁৰালী) এজন সমাজ প্ৰিয় ব্যৱসায়ী আছিল। শাহুআই কুন্তি ভঁৰালীয়ে বৰ বোৱাৰীয়েক সাবিত্ৰীক নিজৰ ঠাচেৰে গঢ়ি উঠায় আৰু অতিথি পৰায়ণা, হ'বলৈ শিক্ষা দিছিল। সাবিত্ৰী ভঁৰালীয়ে শাহুৱেকৰ কথাবিলাক বেদৰ বাণীৰ দৰে পালন কৰিছিল।

ললিত ভঁৰালী আছিল প্ৰগতিশীল ব্যৱসায়ী। তেওঁ আছিল কঠোৰ পৰিশ্ৰমী, সময়ৰ সৎ ব্যৱহাৰ জনা, বৈজ্ঞানিক দৃষ্টি-ভংগী থকা ব্যৱসায়ী। সাবিত্ৰী ভঁৰালীৰ বিয়াৰ পিছত তেওঁৰ ব্যৱসায় আগতকৈ বেছি ভাল হ'ব ধৰিলে। ভঁৰালী কেৱল অসমৰে নহয় ভাৰতৰ আগশাৰীৰ ব্যৱসায়ী সকলৰ এজন আছিল। তেখেতৰ ব্যৱসায়ৰ এজেন্সি সমূহৰ নাম ( সৎ স্বাৱলম্বী ললিত চন্দ্ৰ ভঁৰালীৰ জীৱনীত পঢ়ক )।

যি সকল ব্যক্তিয়ে সাবিত্ৰী ভঁৰালী থাকোতে ললিত ভৰাঁলীৰ ঘৰত গৈছে তেওঁলোকে জানে সাবিত্ৰী ভঁৰালীৰ অতিথি পৰায়ণতাৰ কথা। তেওঁৰ ব্যৱহাৰ আছিল অতি মধুৰ। তেওঁৰ ব্যৱহাৰে মানুহৰ মন জয় কৰিবলৈ সমৰ্থিত হৈছিল। প্ৰতিদিনে আবেলি দুখীয়া মানুহক চাউল, দালি, চাবন, শাক-পাচলি আদি দিছিল। মানুহবিলাকক জলপান, চাহ আদি খুৱাই আনন্দ পাইছিল। দুখীয়া ছাত্ৰ-ছাত্ৰীক মাচুলৰ পইচা দিছিল। কিতাপ কিনিবলৈ পইচা দিছিল। সকলো ধৰ্মীয় অনুষ্ঠানৰ লগত তেখেত জড়িত আছিল। মানুহক মাতি আনি চাহ জলপান খুৱাইছিল। পূজা পৰ্বনত দান বৰঙনি দি আনন্দ পাইছিল। তেওঁ ঘৰখন একতাৰ জৰিৰে বান্ধি ৰাখিছিল। ঘৰত কোনো ধৰণৰ হাই কাজিয়া নাছিল। ঘৰৰ সকলোৱে তেওঁৰ কথা শুনিছিল।

১৯৫৩ চনৰ ২১ এপ্ৰিল তাৰিখে হঠাতে ললিত চন্দ্ৰ ভঁৰালীৰ মৃত্যু হয়। তেওঁৰ মৃত্যুত উত্তৰ-পূব ভাৰতৰ এজন ব্যৱসায়ৰ পথ প্ৰদৰ্শক নাইকিয়া হ'ল। নাট্যকাৰ আৰু ঔপন্যাসিক দৈৱ চন্দ্ৰ তালুকদাৰে ললিত ভঁৰালীৰ ব্যৱসায়ৰ ওপৰত এনেদৰে লিখিছেঃ

"বেহা বেপাৰৰ আন্ধাৰ যুগত
হে সাহসী হাবি বন কাটি
অকলে অকলে গ'লা আগুৱাই
হাতত লৈ এগছি বন্তি।

দুৰ্গম পথ কৰিলা সুগম।
সাজিলা ঐশ্বৰ্য দোল
দেখুৱালা নৱপথ
বজাই জয় শঙ্খ ঘণ্টা
তবধ মনালা বিদেশীক।”

ললিত ভঁৰালীৰ মৃত্যুৰ পিছত কালিচৰণৰ ব্যৱসায়ত “বুকচেলাৰ” ব্যাঘাত জন্মিল। বস্তুত এজেন্সি এৰি দিব লগীয়া হ’ল। তথাপিও ললিত ভঁৰালীৰ দ্বিতীয় ভাই পদ্ম ভঁৰালীৰ দিনত ঘৰখন আৰু দোকানখন চলি আছিল।

১৯৪৫ চনত প্ৰাগ্‌জ্যোতিষ কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষ পণ্ডিত তীৰ্থনাথ শৰ্মাই ললিত চন্দ্ৰ ভঁৰালীৰ ঘৰত পদাৰ্পণ কৰে। উদ্দেশ্য আছিল কিছু টকা পালে ললিত ভঁৰালীৰ নামত এখন কলেজ স্থাপন কৰা। সেই সময়ত ভঁৰালী পৰিয়ালে ইয়াত সন্মতি দিব নোৱাৰিলে।

১৯৬৫ চনত লিখকৰ ললিত চন্দ্ৰ ভঁৰালীৰ জ্যেষ্ঠা কন্যা পূণ্য প্ৰভা ভঁৰালীৰ সৈতে বিয়া হয়। সেই সময়ত লিখক ইম্‌ফলৰ মণিপুৰ কলেজৰ ভূগোলৰ প্ৰতিষ্ঠাতা অধ্যাপক আছিল। বিয়াৰ পিছত শাহুআয়ে লিখকক জনালে যে “দেউতাৰাৰ নাম ৰাখিবলৈ মই (সাবিত্ৰী ভঁৰালী) একলাখ টকা দিব পাৰো”। ১৯৬৬ চনত লিখকে মণিপুৰ কলেজৰ পৰা আহি গুৱাহাটীৰ “গুৱাহাটী কলেজত” যোগদান কৰে। সেই সময়ত গুৱাহাটী কলেজে চৰকাৰৰ ঘাটি মঞ্জুৰী পোৱা নাছিল।

সেই সময়ত গুৱাহাটী কলেজৰ সভাপতি আছিল অসম কংগ্ৰেছৰ সভাপতি শ্ৰীশৰৎ চন্দ্ৰ সিংহ (তেতিয়া মুখ্যমন্ত্ৰী হোৱা নাছিল) সম্পাদক আছিল অসম প্ৰদেশ কংগ্ৰেছৰ সম্পাদক

হৰেন্দ্ৰ নাথ তালুকদাৰ। তেখেতসকলক লিখকে জনাইছিল যে যদি একলাখ টকা দিলে গুৱাহাটী কলেজৰ নাম ললিত চন্দ্ৰ ভঁৰালী কলেজ কৰে তেন্তে একলাখ টকা দিব পাৰে সাবিত্ৰী ভঁৰালীয়ে। তেখেতসকলে কলেজৰ নাম ললিত ভঁৰালী কলেজ ৰাখিবলৈ মান্তি ন'হল। গতিকে এই কথা তাতেই অন্ত পৰে।

১৯৭১ চনৰ ৯ আগষ্ট তাৰিখে মালিগাঁও ৰেলওৱে হাইস্কুলত মালিগাঁও কলেজৰ শুভ উদ্বোধন কৰে ডঃ নৰেন্দ্ৰ নাথ সিদ্ধান্তই। ইয়াৰ সভাপতি আছিল ভূগোলবিদ ড° হৰিপ্ৰসন্ন দাস ( চাৰ লিখক তেখেতৰ ছাত্ৰ ) সেই দিনাই গধূলি ৭ মান বজাত তেখেত ( ডঃ দাস ) লিখকৰ সৈতে সাবিত্ৰী ভঁৰালীৰ ঘৰলৈ আহে। ভঁৰালীয়ে সভাপতিক তেওঁৰ ইচ্ছাৰ কথা ব্যক্ত কৰিছিল।

১৯৭৩ চনৰ ২৮ নবেম্বৰ বুধবাৰে সাবিত্ৰী ভঁৰালীয়ে এটা শকত ধনৰ টোপোলা ১৯৭১ চনত প্ৰতিষ্ঠিত মালিগাঁও মহা-বিদ্যালয়লৈ আগবঢ়ায় আৰু এই মহাবিদ্যালয়ৰ নাম ললিত চন্দ্ৰ ভঁৰালী মহাবিদ্যালয়লৈ ৰূপান্তৰিত হয়। ১৯৮৩ চনত এই মহাবিদ্যালয়ে অসম চৰকাৰৰ পৰা ঘাটি মঞ্জুৰি লাভ কৰে। কলেজে ঘাটি মঞ্জুৰি পোৱাৰ পিছত সাবিত্ৰী ভঁৰালীয়ে কলেজত এটা ভোজ দি আনন্দ প্ৰকাশ কৰে।

১৯৯৬ চনত ললিত চন্দ্ৰ ভঁৰালী কলেজত ৰূপালী জয়ন্তী উৎসৱ পালন কৰা হয় আৰু সাবিত্ৰী ভঁৰালীয়ে তাত যোগদান কৰিছিল। কলেজখনি গঢ়ি উঠাত তেখেতে আনন্দ পাইছিল আৰু তেখেতৰ মনৰ কামনা পূৰণ হৈছিল।

গুৱাহাটীৰ ওদালবাক্ৰাত সাবিত্ৰী ভঁৰালী হাইস্কুল প্ৰতিষ্ঠিত হৈছে (১৯৮৬)—সাবিত্ৰী ভঁৰালীৰ সহায়ত। এইখন অনুষ্ঠানত

দান বৰঙণি দি আৰু অনুষ্ঠান দুইখনিৰ লগত জড়িত হৈ সাবিত্ৰী ভ'ৰালীয়ে আনন্দ পাইছিল।

১৯৯৬ চনত মহাপুৰুষ শ্ৰী শ্ৰীশঙ্কৰদেৱ সেৱা সমিতিয়ে ৰাজহুৱা ভাৱে সাবিত্ৰী ভ'ৰালীক সম্বৰ্ধনা জনাইছিল। সাবিত্ৰী ভ'ৰালীয়ে ৰাইজক চাহ মিঠাই খুৱাই আনন্দ পাইছিল।

কুমাৰপাৰা শান্তি সভাৰ লগত সাবিত্ৰী ভ'ৰালী জড়িত আছিল। ১৯৫৩ চনত ২১ এপ্ৰিলৰ পৰা সাবিত্ৰী ভ'ৰালী দিনত ফল-মূল খাইছিল; মাত্ৰ ৰাতি নিজে ৰান্ধি নিৰামিষ আহাৰ খাইছিল। এইজনা ধৰ্মপ্ৰাণ মহিলা ১৯৯৯ চনৰ ২৭ এপ্ৰিল তাৰিখে চিৰদিনৰ কাৰণে আমাৰ মাজৰপৰা আঁতৰি যায়। তেওঁৰ আত্মাই চিৰশান্তি লাভ কৰক।



# মেধাৱী ছাত্ৰ—ফণীন্দ্ৰদেৱ গোস্বামী

ইংৰাজী ১৯৩৩ চনত ৰামপুৰ আকাশৰ সুজনপাৰা গাঁৱত উজ্জল এটি কেচুৱাৰ জন্ম হয়। এই কেচুৱাটিৰ নাম আছিল ফণীন্দ্ৰ দেৱ গোস্বামী। তেওঁৰ পিতৃ আছিল আদৰ্শ শিক্ষক প্ৰয়াত ৰজত চন্দ্ৰ গোস্বামী। (১৯৫০ চনৰ ১৭ চেপ্তেম্বৰ তাৰিখে ৰামপুৰ হাইস্কুলত পৰা বজ্ৰপাতত তেওঁৰ মৃত্যু হয়) আৰু মাতৃ শ্ৰীমতী ভাৰতী গোস্বামী (ৰামপুৰ হাইস্কুলৰ ১ম প্ৰধান শিক্ষক স্বৰ্গীয় বলেন্দ্ৰদেৱ গোস্বামী বি, এ, বিটিৰ ভনীয়েক।)

তেওঁলোকৰ সন্তান ৬ টি। ল'ৰা এজন ফণীন্দ্ৰদেৱ গোস্বামী আৰু বাকী ৫ জনী কন্যা (১) শ্ৰীমতী ফুলুৰাণী গোস্বামী (২) শ্ৰীমতী বিনু গোস্বামী (৩) শ্ৰীমতী মিনু গোস্বামী (৪) শ্ৰীমতী আৰতি গোস্বামী (৫) শ্ৰীমতী কনকলতা গোস্বামী। সকলোটি কন্যা বিবাহিতা।

সৰুৰে পৰা ফণী গোস্বামী চোকা বুদ্ধিৰ ল'ৰা আছিল। "যি মূলা বাঢ়ে তাৰ দুপাততে চিন"। ক মানৰ পৰা দশম মান শ্ৰেণীলৈ ফণীন্দ্ৰ গোস্বামী হয় প্ৰথমস্থান নাইবা দ্বিতীয় স্থান অধিকাৰ কৰিছিল। বৰ্তমান অবসৰ প্ৰাপ্ত Additional Commissioner of Tax শ্ৰীভাৰত দাসৰ লগত ফণীন্দ্ৰদেৱ গোস্বামীৰ পঢ়াত Competition হৈছিল। ফণীৰ স্মৃতি শক্তি প্ৰখৰ আছিল। প্ৰবেশিকা পৰীক্ষা পাচ কৰা লৈকে ফণীৰ দাঢ়ি গোফ গজা নাছিল। এটা সাধাৰণ হাফপেণ্ট আৰু সাধাৰণ চাৰ্ট পিন্ধি স্কুললৈ গৈছিল অতি সৰল সহজ ধৰণে জীৱন যাপন কৰিছিল। কিন্তু পঢ়া শুনাৰ ক্ষেত্ৰত তেওঁৰ নিচিনা মেধাৱী ল'ৰা কেৱল ৰামপুৰ গাঁৱতে নহয় গোটেই দক্ষিণ কামৰূপতে অত্যন্ত বিৰল।

ফণীন্দ্ৰদেৱ গোস্বামীয়ে ৰামপুৰ এম, ই স্কুলৰ পৰা সুখ্যাতিৰে এম, ই, পৰীক্ষাত উত্তীৰ্ণ হৈছিল আৰু নতুনকৈ ১৯৪৭ চনৰ ২৪

এপ্ৰিলত আৰম্ভ হোৱা ৰামপুৰ হাইস্কুলত নাম লিখিছিল। সেই সময়ত ৰামপুৰ হাইস্কুলত ২ টা খেৰেৰে সজা বাহৰ খুটাৰ কোঠালী আছিল। শিক্ষক বিশেষকৈ অংকৰ আৰু বিজ্ঞানৰ শিক্ষক নাছিল। আজিৰ দৰে তেতিয়া সুবিধা নাছিল। Radio নতুনকৈ ওলাই-ছিল, T.V. নাছিল আৰু আজিৰ দৰে বাতৰি কাকতৰ প্ৰচলন নাছিল। এনে এটা পৰিস্থিতিতো ফণীন্দ্ৰদেৱ গোস্বামীয়ে ১৯৫২ চনত প্ৰৱেশিকা পৰীক্ষাত অংকত ৯৭%, সংস্কৃতত ৮৫% আৰু বাকী বিষয়বোৰতো শতকৰা সত্তৰৰ ওপৰ নম্বৰ লাভ কৰিছিল আৰু ১ম বিভাগত পাছ কৰি ৰামপুৰ হাইস্কুলৰ নাম উজ্জ্বল কৰিছিল। ৰামপুৰ আঞ্চলিক কলেজৰ ১ম অধ্যক্ষ শ্ৰীশৈলেশ্বৰ গোস্বামীয়েও ১৯৫২ চনত অংকত লেটাৰ নম্বৰ পাই ১ম বিভাগত প্ৰৱেশিকা পাছ কৰে। আৰু বাকী ৫ জনেও এই পৰীক্ষা পাছ কৰে। মুঠতে ৯ জনৰ ভিতৰত ৭ জনে পৰীক্ষা পাছ কৰিলে। ১৯৫১ চনত মাত্ৰ শ্ৰীহৰেন্দ্ৰদেৱ গোস্বামীয়ে প্ৰবেশিকা পৰীক্ষাত ২য় বিভাগত পাচ কৰে। এই ফলাফলত হাইস্কুলৰ প্ৰধান শিক্ষক বলেন্দ্ৰদেৱ গোস্বামী অসন্তুষ্ট হৈছিল আৰু এনে ফলাফল হ'লে তেওঁ চাকৰি এৰিব বুলি কৈছিল। কিন্তু সৌভাগ্যৰ কথা যে ১৯৫২ চনৰ পৰা আজিলৈ, ১৯৯৯ চনলৈ ৰামপুৰ হাইস্কুলৰ পৰীক্ষাৰ ফলাফল ভাল হৈ আছে। প্ৰবেশিকা পৰীক্ষাত কৃতিত্বৰে পাছ কৰি ১৯০১ চনত স্থাপিত কটন কলেজত ফণীন্দ্ৰদেৱ গোস্বামীয়ে নাম লিখে আৰু ১৯৫৪ চনত ১ম বিভাগত আই, এচ, চি পাছ কৰি উক্ত কলেজত তৃতীয় বাৰ্ষিক বি, এছ, চি শ্ৰেণীত অংকত অনাৰ্চ লৈ পঢ়ি আছিল। সেই সময়তে অসম ইঞ্জিনিয়াৰিং কলেজত ভৰ্ত্তি হয়—আৰু ইঞ্জিনিয়াৰিং কলেজৰ ১ম খণ্ডৰ পৰীক্ষাত অংকত যিমান নম্বৰ থাকে প্ৰায় সিমানে পাই উত্তীৰ্ণ হৈছিল। ইঞ্জিনি-য়াৰিং কলেজৰ শেষ বছৰত তেওঁ মানসিক ৰোগত ভোগে আৰু সিমানতে পঢ়াৰ অন্ত পৰে।

ফণীন্দ্ৰদেৱ গোস্বামী এজন সুবক্তা আছিল। ৰামপুৰ হাই-স্কুলত হোৱা Debate ত Extempore Speech ত ফণীন্দ্ৰদেৱ গোস্বামীয়ে Prize পাইছিল। কামৰূপ ছাত্ৰ-ছাত্ৰীৰ মাজত হোৱা Debate আৰু Extempore Speech ত তেওঁ Prize পাইছিল। কটনকলেজ য'ত উত্তৰ-পূব ভাৰতৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে তাতো ফণীন্দ্ৰদেৱ গোস্বামীয়ে Prize পাইছিল। দক্ষিণ কামৰূপৰ যিসকল ছাত্ৰ-ছাত্ৰীয়ে কটন কলেজত পঢ়িছিল তেওঁলোকে ফণীৰ কৃতিত্ব দেখি আনন্দ পাইছিল। ফণী আছিল আমাৰ গৌৰৱ।

ফণীন্দ্ৰদেৱ গোস্বামীৰ বক্তৃতা শুনি বি বৰুৱা কলেজৰ অধ্যক্ষ, ৰাজনীতিবিদ হেম বৰুৱা আৰু হৰেশ্বৰ গোস্বামীয়ে প্ৰশংসা কৰিছিল। ফণীন্দ্ৰদেৱ গোস্বামীৰ দৰে ছাত্ৰ অসমত অত্যন্ত বিৰল। তেওঁৰ মৃত্যুত সকলোৱে দুখ কৰিছে। তেওঁৰ অসুখত সকলোৱে শোক কৰিছে। ফণীন্দ্ৰৰ মাতৃয়ে পায়ো হেৰুৱাইছে ফণীৰ দৰে ৰত্ন। আমিও হেৰুৱালো সেই ৰত্ন।

১৯৯১ চনত ফণীন্দ্ৰদেৱ গোস্বামী আমাৰ মাজৰ পৰা নাইকিয়া হ'ল। তেওঁৰ আত্মাৰ সদগতি কামনা কৰিলোঁ।





# স্বাৱলম্বী—
# পদ্মৰাম ভঁৰালী

ইংৰাজী ১৯০৬ চনত পদ্মৰাম ভঁৰালীৰ গুৱাহাটীৰ কুমাৰ পাৰাত জন্ম হয়। তেওঁৰ পিতৃ আছিল কালিচৰণ "বুক্‌চেলাৰ" (ভঁৰালী) এজন সমাজ প্ৰিয় ব্যৱসায়ী। তেওঁৰ মাতৃ আছিল দেখনিয়াৰ আৰু অতিথি পৰায়ণা কুন্তি ভঁৰালী। তেওঁলোকৰ সন্তান আছিল ৪ টি। ললিত ভঁৰালী, পদ্মৰাম ভঁৰালী, ৰজত ভঁৰালী আৰু দেবেন ভঁৰালী। ১৯৫৩ চনত ললিত ভঁৰালীৰ আৰু ১৯৭২ চনত ৰজত ভঁৰালীৰ আৰু অবিবাহিত অৱস্থাতে দেবেন ভঁৰালীৰ মৃত্যু হৈছিল।

ললিত ভঁৰালী কেৱল অসমৰে নহয়, ভাৰতৰ এজন আগশাৰীৰ ব্যৱসায়ী আছিল। তেওঁৰ দিনত কালিচৰণ বুক্‌-চেলাৰৰ দোকান যথেষ্ট উন্নত আছিল। প্ৰায় ২১ টা দেশীয় আৰু আন্তৰ্জাতিক এজেন্সিৰ মাল তেওঁ বিক্ৰী কৰিছিল। উত্তৰ পূৱ ভাৰতত তেওঁৰ ব্যৱসায় দেখি, দেশী-বিদেশী সকলোৱে চমকিত হৈছিল।

১৯৫৩ চনত ললিত ভঁৰালীৰ মৃত্যুৰ পিছত কালিচৰণ বুক্‌চেলাৰৰ দোকানত ব্যাঘাত জন্মে। বহুত এজেন্সি এৰি দিব লগীয়া হয়।

মাজু খুৰা পদ্ম ভঁৰালীৰ, ললিত ভঁৰালীৰ দৰে ব্যৱসায়ৰ কৌশল নাছিল। পদ্ম ভঁৰালী আছিল অতি সৎ আৰু কৰ্মযোগী। ককায়েকৰ মৃত্যুৰ পিছত পদ্ম ভঁৰালীৰ ওপৰত কালিচৰণ বুক্-চেলাৰ পৰিয়ালৰ সমস্ত দায়িত্ব পৰে। ললিত চন্দ্ৰ ভঁৰালীৰ পৰিয়াল, পদ্ম ভঁৰালীৰ পৰিয়াল, বসন্ত ভঁৰালীৰ পৰিয়াল আৰু মেনেজাৰ সুৰেন দাসৰ পৰিয়াল আৰু অন্যান্য অতিথি মিলি প্ৰায় ৫০ জন মানুহে তেওঁৰ ঘৰত ভাত খাইছিল।

পদ্মৰাম ভঁৰালী এজন ভোগী পুৰুষ আছিল। তেওঁ জীৱনত অৰ্থৰ অভাৱ নাপালে। তেওঁৰ ঘৰত চাউল, দালি, চেনি, চাহ-পাত, নানা ধৰণৰ শাক-পাচলি, নানা ধৰণৰ ফলমূল, দৈ, ক্ৰীম, আটা, ময়দা, ঘি আদিৰে উভৈনদী হৈ আছিল। ঘৰত সদায় ৩/৪ ঠোক মালভোগ কল পকি থাকে, কমলা পোনে পোনে জমা থাকে, প্ৰতি ৰবিবাৰে তেওঁ ভঁৰাল পৰিষ্কাৰ কৰে। তেওঁলোকৰ ৰান্ধনী আছিল থানেশ্বৰ শৰ্মা। তেওঁলোকে বেল-তলাৰ মাটিৰ পৰা বহুত ধান পাইছিল।

ধনী মানুহ দেখিছো—কিন্তু পদ্ম ভঁৰালীৰ নিচিনা বজাৰ কৰা মানুহ দেখা নাই। তেওঁৰ ঘৰত নাইবা দোকানত অতিথিক শুশ্ৰূষা কৰে। তেওঁৰ ঘৰত মানুহক চাহ-জলপান খুৱায় আৰু ভাত খুৱায়। কোনো অতিথি শুদা মুখে উভতি নাযায়। চাৰি জনী তিৰোতা—সাবিত্ৰী ভঁৰালী, ধনা ভঁৰালী, ... ভঁৰালী আৰু পূৰ্ণিমা দাস—সকলো কেইগৰাকী অতিথি পৰায়ণা মহিলা। ৰাতিপুৱাৰ পৰা গধূলিলৈকে তেওঁলোকে অতিথিক শুশ্ৰূষা কৰে। ঘৰত পিঠা, লাৰু, পুৰি-তৰকাৰি আদি বনায় আৰু অতিথিক শুশ্ৰূষা কৰে। ঘৰত আছিল একতা আৰু শান্তি। ঘৰখন চলে সাবিত্ৰী ভঁৰালীৰ নেতৃত্বত। বাকী কেইজনী মহিলাই তেওঁৰ বাক্য বেদৰ বাণীৰ দৰে পালন কৰিছিল। মঠ, মন্দিৰ, সত্ৰ আদিৰ মানুহক মাতি আনি

খুৱাইছিল, দান-বৰঙণি দিছিল। দুখীয়া ছাত্ৰ-ছাত্ৰীক মাচুলৰ পইচা, কিতাপ কিনিবলৈ পইচা দিয়ে। যিসকল ব্যক্তি সাবিত্ৰী ভঁৰালী থাকোতে ললিত ভঁৰালী নাইবা পদ্ম ভঁৰালীৰ ঘৰত গৈছে তেওঁলোকে জানে কালিচৰণ বুক্ চেলাৰৰ পৰিয়ালৰ অতিথি সেৱাৰ কথা।

প্ৰতিদিনে গধূলি দুখীয়া মানুহক চাউল, দালি, চেনি, চাহপাত, চাবোন আদি দান কৰে। এই দান কৰা নিয়ম কুন্তি ভঁৰালীৰ পৰা বৰ বোৱাৰী সাবিত্ৰী ভঁৰালীয়ে শিকিছে।

পদ্মৰাম ভঁৰালী বিহু, দুৰ্গাপূজা আদিত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯৩২ চনত স্থাপিত ফাচীবজাৰ পূজাত তেওঁ আছিল এজন প্ৰতিষ্ঠাতা। পূজা, বিহু আদিত দান-বৰঙণি দি তেওঁ আনন্দ পাইছিল। কুমাৰপাৰাৰ শান্তি সভাত তেওঁ জড়িত আছিল। প্ৰতি বছৰে অষ্টমী পূজাত কালিচৰণ বুক্ চেলাৰৰ পৰিয়ালে শান্তি সভাত ভোগ দিছিল। এতিয়াও এই নিয়ম চলি আছে। কামাখ্যা, আউনীআটী সত্ৰ আদিত গৈ দান-বৰঙণি দিছিল।

পদ্মৰাম ভঁৰালীয়ে সদায় ৰাতিপুৱা ৮ বজাত দোকান খোলে আৰু ৰাতি প্ৰায় ১২ টালৈ দোকানত আছিল। যাওঁতে তেওঁক প্ৰায় ১০/১২ টা কুকুৰে আগবঢ়াই থয় আৰু ৰাতি আহোতে পদূলিৰ পৰা তেওঁক কোঠালিলৈ ১০/১২ টা কুকুৰে আদৰি আনে। এই দৃশ্য অতি মনোৰম। কেতিয়াবা মাজু খুৰাৰ কোলাত মেকুৰীয়ে টোপনি মাৰে। মাজু খুৰাই (পদ্মৰাম ভঁৰালী) ৰাতিপুৱা প্ৰতি দিনে কাউৰীক ২০/২৫ খন পুৰি বিলাই দিয়ে। তেওঁ আছিল জীৱ জন্তুৰ প্ৰিয়।

পদ্ম ভঁৰালী এজন ধাৰ্মিক, শুদ্ধ অন্তৰৰ ব্যক্তি। তেওঁৰ কোনো ৰোগ নাছিল অতি সাধাৰণ হিচাবে জীৱন ধাৰণ কৰিছিল। তেওঁৰ অহংকাৰ নাছিল। মোৰ মাতৃ সক মাই কলিতাই

কৈছিল— "কালিচৰণ ভঁৰালীৰ পৰিয়ালৰ মানুহবিলাক অহংকাৰহীন। ইমান ধনী মানুহবিলাকে মুখ তুলি কথা নকয়। তেওঁলোকৰ অহংভাৱ নাই। অন্যায় শব্দটো তেওঁৰ অভিধানত নাই। যদি কোনো ৰায়তৰ ঘৰত মানুহ মৰে তেন্তে ভঁৰালীৰ পৰিয়ালে সেইবাৰ তেওঁৰ পৰা ধান নানে বৰং শ্ৰাদ্ধত খৰচ কৰিব দিয়ে। সেই কাৰণে ৰায়তসকলে তেওঁলোকক ভাল পায়। অতিথি সেৱাৰ কাৰণে মানুহে তেওঁলোকক প্ৰশংসা কৰে।"

কমলা বৰ্মণ, ৺পুতুমা আৰু মীৰা উজীৰ তিনিজনী কন্যা জন্মাৰ পিছত পদ্ম ভঁৰালীৰ ১ম পত্নীৰ মৃত্যু হয়। তাৰ পিছত তেওঁ নাট্যকাৰ আৰু ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰৰ জ্যেষ্ঠা কন্যা শ্ৰীমতী খনা তালুকদাৰক বিয়া কৰায়। তেওঁলোকৰ সন্তান ৬টি, ল'ৰা ৫ জন। ৰাতুল, ৺জীতুল, দীপু, অপু আৰু পৱিত্ৰ, এজনী বিবাহিতা কন্যা দীনা দাস।

অসমৰ সকলোৱে বিশেষকৈ ব্যৱসায়ীসকলে পদ্ম ভঁৰালীক এজন সৎ আৰু বহল মনৰ মানুহ বুলি গণ্য কৰিছিল। দুখীয়া মানুহৰ বিয়া-বাৰু হ'লে তেওঁ যাচি সহায় কৰিছিল। দুখীয়াৰ শ্ৰাদ্ধ হ'লে তেওঁ গৈ যাচি সহায় কৰিছিল। এনে কথা লিখকে লক্ষ্য কৰিছে। এনেকৈ দুখীয়াক সহায় কৰা ব্যক্তি আজিৰ সমাজত অত্যন্ত বিৰল।

এইজনা অহংকাৰহীন অতিথি পৰায়ণ ব্যক্তিয়ে ৯০ বছৰ বয়সত ১৯৯৬ চনত ২৭ জানুৱাৰীত ইহলীলা ত্যাগ কৰিলে। ঈশ্বৰে তেওঁৰ আত্মাৰ সদ্গতি কৰক। এয়ে আমাৰ প্ৰাৰ্থনা।





# দানবীৰ—
# সুৰেন দাস

জাতিৰ জীৱনত সময়ে সময়ে এনে একোজন মানুহৰ আবিৰ্ভাব হয়, যাৰ ধ্যান-ধাৰণা, কৰ্ম, চিন্তা উৎসৰ্গীকৃত হয় দেশ আৰু জাতিৰ কল্যাণৰ অৰ্থে। প্ৰয়াত সুৰেন দাস এনে এজন গুণী পুৰুষ আছিল। এই মহান ব্যক্তিজনৰ কথা ৰাইজে যাতে পাহৰি নাযায় সেই উদ্দেশ্যে এই জীৱনী লিখাৰ আয়োজন।

ইংৰাজী ১৯২৫ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে সুৰেন দাসৰ গুৱাহাটীৰ কেদাৰ ৰোডত জন্ম হয়। তেখেতৰ পিতৃ আনন্দিৰাম দাস এজন ব্যৱসায়ী আছিল। তেওঁ তুখনি বজাৰ বাচ চলাই জীৱিকা নিৰ্বাহ কৰিছিল। মাতৃ আছিল ধৰ্ম পৰায়ণা আৰু অতিথি পৰায়ণা ৰামেশ্বৰী দাস।

সুৰেন দাসে পাণবজাৰ এল পি স্কুলত পঢ়িছিল। তেখেতে ১৮৩৪ চনত স্থাপিত কটন কলেজিয়েট স্কুলৰ পৰা ১৯৪৬ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল আৰু ১৯০১ চনত স্থাপিত কটনকলেজত আই এ শ্ৰেণীত নাম লিখে। পৰীক্ষাৰ সময়ত টান নৰিয়া (টাইফয়েদ) হোৱাৰ কাৰণে পৰীক্ষা দিব নোৱাৰিলে আৰু ইমানতে পঢ়াৰ অন্ত পৰে।

তেখেত দেখিবলৈ এজন ধুনীয়া যুৱক আছিল। তেখেতৰ শৰীৰ আৰু মন সুস্থ আছিল।

পঢ়াৰ অন্তত তেখেতে ব্যৱসায় কৰিবলৈ মন মেলে। সৌভাগ্য যেতিয়া উদয় হয় তাক কোনেও বাধা দি ৰাখিব নোৱাৰে। তেখেতে কেদাৰ ৰোড অঞ্চলৰ সৰু সৰু ছাত্ৰ-ছাত্ৰী বিলাকক পঢ়াইছিল। সকলোৱে তেখেতক মৰম কৰিছিল।

এদিন প্ৰসংগ ক্ৰমে "দেৱ" বুলি এজন সৰু লৰাই ফাঁচী বজাৰত এখন দোকান বিক্ৰি কৰিব বুলি কৈ উঠিল। সুৰেন দাসে সামান্য চালামীৰ বিনিময়ত সেই দোকানখনি কিনি ল'লে।

১৯৭০ চনত "সুৰভী ষ্টোৰ" নাম দি ফাঁচী বজাৰত মনিহাৰি মালৰ দোকান আৰম্ভ কৰে। সেই বছৰতে সুৰভি কেমিকেল ওৱাৰ্কচ নামেৰে এটি সৰু চাবোন ফেক্টৰী আৰম্ভ কৰে। ব্যৱসায় দিনে দিনে বাঢ়িব ধৰিলে।

এদিনৰ কথা। যেতিয়া সুৰেন দাসৰ খুব টান নৰিয়া। টাইফয়েদ জ্বৰ। তেখেতৰ নৰিয়াৰ ৪১ দিনাখন ৰাতিৰ পৰা তেখেতে মৃত্যুৰ লগত যুঁজ দি থকা যেন অনুমান হৈছে। ৰোগী অচেতন। তেখেতৰ মাতৃয়ে ৰোগীৰ পৰিচৰ্য্যা কৰাৰ লগতে চকুলো টুকি ৰোগীৰ ওচৰত বহি আছে। ৰাতিপুৱা ৯ মান বজাত হঠাৎ এজন আধা নাঙঠ সন্ন্যাসী আহি উপস্থিত হ'ল। হিন্দী ভাষী সন্ন্যাসীজনে কৈ উঠিল—"মা মই ভাত খাম।" কোনো দিনে অতিথিক বিমুখ নকৰা ধৰ্মপৰায়না মাতৃয়ে ৰোগীৰ ওচৰৰ পৰা উঠি আহি ক'লে 'বাবা পাগ কৰক। মোৰ বাচা ভাল হওঁক।' সন্ন্যাসীজনে অলপ সময় তেখেতৰ মাকৰ লগত কথা পাতি সকলো জানিলে ; আৰু কলে-"মা আপোনাৰ হাতে ৰন্ধা ভাত খাম। আপোনাৰ ল'ৰা ভাল হ'ব আৰু খুব ধনী মানী মানুহ হ'ব।" তেওঁৰ মনত ভাল লাগিল, নিজহাতে সন্ন্যাসীক ভাত খুৱালে। সন্ন্যাসী গুচি গ'ল। পিচত কেতিয়াও সন্ন্যাসী জনক দেখা পোৱা নগ'ল। ৪২ দিনৰ দিনা সুৰেন দাসে, চেতনা পালে আৰু লাহে লাহে ভাল হৈ উঠিল।

আন এদিনৰ কথা। গধূলি সময়ত এজোৰ ৰাজহাঁহ ক'ৰবাৰ পৰা উৰি আহি সুৰেন দাসৰ চোতালত পৰিল। চৰাই জোৰক বাটলৈ খেদি দিয়াৰ পিছতো ঘৰলৈ সোমাই গ'ল। হাঁহজোৰ তেওঁলোকৰ ঘৰত থাকি গ'ল।

এই দুটা ঘটনাৰ পিচত সুৰেন দাসৰ ব্যৱসায় দোপত দোপে উন্নতি হ'ব ধৰিলে ; আৰু অসমৰ এজন বিশিষ্ট ব্যৱসায়ী হিচাবে জনজাত হৈ পৰিল।

১৯৫০ চনত জাহাগাৰঁৰ ৰঘুৰাম ডেকাৰ কন্যা শ্ৰীমতী তাৰাবালা ডেকাৰ লগত সুৰেন দাসৰ বিয়া হয়। ১৯৫১ চনত সুৰেন দাসৰ প্ৰথম ল'ৰা যাদবৰ জন্ম হয়। যাদবৰ জন্মৰ কিছুদিন পিচত 'সুৰভী কেমিকেল ৱাৰ্কচ' নামৰ চাবোন ফেক্টৰীটো 'যাদব চ'প ওৱাৰ্কচ' নামেৰে নামকৰণ কৰা হয়। বৰ্ত্তমান অসমৰ বজাৰত চলা সকলোৰে প্ৰিয় "জনতা" চাবোন যাদব চ'প ওৱাৰ্কচৰ পৰা উৎপাদন কৰিবলৈ লয় আৰু বৰ্ত্তমান ই এক বৃহৎ উদ্যোগ হিচাবে সুপ্ৰতিষ্ঠিত।

সুৰেন দাসে মাকৰ পৰা ধৰ্মৰ কথা শিকে। কামাখ্যাৰ তান্ত্ৰিক গুৰু ৺ৰজনী কান্তদেৱ শৰ্মাৰ শিষ্যত্ব গ্ৰহণ কৰি তান্ত্ৰিক প্ৰথা মতে জপ আদি কৰাটো তেখেতৰ দৈনন্দিন কৰ্ত্তব্যৰ ভিতৰত পৰিছিল। সুৰেন দাস হাড়ে হিমজুৱে অসমীয়া, দেশপ্ৰেমী ব্যৱসায়ী। তেখেতে কেতিয়াও কাকো টান কথা কৈ হতাশ নকৰে। বহুতো দুখীয়া ল'ৰা-ছোৱালীৰ তেখেতে বিয়া পাতি দিছে। দুখীয়া মানুহক ঘৰ বান্ধি দিছিল। ধন-বিতেৰে সহায় কৰি ব্যৱসায় কৰিবলৈ মানুহক উদগনি দিছিল। দুখীয়া মেধাবী ছাত্ৰ-ছাত্ৰীক কিতাপ, কাগজ, মাচুল আদি দি সহায় কৰিছিল। মঠ, মন্দিৰ, স্কুলঘৰ আদি নিৰ্মাণ কৰি, মেৰামতি কৰি দিছিল। কামাখ্যাতো ভাঙি যোৱা মন্দিৰ এটি পুনৰ নিৰ্মাণ কৰি নিয়মিত ভাবে পূজা সেৱা চলাই আছিল।

তেওঁখেতৰ মৃত্যুৰ পিচতো তেওঁখেতৰ সুযোগ্য সন্তানসকলে এতিয়াও তাত পূজা-সেৱা নিয়মিত ভাবে চলাই আছে। সুৰেন দাসে বহু অনুষ্ঠান প্ৰতিষ্ঠানলৈ শকত ধনৰ পুঁজিৰে সহায় আগবঢ়াইছিল।

মাকৰ মাতৃ ভূমি হাজোৰ প্ৰতি তেওঁখেতৰ এক বিশেষ মৰম আছিল। হাজো অঞ্চলৰ সামাজিক কামত তেওঁখেতে সহায় কৰিছিল।

২৯।৮।৭৯ তাৰিখে হাজো কলেজৰ শুভাৰম্ভ হয়। উদ্বোধনী অনুষ্ঠানত পৌৰোহিত্য কৰিছিল—এই অঞ্চলৰ এগৰাকী শিক্ষা ব্ৰতী ৺ৰূপৰাম ডেকাই। তেতিয়াৰ বিধায়ক শ্ৰীৰবীন্দ্ৰ নাথ মালাকাৰ এই অনুষ্ঠানৰ মুখ্য অতিথি আছিল। আজীৱন শিক্ষা ব্ৰতী শ্ৰীকণ্ঠি ৰাম দাসে পাঠদান কাৰ্য্যৰ আৰম্ভণি কৰিছিল। প্ৰয়াত সুৰেন দাস আছিল কোষাধ্যক্ষ। সম্পাদক আছিল শ্ৰী ভূপেশ মালাকাৰ।

হাজো কলেজখনিৰ বাবে মহা পুৰুষ শ্ৰী শ্ৰীমাধবদেৱৰ দ্বাৰা স্থাপিত ধোপৰ গুৰি নত্ৰৰ সকলো ভকতে মিলি ১৪ বিঘা (চৈধ্য) ১ কঠা (এক কঠা) ৭ (সাত) লেচা মাটি ৰেজিষ্টাৰ দলিল যোগে কলেজলৈ দান কৰিছে।

১৯৮২ চনৰ ১৮ মাৰ্চ বৃহস্পতি বাৰে সুৰেন দাসে ইহলীলা ত্যাগ কৰিলে। তেওঁখেতৰ মৃত্যুত অসমৰ এজন প্ৰগতিশীল ব্যৱসায়ী আৰু এজন দানবীৰ নাইকিয়া হ'ল।

তেওঁখেতৰ মৃত্যুৰ পিছত হাজো কলেজখনিৰ নাম—"সুৰেন দাস কলেজ" লৈ ৰূপান্তৰিত কৰা হ'ল।

১৯৮৬ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে (সুৰেন দাসৰ জন্ম তাৰিখে) তেওঁখেতৰ পৰিয়ালে সাজি দিয়া নতুন ভৱনটি শুভ উদ্বোধন কৰা হ'ল। বৰ্তমান সুৰেন দাস কলেজ অসম চৰকাৰৰ ঘাটি মঞ্জুৰী প্ৰাপ্ত মহাবিদ্যালয়।

ছাত্ৰ-ত্ৰাছীৰ কৃতিত্বত অভিভাৱকৰ দায়িত্ব শিক্ষকতকৈও গুৰুত্বপূৰ্ণ।

শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ সমূহীয়া চেষ্টাতহে ছাত্ৰ-ছাত্ৰীৰ সৰ্বাংগীন উন্নতি সাধান সম্ভব।

অতীতৰ গুৰুগৃহ প্ৰথাৰ সময়ত গুৰুৰ সম্পূৰ্ণ তত্বাবধানত আছিল বাবে ছাত্ৰক বাহিৰৰ অশুভ বতাহে স্পৰ্শ কৰিব নোৱাৰিছিল। বৰ্তমান ছাত্ৰ-ছাত্ৰীসকল শিক্ষকৰ ওচৰত দৈনিক মাত্ৰ ছয় ঘণ্টাহে থাকে, বাকী সময় অভিভাবকৰ লগত থাকে। বৰ্তমান পৰিবৰ্ত্তিত পৰিস্থিতিত বাহিৰৰ দূষিত বতাহে প্ৰতিনিয়ত ছাত্ৰসকলক পংগু কৰাৰ সম্ভাৱনা থাকে।

Man is a mixture of heavan and earth. The aim of education is to romove earth from the heaven. অৰ্থাৎ মানুহৰ গাত দেৱত্ব আৰু পশুত্বগুণ থাকে। পশুত্বগুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য।

পৃথিবীৰ অন্যতম শিক্ষাবিদ ড° ৰাধাকৃষ্ণণৰ মতে— শিক্ষা কেবল ধন ঘটিবৰ উপায়েই নহয়, নাইবা জ্ঞান আহৰণো নহয়। ই এটা আধ্যাত্মিক প্ৰক্ৰিয়া, সত্যৰ অনুসন্ধানৰ কাৰণে প্ৰচেষ্টা। সদগুণাবলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য।

পৰিবেশ আমাৰ নীৰব শিক্ষক। পৰিবেশ দূষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে।

শিক্ষানুষ্ঠান হৈছে এখন বিশেষ সমাজ, যাক সমাজৰ লোকেই প্ৰতিনিধিত্ব কৰে। শিক্ষক হৈছে ইয়াৰ দায়িত্বশীল ব্যক্তি। শিক্ষাৰ অবিহনে সামাজিক পৰিৰ্তন সম্ভব হৈ উঠিব নোৱাৰে। শিক্ষাইহে সমাজৰ পৰিবৰ্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাবে ঘূৰাই ৰাখিব পাৰে।

সুৰেন দাস মহাবিদ্যালয়ে ছাত্ৰ-ছাত্ৰীৰ আত্ম বিশ্বাস বৃদ্ধি কৰা, ব্যক্তিগত দক্ষতা বৃদ্ধি কৰা, সমস্যা সমাধানৰ যোগ্যতা বৃদ্ধি কৰা আৰু সুনাগৰিক হিচাবে ছাত্ৰ-ছাত্ৰীৰ গঢ় দিয়া'ত সহায় কৰিব।

Suren Das possessed manifold rare qualities for which he was loved and respected by all sections of people. He was a pioneer in the field of business, industvy, religion and above all a philanthropic gentleman.

Suren Das, on the request of public undertook to get the inner portion of the Madhab Temple at Hazo repaired. He spared no pains in making necessary reparing work of Sukleswar and Narayana Temple at Guwahati. The charitable disposition of Das enabled him to construct a room at his own cost at Betkuchi High School after his name.

Das was a lover of games and sports. He was a good player in badminton and football. He was a good gymnastic. He was closely associated with Guwahati Sports Association, Maharana Club, Town Club and Several other Clubs.

Suren Das made a great contribution in the field of Assamese Arts and Culture. He contributed generously to hundreds of Bihu Sanmilanies all over Assam. He made arrangements for performances of Nagara Nam and Ojapali in the heart of the city of Guwahati, so that people from outside Assam might have a Taste in such arts and culture. He also held some big feasts and invited people of different communities so

that a feeling of brotherhood and unity might be achieved. He did not hanker after personal gain. He mixed up equally with people of different sections.

Hazo is the testing place of three major religions like Hinduism, Islam and Buddhism. What is quite fascinating a Single Temple like Hayagrib Madhab Mandir has offered resting place to two major religions like Hinduism and Buddhism under the same roof. This is a unique feature in world culture. In thatlight Hazo is the Torch bearer of a new cultural order in the world of to-day.

তেখেত আছিল সৎ ব্যৱসায়ী। ধুতি পাঞ্জাবী পৰিহিত সুৰেন দাস আছিল দেখনিয়াৰ পুৰুষ। তেখেতৰ অন্তৰখন আছিল নিৰ্মল। তেখেত আছিল দেশহিতৈষী, সমাজসেবী, দানবীৰ, পৰোপকাৰী, অনাথৰ বন্ধু, দুৰ্বলীৰ বলদাতা, অসমীয়া কৃষ্টিক হাড়ে হিমজুৱে ভাল পোৱা ব্যক্তি। তেখেতৰ মৃত্যুত অসমৰ অপূৰণীয় ক্ষতি হ'ল। তেখেতৰ আত্মা য'ত আছে তাৰ পৰা আমাৰ নমস্কাৰ গ্ৰহণ কৰক।



## দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুলৰ প্ৰথম প্ৰধান শিক্ষক—মহম্মদ চুলেমান আলী

ইং ১৯২৪ চনত মণিয়াৰী তিনি আলিত চুলেমান আলীৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল প্ৰয়াত মহবত আলী এজন মণ্ডল আৰু মাতৃ আছিল গুল বেগম এজনী অতিথি পৰায়ণা মহিলা। চুলেমান আলী সৰুৰে পৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতৰ ১৯২০ চনত স্থাপিত পলাশবাৰী আৰ বি হাইস্কুলৰ (বৰ্তমান উচ্চতৰ বহুমুখী বিদ্যালয়) পৰা ১৯৪৪ চনত মেট্ৰিক পাচ কৰে। ১৯৪৬ চনত কটন কলেজৰ পৰা ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আই এ আৰু উক্ত কলেজৰ পৰা ১৯৪৯ চনত বি, এ, ডিগ্ৰী লাভ কৰে।
L I C ৰ Development Officer ৰ Training লৈছিল, কিন্তু তাত চাকৰি নকৰিলে। তেখেত আছিল L I C ৰ এজনআগ-শাৰীৰ এজেণ্ট।

ইংৰাজী ১৯৪৯ চনৰ পৰা ১৯৫১ চনলৈ পলাশবাৰী আৰ বি হাই স্কুলৰ শিক্ষক আছিল। তেখেত এজন কৃতী শিক্ষক আছিল। নৱম আৰু দশম মান শ্ৰেণীত তেখেতে বুৰঞ্জী পঢ়াইছিল। তেখেত ছাত্ৰৰ মন জয় কৰিবলৈ সমৰ্থবান হৈছিল। সেই সময়ত আৰ বি, হাইস্কুলত ছাত্ৰী নাছিল। তেখেতে Discipline, Hardwork আৰু Punctuality ত গুৰুত্ব দিছিল।

১৯৫১ চনত ৰাইজৰ সহযোগত তেখেতে দক্ষিণ কামৰূপ বিদ্যাপীঠ হাইস্কুল স্থাপন কৰে। আৰু আলী ডাঙৰীয়া এই স্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক হয়। তেখেতে শিক্ষকতাৰ যোগ্যতা অৰ্জন কৰিছিল আৰু এজন সু-শাসক আছিল। ছাত্ৰ-ছাত্ৰী যাতে ভুল পথেৰে পৰিচালিত নহয় তাৰ কাৰণে তেখেতে নজৰ দিছিল। শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ মাজত তেখেতে মধুৰ সম্পৰ্ক ৰাখিছিল।

শিক্ষাৰ কাৰ্য্যৰ পৰিসৰ, পদ্ধতি অথবা শিক্ষণীয় বিষয় বিলাকৰ ক্ষেত্ৰত বাহিৰৰ কোনো নিয়ন্ত্ৰণ থকা একেবাৰে অযুগুত। বিদ্যালয়ৰ পৰিবেশ উন্নত হোৱা উচিত। পুথিভঁৰালত যথেষ্ট ভাল কিতাপ থকা দৰ্কাৰ। বিদ্যালয়ৰ শিক্ষকসকলৰ শিক্ষা দিয়াৰ যোগ্যতা থকা উচিত। ড° বাণীকান্ত কাকতিয়ে কৈছে—"ভীমৰ গদা ডাঙিবলৈ ভীমৰ বল আহৰণ কৰিব লাগে। শিক্ষক হ'বলৈয়ো—শিক্ষকৰ গদা ডাঙিব পাৰিব লাগে।" উপদেশতকৈ আৰ্হি ভাল। ভাল শিক্ষকে ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিব পাৰে। বিদ্যালয়ত আদৰ্শ শিক্ষক লাগে। অকল শিক্ষানুষ্ঠানৰ চৌহদত নহয় ঘৰে-বাহিৰে, বাটে-ঘাটে, বজাৰে-সমাৰে, মেলে-মিটিঙে, সকলো ক্ষেত্ৰতেই তেওঁলোকৰ চৰিত্ৰ স্বীকাৰ্য হ'ব লাগিব। যুবকসকলে আদৰ্শ শিক্ষকক অনুসৰণ কৰি চৰিত্ৰ গঠন কৰিব লাগে।

স্কুল অথবা শিক্ষানুষ্ঠান হৈছে এখন বিশেষ সমাজ, যাক সমাজৰ লোকেই প্ৰতিনিধিত্ব কৰে। শিক্ষক হৈছে ইয়াৰ দায়িত্বশীল ব্যক্তি। শিক্ষাৰ অবিহনে সামাজিক পৰিবৰ্তন সম্ভৱ হৈ উঠিব নোৱাৰে। শিক্ষাইহে সমাজৰ পৰিবৰ্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাৱে ঘূৰাই ৰাখিব পাৰে। পৰিবেশ আমাৰ নীৰৱ শিক্ষক। পৰিবেশ দূষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে।

চুলেমান আলীয়ে স্কুলৰ পৰিবেশৰ ওপৰত নজৰ দিছিল। ছাত্ৰ-ছাত্ৰী যাতে সু-নাগৰিক হ'ব পাৰে তাৰ ওপৰত নজৰ দিছিল। পৰীক্ষাত নকল কৰি পাছ কৰা কথাটো তেখেতে সহ্য নকৰিছিল। ১৯৬৪ চনত লিখক আৰ বি উচ্চতৰ বহুমুখী বিদ্যালয়ত শিক্ষক থাকোতে আলী ডাঙৰীয়াক পলাশবাৰী আৰ বি হাইস্কুলৰ মেট্ৰিক কেন্দ্ৰৰ পৰীক্ষা হলত লগ পাইছিলো। তেখেতে পৰীক্ষাৰ নীতি-নিয়ম ভালদৰে পালন কৰিছিল। ১৯৮২ চনত তেখেতে অৱসৰ গ্ৰহণ কৰে।

১৯৫0 চনত আলী ডাঙৰীয়াই ধুপধৰাৰ খয়ৰ উদ্দিন মহাজনৰ আৰু খৰিউল নেচাৰ কন্যা শ্ৰীমতী আনোৱাৰা বেগমৰ সৈতে বিয়া হৈছিল। তেখেতসকলৰ সন্তান ৫ টি। ল'ৰা এজন আৰু বাকী ছাৰিজনী কন্যা।

তেওঁলোক যথা ক্ৰমে:

১) শ্ৰীমতী চয়দা ৰহমান।

২) শ্ৰীমতী চফিকা ৰহমান।

৩) শ্ৰীমতী চেলিমা ৰহমান।

৪) শ্ৰীমতী চাজেদা আহমেদ।

একমাত্ৰ পুত্ৰ চাহ নবাজ আলী আহমেদ ইঞ্জিনীয়াৰ - সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

চুলেমান আলী এজন আদৰ্শ পিতৃ, আদৰ্শ শিক্ষক আৰু আদৰ্শ ওচৰ-চুবুৰীয়া আছিল। সমাজৰ প্ৰগতিৰ কাৰণে তেখেত দেহেকেহে লাগি থকা ব্যক্তি আছিল।

তেখত সম্মিলিত তিনিআলি সংঘৰ লগত জড়িত আছিল। তেখেত দক্ষিণ কামৰূপ "আনজুমন" সমিতিৰ সভাপতি আছিল। চিকাৰ কৰা তেখেতৰ এটা ডাঙৰ চখ্ আছিল।

এইজনা সমাজ সেৱকে ১৯৮৬ চনত ইহলীলা ত্যাগ কৰিলে। তেখেতৰ আত্মাৰ সদগতিৰ কাৰণে প্ৰাৰ্থনা কৰিলোঁ।



# আদৰ্শ শিক্ষক আৰু বিশিষ্ট অভিনেতা—ৰাজেন দাস

ইংৰাজী ১৯২৭ চনত পলাশবাৰী থানাৰ অন্তৰ্গত খিদিৰ পুখুৰী সত্ৰত ৰাজেন দাসৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল পূৰ্ণ চন্দ্ৰ দাস আৰু মাতৃ আছিল সোনবালা দাস।

তেখেত সৰুৰে পৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। সদায় সঁচা কথা কৈছিল। লগৰীয়া সকলৰ লগত মিলা-প্ৰীতিৰে সময় কটাইছিল। তেখেত আছিল দেখিবলৈ ধুনীয়া। তেখেতৰ মাত আছিল গুৰলা আৰু স্পষ্ট।

স্কুলত পঢ়ি থাকোতে থিয়েটাৰত অভিনয় কৰিব ধৰে। পুলিচ অফিচাৰ শ্ৰীউমেশ চন্দ্ৰ দত্ত, ৺অধ্যাপক পূৰ্ণ চন্দ্ৰ মজুমদাৰ, ৺বীৰেণ দাস আদিৰ লগত অভিনয় কৰি নিজেও আনন্দ পাইছিল আৰু ৰাইজৰ পৰা প্ৰশংসা লাভ কৰিছিল।

তেখেতে ৰামপুৰৰ পৰা এম, ভি আৰু এম, ই পৰীক্ষা পাছ কৰিছিল। সেই সময়ত আজিৰ দৰে পঢ়াৰ সুবিধা নাছিল। আনকি অভিভাৱকে ছোৱালীক স্কুলত নপঠাইছিল। আৰু প্ৰায় দহখন গাঁৱৰ মাজতো এজন মেট্ৰিক পাছ ছাত্ৰ পাবলৈ টান আছিল। এল, পি নাইবা এম, ভি, এম, ই আদি পাছ কৰিলেই যথেষ্ট শিক্ষিত বুলি গণ্য কৰিছিল।

তেখেত এল, পি, স্কুলৰ শিক্ষক হ'ল। কমাৰে দা কটাৰী তৈয়াৰ কৰে, কুমাৰে বাচন তৈয়াৰ কৰে কিন্তু শিক্ষকে শ্ৰেণীত মানুহ গঢ়ে। মানুহ সম্পদ হ'লে সমাজৰ প্ৰগতি হয়। ছাত্ৰ-ছাত্ৰীৰ বুনিয়াদ গঢ়া হয়—এল, পি স্কুলত। সেই কাৰণে এল, পি স্কুলৰ শিক্ষক/শিক্ষয়িত্ৰী উপযুক্ত হোৱা প্ৰয়োজন।

শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে। প্ৰগতিৰ পথ দেখুৱায়। স্কুল অথবা শিক্ষানুষ্ঠান এখন বিশেষ সমাজ, যাক সমাজৰ লোকেই প্ৰতিনিধিত্ব কৰে। শিক্ষক সমাজৰ দায়িত্বশীল ব্যক্তি। মানুহৰ গাত পশুত্ব আৰু দেৱত্বগুণ থাকে। পশুত্বগুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য। শিক্ষাইহে সমাজৰ পৰিৱৰ্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাবে ঘূৰাই ৰাখিব পাৰে। শিক্ষাক ৰাজনীতিৰ পৰা মুক্ত ৰখা উচিত। আমাৰ চাৰিও কাষ পৰিষ্কাৰ হোৱা উচিত। পৰিবেশ হৈছে নীৰৱ শিক্ষক। পৰিবেশ বেয়া হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে। গছ থাকিলেহে মানুহ থাকিব। এজোপা গছ কাটিলে দহজোপা গছ ৰোৱক।

ৰাজেন দাসে উপৰহালি এল, পি স্কুল, ৰামপুৰ বালিকা এল, পি স্কুল (১৯০৩ চনত স্থাপিত) ৰাজাপুখুৰী এল, পি স্কুল, ৰৰতেজপুৰ এল, পি স্কুলত কাম কৰিছিল। তেখেতে ছাত্ৰ ছাত্ৰীক ভালদৰে বুজাব পাৰিছিল। তেখেতৰ মাত গুৱলা, স্পষ্ট। তেখেতৰ শিক্ষকৰ কাৰণে যোগ্যতা আছিল।

এজন মানুহ কেনে তাক তেওঁৰ ব্যৱহাৰৰ দ্বাৰা জানিব পাৰি। ৰাজেন দাসে ডাঙৰক শ্ৰদ্ধা আৰু সৰুবিলাকক মৰম কৰিছিল। তেখেতৰ লগত কথা বতৰা পাতি আমি আনন্দ পাইছিলো, তেখেতে শিশুক বৰ মৰম কৰিছিল। ছাত্ৰ-ছাত্ৰীক পঢ়াই তেওঁলোকৰ মন জয় কৰিব পাৰিছিল। তেখেতে কামত ফাঁকি নিদিছিল। চাকৰিটো প্ৰথম, তাৰ পিছত অন্য কথা।

মুকলি মঞ্চত ৰাজেন দাস এজন বিশিষ্ট অভিনেতা আছিল। তেখেতৰ অভিনয় চাই মানুহ মুগ্ধ হৈছিল। উত্তৰ কামৰূপৰ বিভিন্ন পাৰ্টিয়ে তেখেতক অভিনয় কৰিবলৈ মাতিছিল কিন্তু তেখেত উত্তৰ কামৰূপত অভিনয় কৰিবলৈ নগ'ল যানোচা তেখেতৰ কৰ্মত অৰ্থাৎ শিক্ষকৰ চাকৰিত ব্যাঘাত জন্মে।

তেখেতৰ পত্নী শ্ৰীমতী চাৰুবালা দাস এজনী আদৰ্শ শিক্ষয়িত্ৰী আৰু সু-গৃহিনী। তেখেতৰ সকলৰ ৪ টি সন্তান। সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

সন্তান চাৰিটি –

শ্ৰীমতী ভানুদাস- বি, এ,

শ্ৰীমতী পদ্মিণী দাস ( কলেজতপঢ়া )

শ্ৰীমতী কমল কুমাৰী দাস এগ্ৰিকলেজৰ বি এছ চি

শ্ৰীকিৰণ চন্দ্ৰ দাস, বি এছ ছি, বিই, ( ইঞ্জিনিয়াৰ )

ৰাজেন দাস এজন আদৰ্শ পিতৃ, আদৰ্শ শিক্ষক আদৰ্শ সমাজ সেৱক আৰু অসমৰ এজন বিখ্যাত অভিনেতা আছিল। তেখেত জীয়াই থাকোতে বা তেখেতৰ সহপাঠীসকলে সন্মান নাপালে।

১৯৭৮ চনৰ ২৬ জুলাই তাৰিখে ৰাজেন দাসে চিৰদিনৰ কাৰণে আমাৰ পৰা আঁতৰি গ'ল। তেখেতৰ আত্মা য'ত আছে তাৰ পৰাই আমাৰ নমস্কাৰ গ্ৰহণ কৰক।



## ১৯০৩ চনত প্ৰতিষ্ঠিত ৰামপুৰ বালিকা স্কুলৰ প্ৰথমজনী শিক্ষয়িত্ৰী—অভয়া মহন্ত

দক্ষিণ কামৰূপ তথা স্ত্ৰী-শিক্ষাৰ ইতিহাস বিচাৰি গ'লে প্ৰয়াত অভয়া মহন্তৰ নাম আমাৰ মনলৈ আহে। অভয়া কলিতাৰ যেতিয়া স্কুলত যাবৰ বয়স হ'ল—তেতিয়া সমাজত ছোৱালীক স্কুলত পঢ়িব নিদিয়ে। ল'ৰাৰ কাৰণেও শিক্ষানুষ্ঠান অতি কম আছিল।

সমাজত প্ৰায় আধা ল'ৰা আৰু আধা ছোৱালী। ল'ৰা-ছোৱালী উভয়ৰে উন্নতি নহ'লে সমাজৰ সৰ্ব্বাঙ্গীন উন্নতি অসম্ভৱ।

শিক্ষা জাতিৰ মেৰুদণ্ড। মানুহৰ গাত দেৱত্ব আৰু পশুত্বগুণ থাকে। পশুত্বগুণ আঁতৰ কৰাই শিক্ষাৰ ঘাই উদ্দেশ্য।

ড° ৰাধা কৃষ্ণণৰ (বিশ্ববিখ্যাত শিক্ষাবিদ) মতে শিক্ষা কেৱল ধন ঘটিবৰ উপায়েই নহয়, নাইবা জ্ঞান আহৰণো নহয়। ই এটা আধ্যাত্মিক প্ৰক্ৰিয়া, সত্যৰ অনুসন্ধানৰ কাৰণে প্ৰচেষ্টা। সদগুণাবলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য।

শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। কেবল শিক্ষাইহে সমাজৰ পৰিবৰ্ত্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাবে ঘূৰাই ৰাখিব পাৰে। পৰিবেশ শিক্ষাৰ কাৰণে অতি দৰ্কাৰী! পৰিবেশ আমাৰ নীৰৱ শিক্ষক। সেই কাৰণে নিকা আৰু সেউজীয়া পৰিবেশ দৰ্কাৰ। পৰিবেশ দূষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে।

স্বামী বিবেকানন্দই কৈছে যে নাৰীৰ উন্নতি নহ'লে কোনো সমাজৰে উন্নতি নহয় আৰু ভবিষ্যতেও কৰিব নোৱাৰে। নাৰী ভগৱতীৰ জীৱন্ত প্ৰতীক। এজনী ছোৱালী (ভবিষ্যৎ মাতৃ) শিক্ষিতা হ'লে গোটেই ঘৰখন শিক্ষিত হয় আৰু ল'ৰা শিক্ষিত হ'লে তেওঁ নিজে শিক্ষিত হয়।

যুক্তৰাষ্ট্ৰ, জাপান, অষ্ট্ৰেলিয়া, ফ্ৰান্স আদি উন্নত দেশত প্ৰায় ১০০% ল'ৰা-ছোৱালী শিক্ষিত। সেই কাৰণে সেই দেশবোৰ অতি উন্নত। ছাত্ৰ-ছাত্ৰীবোৰ শিক্ষিত হ'লে সমাজৰ কু-প্ৰথাবোৰ, অন্ধ-বিশ্বাসবোৰ নাইকিয়া হয়। আৰু পৰিয়াল বিলাক সীমিত হয়। এটা সৰু পৰিয়ালত এজন বা দুজন সন্তান থাকে। আমেৰিকা যুক্তৰাষ্ট্ৰ ভাৰতৰ মাটিৰ কালিতকৈ প্ৰায় তিনি গুণ ডাঙৰ। আৰু জনসংখ্যা প্ৰায় ২৬ কোটি মাথো। কিন্তু বৰ্তমান (২৭।৫ ২০০০) অত ভাৰতৰ জনসংখ্যা প্ৰায় এশ কোটি।

১৮৮৬ চনৰ ১৬ এপ্ৰিল তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত ৰামপুৰ গাঁৱৰ খিদিৰ পুখুৰী সত্ৰত অভয়াৱতী কলিতাৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল কুঁহিৰাম কলিতা আৰু মাতৃ আছিল চানা বালা কলিতা।

অভয়াবতী সৰুৰে পৰা চোকা বুদ্ধিৰ ছোৱালী আছিল। তেখেতৰ শৰীৰ আৰু মন সবল আছিল। পঢ়িবলৈ তেখেতৰ প্ৰবল ইচ্ছা আছিল। ইচ্ছা থাকিলে পথ ওলাবই। ৰামপুৰৰ তালুকদাৰ পাৰাৰ ৺বস্তিৰাম কলিতাই বাহিৰত পঢ়ি আছিছিল। এই কথাত অভয়াবতী উৎসাহিত হয়। এদিন স্কুল এছ আইয়ে স্কুল চাবলৈ আহোঁতে অভয়া কলিতাই স্কুলৰ বাহিৰত বৈ আছিল। তেতিয়া স্কুল এছ আইয়ে অভয়াৱতীক সুধিলে কিয় তেনেকৈ বাহিৰত বৈ আছে? তেতিয়া অভয়াবতীয়ে স্কুলত পঢ়িবলৈ ইচ্ছাৰ কথা জনালে। এচ আই জনে মৌখিক পৰীক্ষা লৈ অভয়াক স্কুলত নাম লিখিব দিয়ে। ১৮৯৭ চনত অভয়া কলিতাই দ্বিতীয় মান শ্ৰেণীত নাম লিখে আৰু ১৮৯৮ চনত সুখ্যাতিৰে এল, পি পাছ কৰিলে। তেখেতে নগাঁৱৰ পৰা শিক্ষকতাৰ ট্ৰেইনিংও লৈছিল।

অভয়া মহন্তৰ আগ্ৰহ আৰু সমাজ সংস্কাৰক লক্ষ্মী নাথ চৌধুৰীৰ চেষ্টাৰ ফলত ১৯০৫ চনত ৰামপুৰ বালিকা স্কুল প্ৰতিষ্ঠা

কৰা হয়। অভয়া মহন্তই কেইমাহমান দৰমহা লোৱা নাছিল। তাৰ পিছত মাহে এটকা চাৰি অনাকৈ দৰমহা লৈছিল। প্ৰায় ৫০ বছৰ চাকৰি কৰি ১৯৫২ চনত অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ সময়ত মাহে দৰমহা পাইছিল ৪৬ টকা।

সেই সময়ত বাল্য বিবাহ হৈছিল। ৭, ৮ বছৰ বয়সত ছোৱালীক বিয়া দিয়া হৈছিল। ছোৱালীয়ে বিয়াৰ কথা জনা নাছিল। ছোৱালী বিধবা হ'লে পুনৰ বিয়াৰ ব্যৱস্থা নাছিল।

এজন ৬০, ৭০ বছৰ বয়সীয়া পুৰুষৰ পত্নী ঢুকালে আকৌ ৭, ৮ বছৰ বয়সীয়া ছোৱালী বিয়া কৰাইছিল। কিন্তু ৯, ১০ বছৰীয়া ছোৱালী বিধবা হ'লে সমাজে সেই বিধবাক বিয়া নকৰাইছিল। সেয়ে আছিল সমাজৰ নীতি। ছোৱালী শিক্ষিত হ'লে এই অন্যায় নীতি কেতিয়াও গ্ৰহণ নকৰে। এই কথা ভালকৈ জানিছিল অভয় মহন্তই।

আগতে গিৰিয়েকৰ মৃত্যু হ'লে পত্নীয়ে পতিৰ লগতে জুইত জাপ দি মৰিছিল। অভয়া মহন্ত এইবোৰৰ ঘোৰ বিদ্ৰোহী আছিল।

এইবোৰ কাৰণে অভয়াবতীক বিয়া কৰাবলৈ কোনো ডেকাই আগ বাঢ়ি অহা নাছিল। গাঁৱৰে এজন ঘাট মাউৰা অশিক্ষিত ডেকালৈ অভয়াবতীক বিয়া দিয়া হ'ল। তেখেত আছিল ঝুঝো মহন্ত। তেখেতসকলৰ ৫ টি সন্তান। দুজন ল'ৰা আৰু তিনিজনী কন্যা।

১) উমা কান্ত মহন্ত
২) জগানন্দ ( চাৰি বছৰ বয়সত ঢুকায় )
৩) ৺কমলা মজুমদাৰ - শিক্ষয়িত্ৰী
৪) শ্ৰীমতী অম্বালিকা কলিতা
৫) শ্ৰীইন্দু প্ৰভা কলিতা।

অভয়া মহন্ত কেৱল শিক্ষয়িত্ৰীয়ে নাছিল। তেখেত আছিল এগৰাকী সমাজ সংস্কাৰক মহিলা। সমাজৰ কু-প্ৰথাবোৰ, অন্ধ-বিশ্বাসবোৰ আঁতৰ কৰিবলৈ চেষ্টা কৰিছিল। অসম মহিলা সমিতিৰ লগত জড়িত আছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱা, দেশ ভক্ত তৰুন ৰাম ফুকন, ডাঃ হৰে কৃষ্ণ দাস, সমাজ সংস্কাৰক লক্ষ্মী নাথ চৌধুৰী আদিৰ লগত অভয়া মহন্তই সমাজৰ কাম কৰিছিল। পদ্মশ্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানীৰ লগত লগ লাগি অভয়া মহন্তই অসম মহিলা সমিতিৰ কাম কৰিছিল। অভয়া মহন্ত আছিল এজনী ভাল বক্তা। তেখেত আছিল দূৰদৰ্শী মহিলা।

আজিৰ অভিভাবকে ল'ৰা-ছোৱালীক স্কুল, কলেজলৈ পঠায়। আজিৰ সমাজে অভয়া মহন্তই দেখুওৱা পথ গ্ৰহণ কৰিছে।

মহন্তই জীৱিত কালত সন্মান নাপালে। তেখেতৰ ব্যক্তিত্ব আছিল আন্ধাৰত জলি থকা এটা বন্তিৰ দৰে। তেখেতৰ কৰ্মই আজিও আমাক প্ৰেৰণা দি আছে। তেখেতৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।



---

(ৰাজা ৰামমোহন ৰায় আৰু পণ্ডিত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰে বাল্য বিবাহ উঠাই দিয়া, সতীদাহ প্ৰথা বন্ধ কৰা আৰু বিধবা বিবাহৰ প্ৰচলনৰ কাৰণে চেষ্টা কৰিছিল।)

## ১৭৯ খন নাটকত ১৯৪ টা চৰিত্ৰৰ অভিনয়েৰে আলোড়ণ সৃষ্টি কৰা বিশিষ্ট অভিনেতা— বীৰেন দাস

ইং ১৯১৫ চনৰ ৬ আগষ্ট তাৰিখে বীৰেন দাসৰ পলাশবাৰী থানাৰ অন্তৰ্গত আদৰ্শ গাওঁ ৰামপুৰত জন্ম হয়। তেওঁৰ পিতৃ আছিল গান্ধিৰাম এজন সোণাৰি আৰু খেতিয়ক আছিল। তেওঁ সনাতন ধৰ্মী। ঘৰত শাস্ত্ৰ পঢ়িছিল আৰু মানুহে তেওঁক পাঠক বুলি মাতিছিল। তেওঁৰ মাতৃ আছিল শয়াস্তি দাস এজনী অতিথি পৰায়ণা, ডাঙৰ-দীঘল, দেখনিয়াৰ, হাঁহি-মুখৰ আগৰণুৱা মহিলা। তেওঁলোকৰ সন্তান আছিল ৫ টি। বীৰেন দাস এক মাত্ৰ পুত্ৰ আৰু বাকী ৪ জনী বিবাহিতা কন্যা: শ্ৰীমতী ৰেৱতী কলিতা, শ্ৰীমতী অমু চৌধুৰী, শ্ৰীমতী ৰম্ভা কলিতা আৰু শ্ৰীমতী সৰুকণ কলিতা। সকলোটি কন্যাই পঢ়া শুনা কৰিছে, তেওঁলোক, নামতি আৰু অতিথি পৰায়ণা।

বীৰেন দাসৰ শৰীৰ আৰু মন সৰল। তেওঁ এল, পি, পৰীক্ষাত বৃত্তি পাইছিল। এম্ ই পৰীক্ষাত ভালদৰে উত্তীৰ্ণ হৈছিল। পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষা দিছিল, কিন্তু অংকত পাচ নকৰিলে। ইমানতে তেওঁৰ শিক্ষাৰ অন্ত পৰে।

প্ৰায় ৭ বছৰ মান বয়সৰ পৰাই বীৰেন দাসে থিয়েটাৰত অভিনয় কৰে। পুলিচ অফিচাৰ উমেশ চন্দ্ৰ দত্ত, অধ্যাপক পূৰ্ণচন্দ্ৰ মজুমদাৰ, চিনেমা পৰিচালক ভবেন দাস, ৰাজেদ দাস, ৰামপুৰ হাইস্কুলৰ ১ম প্ৰধান শিক্ষক বলেন্দ্ৰদেৱ গোস্বামী আদিৰ সৈতে থিয়েটাৰ কৰিছিল। অভিনয় কৰি নিজেও আনন্দ পাইছিল আৰু ৰাইজৰ পৰা প্ৰশংসা বুটলিছিল।

নটসূৰ্য্য ফণী শৰ্মা, ব্ৰজ শৰ্মা, কলা গুৰু বিষ্ণু ৰাভা, সূৰ্য্য ঠাকুৰ আদিৰ পৰা তেওঁ অভিনয় কৰিবলৈ প্ৰেৰণা পাইছিল।

১৯৫৪ চনৰ পৰা ১৯৭৭ চনলৈ বীৰেন দাসে বাটৰ হাটৰ হালী গাৱঁৰ এম্ ই মাত্ৰাশ্বা স্কুলত শিক্ষক আছিল। তেওঁ ছাত্ৰ-ছাত্ৰীক ভালদৰে বুজাব পাৰিছিল। তেওঁৰ মাত মিঠা আৰু স্পষ্ট আছিল। কেতিয়াবা ৰামপুৰ এম ই স্কুলৰ ইংৰাজী শিক্ষক কবি শৰ্মাই ছুটী ল'লে বীৰেন দাসে ৰামপুৰ এম ই স্কুলতো ইংৰাজী বুজাইছিল। তেওঁ ইংৰাজী ভালদৰে ক'ব আৰু পঢ়ুৱাব পাৰিছিল। অভিনয় কৰাসকলে ছাত্ৰ-ছাত্ৰীক ভালদৰে বুজাব পাৰে যেন লাগে।

বীৰেন দাসৰ দেউতাকৰ অৱস্থা ভাল আছিল। তেওঁ লোকৰ ৰামপুৰ পথাৰত প্ৰায় ২০ বিঘা মান খেতিৰ মাটি আছিল। বীৰেন দাসে মাজে মাজে হাফ পেণ্ট পিন্ধি হাল বাইছিল।

তেখেতৰ এটা কাপোৰ চিলাই কৰিবলৈ চিংগাৰ মেচিনো আছিল। তেওঁ কাপোৰ নিজে চিলাই কৰিছিল।

১৯৪৫ চনত মাদ্ৰাজৰ হিন্দুপুৰত ( M. T. C ) সাংস্কৃতি অনুষ্ঠানত বীৰেন দাসে ভাৰতৰ ভিতৰত ১ম পুৰস্কাৰ আৰু বেষ্ট ম্যান পুৰস্কাৰ লাভ কৰিছিল।

তেওঁ ( A I R C ) অত ( চিলং গুৱাহাটী ) ৪ খন নাটকত ৪ টি চৰিত্ৰৰ অভিনয় কৰিছিল।

বীৰেন দাসে ১৯৭ খন নাটকত ১৯৪ টা চৰিত্ৰত অভিনয় কৰিছিল। তেওঁ প্ৰায়ে ৰজা মহাৰজাৰ অভিনয় কৰিছিল। অসমত বিশেষকৈ দক্ষিণ কামৰূপত বীৰেন দাসক নজনা মানুহ নাছিল। অভিনয় কৰা তেওঁৰ জীৱনৰ এটা ডাঙৰ কৰ্ম আছিল। তেওঁ আন্তৰিকতাৰে অভিনয় কৰিছিল। গদাপাণিৰ অভিনয় কৰা

বীৰেন দাসক সকলোৱে প্ৰশংসা কৰিছিল। তেওঁ জীৱনত আৰ্থিক দিশত চহকী হ'ব নোৱাৰিলে। তেওঁ কৈছিল "মই বাতি ৰজা পুৱা ভিক্ষাৰী"। আৰু কৈছিল "অতি বিদ্যা যাৰ ভাতে নাটে তাৰ"। তেওঁৰ পৰিবাৰৰ নাম পদ্মিনী দাস। তেওঁলোকৰ সন্তান ৪ টি। ল'ৰা দুজন আৰু ছোৱালী ২ জনী।

বীৰেন দাস আছিল এজন সৎ আৰু সাধু পুৰুষ। কোনো মানুহক তেওঁ অন্যায় কৰা নাছিল। কেতিয়াবা ঘৰত অশান্তি হ'লে হাৰমনিয়ামলৈ গীত গাইছিল। কেতিয়াবা, কেতিয়াবা নিজৰ চোতালত ডাণ্ডৰ ডাণ্ডৰ কৈ মাত উলিয়াই অভিনয় কৰিছিল।

তেওঁৰ স্বাস্থ্য ভাল আছিল। দেখিবলৈ ধুনীয়া আছিল। এইজনা অভিনেতা ১৯৮৩ চনৰ ১০ এপ্ৰিল তাৰিখে আমাৰ মাজৰ পৰা চিৰ দিনৰ কাৰণে আঁতৰি গ'ল। তেওঁৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।



# সমাজ চিকিৎসক—ভুৱনেশ্বৰ দেৱ গোস্বামী

পলাশবাৰী থানাৰ অন্তৰ্গত ৰাজাপুখুৰী সত্ৰত ১২৯৯ শকৰ ২৫ চৈত্ৰ তাৰিখে ভুবনেশ্বৰ দেৱ গোস্বামীৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল স্বৰ্গীয় দেৱহৰি গোস্বামী আৰু মাতৃ আছিল স্বৰ্গীয়া বেথাবৰী দেৱী গোস্বামী। দেৱহৰি গোস্বামী উত্তৰ পাৰৰ শ্ৰীহাতী সত্ৰৰ পৰা আহি ৰাজাপুখুৰী সত্ৰ পাতিছিল। ভুবনেশ্বৰ গোস্বামীয়ে নাবালক অৱস্থাতে পিতৃক হেৰুৱায়।

গোস্বামীদেৱ সকৰেপৰা ধীৰ-স্থিৰ আৰু সমাজপ্ৰিয় ল'ৰা আছিল। তেখেতৰ শৰীৰ আৰু মন সবল আছিল।

সেই সময়ত কলেজৰ কথা বাদেই পঢ়িবলৈ স্কুলো নাছিল। বেথাবৰী গোস্বামীক ঘৰতে সংস্কৃত শিক্ষা দিয়া হৈছিল। এজন ল'ৰা শিক্ষিত হ'লে তেওঁ নিজে শিক্ষিত হয়, আৰু এজনী ছোৱালী শিক্ষিত হ'লে গোটেই ঘৰখনে শিক্ষিত হয়। সেই কাৰণে স্ত্ৰী শিক্ষা অতি দৰ্কাৰী। মহিলাৰ উন্নতি নহ'লে কোনো দেশে কেতিয়াও উন্নতি কৰিব নোৱাৰে। জাপান, আমেৰিকা যুক্তৰাষ্ট্ৰ, অষ্ট্ৰেলিয়া আদি দেশত মহিলাসকল পুৰুষৰ সমানে শিক্ষিত। সেইবোৰ দেশত প্ৰায় ১০০% শিক্ষিত। তাৰ ফলত সেইবিলাক দেশৰ উন্নতি চৰম সীমাত উপনীত হৈছে। এচিয়াত জাপানৰ উন্নতি উল্লেখযোগ্য। জাপানে ভাল বস্তু কম দামত দিব পাৰে। ই জাপানৰ দৰ্শন।

ভুবনেশ্বৰ গোস্বামীয়ে ঘৰতে শিক্ষা গ্ৰহণ কৰি এগৰাকী জ্ঞানগৰ্ভ ব্যক্তি হিচাবে সমাজত জনাজাত হৈ পৰে। অসমীয়া, সংস্কৃত আৰু বঙলা ভাষাত গোস্বামী দেৱৰ দখল আছিল।

ভুবনেশ্বৰ গোস্বামীয়ে ভাৰতৰ বিখ্যাত অধ্যাপক, ডি পি আই আৰু সমাজ প্ৰিয় উমাকান্ত গোস্বামীৰ পৰিয়ালৰ পদ্মাৱতীক

ধিয়া কৰাইছিল। অধ্যাপক উমাকান্ত গোস্বামীৰ কন্যা অধ্যাপিকা ড° মামণি ৰয়চম গোস্বামী এটা বিশ্ববিশ্রুত নাম। গোস্বামীদেৱৰ ৬ টি সন্তান ২ জন ল'ৰা আৰু ৪ জনী কন্যা। সকলোটি সন্তান উপযুক্ত। শ্ৰীনিশিকান্ত গোস্বামী ৰাজাপুখুৰী সত্ৰৰ দ্বিতীয় মেট্রিকপাছ ব্যক্তি, ৰাজাপুখুৰী সত্ৰৰ সত্ৰাধিকাৰ, সমাজ সেৱক আৰু দেশহিতৈশী ব্যক্তি। শ্ৰীশৈলেশ্বৰ গোস্বামী এজন মেধাৱী ছাত্ৰ আছিল। তেওঁ নতুনকৈ স্থাপিত হোৱা ৰামপুৰ হাইস্কুলৰ পৰা অংকত লেটাৰ নম্বৰ পাই প্ৰথম বিভাগত মেট্রিক পাছ কৰে। তেওঁ ৰাজাপুখুৰী অঞ্চলৰ প্ৰথমজন এম, এছ, চি পাছ ব্যক্তি। তেওঁ ধুবুৰীৰ বি, এন কলেজৰ বোটাণীৰ প্ৰবক্তা হৈ পিছত চিলাৰায় কলেজৰ অধ্যক্ষ হৈ অৱসৰ গ্ৰহণ কৰে। ১৯৯১ চনত স্থাপিত 'ৰামপুৰ আঞ্চলিক কলেজৰ' আৰম্ভণী কৰা অধ্যক্ষ শ্ৰীশৈলেশ্বৰ গোস্বামী এজন সুদক্ষ—সুশাসক, এজন সুবক্তা আৰু আদৰ্শ শিক্ষক। সুন্দৰকৈ ছবি অকাত গোস্বামীৰ নাম আছে।

ভুবনেশ্বৰ গোস্বামীৰ কে'বাজনো উপযুক্ত নাতি-নাতিনী আছে। শ্ৰীনিৰোদজ্যোতি গোস্বামী - এম, ই,। শ্ৰীত্ৰিদীপ গোস্বামী—জুনিয়ৰ ইঞ্জিনিয়াৰ, শ্ৰীমতী কলি গোস্বামী—বি,এ, বি,এড, শ্ৰীপ্ৰশান্ত গোস্বামী—জুনিয়ৰ ইঞ্জিনীয়াৰ, শ্ৰীদিগন্ত গোস্বামী—বি, ই, শ্ৰীসীমান্ত গোস্বামী—বি, এ, আদি।

ভুবনেশ্বৰ গোস্বামী ১৯৪৭ চনৰ ২৪ এপ্ৰিলত স্থাপিত ৰামপুৰ হাইস্কুলৰ এজন অন্যতম প্ৰতিষ্ঠাপক আছিল। স্কুলৰ জন্ম বেদনাৰ পৰা স্কুলখনি ঠন ধৰি উঠালৈকে ইয়াৰ উপসভাপতি আছিল। সমাজৰৰ উন্নতিৰ কাৰণে দেহে-কেহে লাগি থকা ব্যক্তি গোস্বামী দেৱ। শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। শিক্ষাই সমাজৰ অন্ধ-বিশ্বাসবোৰ, কু-সংস্কাৰবোৰ ধুই নিকা কৰিব পাৰে। মানুহৰ মাজত শিক্ষা বিস্তাৰ হ'লেহে ভাৰতৰ স্বাধীনতা লাভ কৰা সহজ হ'ব।

১৮৫৭ চনত ( চিপাহী বিদ্রোহৰ বছৰত ) কলিকতা, মাদ্রাজ আৰু বোম্বেইত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হৈছিল। ফলত দেশত শিক্ষা বিস্তাৰ হৈছিল আৰু সেই কাৰণে গান্ধীৰ নেতৃত্বত ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত স্বাধীন হ'বলৈ সমৰ্থ হয়।

ৰামপুৰ অঞ্চলৰ সংস্কৃত টোল, মুকলি মঞ্চৰ অভিনয়, বহাগবিহু, মুইহ খলিৰ সৰি ( সুৱৰি ) ৰামপুৰ প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ আদিত অনবৰতে লাগি থকা ব্যক্তি ভুবনেশ্বৰ গোস্বামী দেৱ। সমাজৰ কেৰোণবোৰ নাইকিয়া কৰিবলৈ চেষ্টা কৰা ব্যক্তি। মুলত, তেওঁ আছিল এজন সমাজ চিকিৎসক। তেওঁৰ ব্যক্তিত্ব আছিল আন্ধাৰত জ্বলি থকা এগছি বন্তিৰ দৰে।

সাত বহাগৰ দিনা মুইহ ( মহ ) খলিত হোৱা হাতী যুঁজ, ঘোঁৰা দৌৰ, আদিত গোস্বামীদেৱৰ হাতী ( পূৰ্ণমালা ) আৰু ঘোঁৰাই যোগদান কৰিছিল।

সমাজক প্ৰগতিৰ পথত আগুৱাই নিবলৈ চেষ্টা কৰা সমাজ সেৱক ভুবনেশ্বৰদেৱ গোস্বামী ১৯৫৩ চনৰ ২৮ জুলাই তাৰিখে চিৰ দিনৰ কাৰণে আমাৰ মাজৰ পৰা আঁতৰি যায়। তেওঁৰ অমৰ আত্মাই চিৰশান্তি লাভ কৰক।





# তাৰিণী চৰণ হাজৰিকা

ইং ১৯১৫ চনত নগাঁও জিলাৰ কুৰুৱাটোল গাঁৱত তাৰিণী চৰণ হাজৰিকাৰ জন্ম হয়। তেওঁৰ পিতৃ আছিল বলোৰাম হাজৰিকা।

১৯৩৪ চনত উত্তৰ গুৱাহাটীৰ আউনী আটি কমলদেৱ হাই-স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯৩৪ চনৰ পৰা ১৯৪৩ চনলৈ তেওঁ কুৰুৱাটোল হাইস্কুলত শিক্ষকতা কৰিছিল। ১৯৬১ চনৰ পৰা ১৯৭৫ চনলৈ গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি কৰি অৱসৰ গ্ৰহণ কৰে।

তেওঁৰ সহধৰ্মিনীৰ নাম আছিল লাৱণ্য প্ৰভা হাজৰিকা। তেওঁলোকৰ ল'ৰা ৫ জন আৰু কন্যা এজনী।

তেওঁলোক হ'ল :

| ল'ৰা – | ছোৱালী— |
|---|---|
| ১) শ্ৰীমনোজিত হাজৰিকা, বি, এ। | শ্ৰীমতী অনিমা হাজৰিকা, বি, এ,। |
| ২) শ্ৰীপ্ৰাণজিত হাজৰিকা, বি, এ। | শ্ৰীৰশ্মিকা হাজৰিকা। |
| ৩) শ্ৰীজনজিত হাজৰিকা, বি, এ,। | শ্ৰীমতী বন্দনা হাজৰিকা। |
| ৪। শ্ৰীজগজিত হাজৰিকা, বি, এছ, চি। | শ্ৰীমতী নিশাৰাণী হাজৰিকা বি, এ, |
| ৫) লক্ষ্যজিৎ হাজৰিকা, বি,এছ,চি,। | |

| | কন্যা— | জোৱাই— |
|---|---|---|
| ৬৷ | শ্ৰীমতী মালোবিকা কলিতা | শ্ৰীহেমন্ত কুমাৰ কলিতা বি, এছ, চি। |

তেওঁ অভিনয় কৰি নিজেও আনন্দ পাইছিল আৰু আনৰ পৰাও প্ৰশংসা বুটলিছিল। প্ৰবেশিকা পৰীক্ষা দি উঠি অতুল চন্দ্ৰ হাজৰিকাই ৰচিত কনৌজ কুঁৱৰী দিলজান চৰিত্ৰৰে অভিনয় আৰম্ভ কৰে।

তেওঁ উত্তৰ গুৱাহাটীলৈ আহি অতুল চন্দ্ৰ হাজৰিকাৰ "মাৰ্জিয়ানা" আৰু লক্ষ্যধৰ চৌধুৰীৰ "আলিবাবা" দুয়োখন নাটকতে মাৰ্জিয়ানাৰ ভাওলৈ গীত, নৃত্য আৰু অভিনয়ৰ বাবে ভূয়শী প্ৰশংসা লাভ কৰে।

১৯৪৭-৪৮ চনত উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰত ডিচেম্বৰ মাহত বিখ্যাত নাটক পিয়লি ফুকনত তেওঁ গড়গঞা নাচনীৰ অভিনয় কৰিছিল।

হাজৰিকাই ১৯৪৪ চনত পোন্ধৰ যোল্লটামান ডেকা ল'ৰা লগত লৈ এটি বিহু হুচৰি দল তৈয়াৰ কৰি ঘৰে ঘৰে গৈ হুচৰি গাই আজাদ হিন্দ ফৌজৰ সাহায্যাৰ্থে ধন সংগ্ৰহ কৰি ফুৰিছিল।

এই হুচৰি দলটোৰ গীত মাত পিছত অনাতাঁৰ কেন্দ্ৰৰ যোগেদি ১৯৫০ চনৰ পৰা ১৯৫৪ চনলৈ প্ৰচাৰিত হৈছিল।

নামনি অসমৰ বহাগ বিহু উৎসৱ ৰাজহুৱা ভাৱে পতাৰ বাটকটীয়া বুলি হাজৰিকাক ক'ব লাগিব। এইজনা শিল্পীৰ অবিৰত আৰু অক্লান্ত চেষ্টা আৰু সাংগঠনিক কৃতিত্বৰ বাবেই ১৯৪৫ চনত উত্তৰ গুৱাহাটীত পোন প্ৰথম বাৰৰ বাবে বিহু উৎসৱ ৰাজহুৱা ভাৱে পতা হৈছিল। সেই দিন ধৰি আজিও উত্তৰ গুৱাহাটীত বিহু উৎসৱ হৈয়ে আছে।

১৯৪৮ চনত গুৱাহাটীত অনাতাঁৰ কেন্দ্ৰ স্থাপিত হয় আৰু ১৯৪৯ চনৰ পৰা ১৯৭০ চনৰ ফেব্ৰুৱাৰীলৈ তেওঁ অভিনয় কৰি শ্ৰোতাসকলক অভিভূত কৰি ৰাখিছিল।

তাৰিণী চৰণ হাজৰিকাই ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ "সন্ধ্যাৰাগ" ছবিত মেঘৰৰ ভূমিকাত মাত্ৰ ২টা দৃশ্যত অৱতীৰ্ণ হৈও মানুহৰ মনত ভালকৈয়ে সঁাচ বহুৱাই যাব পাৰিছিল। হাজৰিকাই (৭৫) পয়সত্তৰখনৰো অধিক নাটত অংশ গ্ৰহণ কৰিছিল।

নাট্য কলা চৰ্চা কৰাৰ উপৰিও শঙ্কৰী কলা কৃষ্টি যেনে প্ৰসঙ্গীয় নাম, দিহানাম, কীৰ্ত্তন পাঠ, ভাগৱত পাঠ আদি কলা কৃষ্টিৰো যথা সাধ্যে চৰ্চা কৰিছিল।

তাৰিণী চৰণ হাজৰিকাৰ জ্যোতিষ শাস্ত্ৰত জ্ঞান আছিল। হাজৰিকা পিন্ধন উৰণত পৰিপাতি আছিল। ধুতি-পাঞ্জাবী পৰিহিত হাজৰিকাই চাদৰ ব্যৱহাৰ কৰিছিল। তেওঁৰ আচাৰ ব্যৱহাৰ মধুৰ আছিল। তেওঁ এজন সৎ আৰু সৰলাচৰণৰ লোক আছিল।

তেওঁৰ পৰিবাৰৰ মৃত্যুত তেওঁ অকলশৰীয়া অনুভৱ কৰে। ১৯৯৮ চনৰ ১১ মাৰ্চত তাৰিণী হাজৰিকাৰ মৃত্যু হয়। তেওঁৰ মৃত্যুত সমাজৰ ক্ষতি হ'ল। তেওঁৰ আত্মাৰ শান্তি কামনা কৰিলোঁ।



## ৰামপুৰ অঞ্চলৰ প্ৰথমজন বুৰঞ্জীৰ অধ্যাপক — ৰাজেন্দ্ৰ কুমাৰ মজুমদাৰ

ইংৰাজী ১৯৩০ চনৰ ১ জুলাই তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত আদৰ্শ গাঁও ৰামপুৰত ৰাজেন্দ্ৰ কুমাৰ মজুমদাৰৰ জন্ম হয়। তেওঁৰ পিতৃ আছিল প্ৰয়াত হৰেন্দ্ৰ মোহন মজুমদাৰ এজন মুখিয়াল ব্যক্তি, গান বাজনাত পাকৈত, নজৰ থকা ব্যক্তি। মাতৃ আছিল কামিনী বালা মজুমদাৰ এজনী খোলা অন্তৰৰ অতিথি পৰায়ণা আৰু ধৰ্ম পৰায়ণা, দৈখনিয়াৰ মহিলা। তেওঁলোকৰ সন্তান ৯ টি। ব্ৰজেন, অধ্যাপক ৰাজেন, অনন্ত, ডাঃ ৰাম নাৰায়ণ, ধীৰেন আৰু প্ৰণব ( চিভিল এচ দি ও ) কন্যা তিনিজনী—চিত্ৰলেখা, স্বৰ্ণলতা আৰু নমিতা।

ৰাজেন মজুমদাৰ সৰুৰে পৰা চোকাবুদ্ধিৰ ল'ৰা আছিল। তেওঁৰ খেলা-ধুলাত নিচা আছিল। তেওঁৰ চকু-মুখ উজ্জ্বল আছিল। তেওঁৰ ব্যৱহাৰ আছিল মধুৰ। এজন মানুহ কেনে তাক জানিব পাৰি তেওঁৰ ব্যৱহাৰৰ সহায়ত।

তেওঁলোকৰ দেউতাকে ছয়গাঁৱত চাকৰি কৰিছিল। ৰাজেন মজুমদাৰে ১৯৫২ চনত ছয়গাঁও হাইস্কুলৰ পৰা প্ৰবেশিকা পাচ কৰে। তেওঁ হাইস্কুলত আলোচনী সম্পাদক আছিল। তেওঁ ৰসিক কথাকৈ মানুহক হঁহুৱাইছিল।

১৯৫২ চনত তেওঁ ১৯০১ চনত স্থাপিত কটন কলেজত আই এ শ্ৰেণীত নাম লিখে আৰু ১৯৫৪ চনত সুখ্যাতিৰে আই এ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৫৬ চনত পৰিবহন নিগমত চাকৰি কৰি ভালদৰে বি বৰুৱা কলেজৰ পৰা বি, এ, পাচ কৰে। তেওঁ বি বৰুৱা, কলেজৰ সাধাৰণ সম্পাদক আছিল। তেওঁৰ বিষয় আছিল অৰ্থনীতি, বুৰঞ্জী, অসমীয়া আৰু ইংৰাজী।

১৯৫৯ চনত সুখ্যাতিৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জীত

এম, এ, পাছ কৰে। ইয়াৰ পিছত তেওঁ ৰামপুৰ হাইস্কুলত শিক্ষকতা কৰে।

ইয়াৰ পিছত গোৱালপাৰাৰ পৃথ্বিৰাজ উচ্চতৰ বিদ্যালয়ত অধ্যাপক হয়।

১৯৬১ চনত গোৱালপাৰাত ত্ৰৈলোক্য নাথ গোস্বামীৰ সভাপতিত্বত অসম সাহিত্য সভা বহে। এই সভাত ৰাজেন মজুমদাৰে সাহিত্য সভা সুকলমে চলাবলৈ দেহে কেহে চেষ্টা কৰে। তেওঁ সাহিত্য সভাৰ সংগীত শাখাৰ সম্পাদক আছিল। ক্ৰেফ্ স্কুলৰ ছাত্ৰসকলে সাহিত্য সভাৰ পদৰ্শনীত কাঠৰ চিয়াৰ টেবুল, মেজ আদি তৈয়াৰ কৰি দেখুৱাইছিল। ৰাজেন মজুমদাৰে কিছু চিয়াৰ, টেবুল, আদি কিনি ৰামপুৰৰ ঘৰলৈ আনিছিল। ইয়াৰ পিছত মজুমদাৰে পিতৃৰ কথা মতে উচ্চতৰ বহুমুখী বিদ্যালয়ত যোগদান কৰে।

১৯৬৪ চনত তিনি দিনীয়া কৈ ৰামপুৰত অসম সাহিত্য সভাৰ শাখা-সাহিত্য সভা বহে। তাত সম্মানিত অতিথি আছিল প্ৰাঃ ডি পি আই, কটনকলেজৰ অধ্যক্ষ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য, বুৰঞ্জীবিদ ড° সূৰ্য্য কুমাৰ ভূঞা। আৰু শিক্ষাবিদ অবলা কান্ত গোস্বামী প্ৰমুখ্যে বহুত গণ্য-মান্য ব্যক্তি উপস্থিত আছিল। প্ৰতিদিনে থিয়েটাৰ গানবাজানা; আলোচনা চক্ৰ আদি হৈছিল। তাৰ পিছত আ জলৈ ইমান ডাঙৰকৈ ৰামপুত সাহিত্যসভা হোৱা নাই। এই সভাত নেতৃত্ব দিছিল অধ্যাপক ৰাজেন মজুমদাৰে।

১৯৬৭ চনত মঙ্গলদৈৰ জীয়ৰী শ্ৰীমতী দিম্বলতা হাজৰিকা বি, এৰ লগত ৰাজেন মজুমদাৰৰ বিয়া হয়। তেওঁলোকৰ সন্তান তিনিটা, এজনী কন্যা শ্ৰীমতী ৰাজলক্ষী মজুমদাৰ ( পাঠক ) বি, এ, ২ জন ল'ৰা—শ্ৰীৰাহুল সাংকৃতায়ন মজুমদাৰে ১৯৯৫ চনত স্নাতকোত্তৰ পৰীক্ষাৰ বুৰঞ্জী বিভাগত প্ৰথম শ্ৰেণীৰ প্ৰথমস্থান

পাই, ৰামপুৰ গাঁৱৰ গৌৰব বঢ়াইছে। বৰ্ত্তমান তেওঁ গুৱাহাটীৰ আৰ্য্য বিদ্যাপীঠ কলেজৰ অধ্যাপক। শ্ৰীসিদ্ধাৰ্থ মজুমদাৰে ৰাসায়নিক বিভাগত স্নাতকোত্তৰ পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰিছে।

ৰাজেন মজুমদাৰে ১৯৬১ চনত স্থাপিত বি, কে, কলেজত কিছুদিন কাম কৰিছিল। ইয়াৰ পিছত তেওঁ গুৱাহাটীৰ, গুৱাহাটী কলেজত যোগদান কৰে। সেই সময়ত গুৱাহাটী কলেজৰ নামত মাটি মঞ্জুৰী প্ৰাপ্ত হোৱা নাছিল। তাত সভাপতি আছিল অসম কংগ্ৰেছৰ সভাপতি শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহ (তেতিয়া মুখ্য মন্ত্ৰী হোৱা নাছিল) আৰু কলেজৰ সম্পাদক আছিল অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি হৰেন্দ্ৰ নাথ তালুকদাৰ (তেতিয়া মন্ত্ৰী নাছিল)। ১৯৭৪ চনত গুৱাহাটী কলেজে মাটি মঞ্জুৰী লাভ কৰে আৰু ৰাজেন মজুমদাৰ কলেজৰ উপাধ্যক্ষ হয়।

ৰাজেন মজুমদাৰ এজন কৃতি শিক্ষক আছিল। তেওঁৰ ইউৰোপীয় বুৰঞ্জীত দখল আছিল। তেওঁ এজন ভাল বক্তাও আছিল।

তেওঁ গুৱাহাটীত চাকৰি কৰিলেও ৰাতি সদায় ৰামপুৰৰ ঘৰত আছিল।

তেওঁ দক্ষিণ ৰামপুৰ গাঁও পঞ্চায়তৰ সভাপতি আছিল। ৰামপুৰ হাইস্কুলৰ পৰিচালনা সমিতিৰ সভাপতি আছিল। গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি আছিল।

ৰামপুৰৰ বিহু, দুৰ্গাপূজা, যজ্ঞ আদিত তেওঁ অংশ গ্ৰহণ কৰিছিল।

ৰামপুৰৰ পানী যোগান আঁচনিত, ৰামপুৰ প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ, উন্নতিৰ কাৰণে চেষ্টা কৰিছিল। তেওঁ ৰামপুৰ গাঁৱত প্ৰথম 'লাইট' লয় আৰু প্ৰথম টি ভি কিনে।

মূলতঃ ৰাজেন মজুমদাৰ এজন শিক্ষক আছিল। শিক্ষা জাতিৰ মেৰুদণ্ড। শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। সদ্‌গুণাবলীৰ আহৰণ শিক্ষাৰ উদ্দেশ্য। মানুহৰ গাত দেৱত্ব আৰু পশুত্বগুণ থাকে। পশুত্বগুণ আঁতৰ কৰাই শিক্ষাৰ উদ্দেশ্য। শিক্ষাই সমাজৰ কু-প্ৰথাবোৰ, অন্ধবিশ্বাসবোৰ ধুই নিকা কৰিব পাৰে। ল'ৰা—ছোৱালী শিক্ষিত হ'লে সমাজৰ উন্নতি হয়, দেশৰ উন্নতি হয়। জাপান, আমেৰিকা যুক্তৰাষ্ট্ৰ আদি দেশত প্ৰায় ১০০% ল'ৰা-ছোৱালী শিক্ষিত। সেই কাৰণে সেই দেশবোৰত উন্নতি হৈছে আৰু জনসংখ্যা সীমিত হৈছে। পৰিবেশ হৈছে নীৰব শিক্ষক। সেই কাৰণে পৰিবেশ ভাল হ'ব লাগে। পৰিবেশ দূষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে।

শিক্ষানুষ্ঠানৰ উন্নতিৰ কাৰণে ছাত্ৰ-ছাত্ৰী, অভিভাৱক আৰু শিক্ষকৰ মাজত মধুৰ সম্বন্ধ থকা দৰ্কাৰ। শিক্ষক হৈছে সমাজৰ দায়িত্বশীল ব্যক্তি। শিক্ষকে শিক্ষাৰ যোগ্যতা অৰ্জন কৰা উচিত।

২২ মাৰ্চ ১৯৮৯ চনত ৰাজেন মজুমদাৰ আমাৰ মাজৰ পৰা চিৰ দিনৰ কাৰণে আঁতৰি যায়। তেওঁৰ মৃতদেহলৈ ৰামপুৰত এটা ডাঙৰ শোভাযাত্ৰা হৈছিল। তেওঁৰ আত্মাৰ শান্তি কামনা কৰিলোঁ।





## সৎ স্বাৱলম্বী—
## হেম চৌধুৰী : (ছয়গাঁও)

১৯০২ চনত হেমচন্দ্র চৌধুৰীৰ ছয়গাঁৱত জন্ম হৈছিল। তেখেতৰ পিতৃ কালিৰাম চৌধুৰী এজন সমাজপ্রিয় লোক আছিল আৰু মাক দৈৱকী চৌধুৰী এগৰাকী আদর্শ গৃহিণী আছিল।

হেমচন্দ্র চৌধুৰী সৰুৰেপৰা ধীৰ-স্থিৰ প্রকৃতিৰ ল'ৰা আছিল। তেখেত সৰুৰেপৰা সত্যত বিশ্বাসী আছিল। গান্ধীজীৰ মতে সত্যৰ বাহিৰে অনা ভগৱান নাই। সত্যক উপলব্ধি কৰিবলৈ অহিংসাই একমাত্র উপায়। তেখেতে সৰুৰেপৰা নিজৰ ভৰিত থিয় হৈ চলিব শিকিছিল। দেউতাকৰ দিনৰেপৰা খেতি-বাতিৰ মাটি আছিল। স্বাধীন ব্যৱসায় খেতি-বাতি কৰি জীৱন যাপন কৰিবলৈ ঠিক কৰিছিল। তেখেত এম, ভি পাচ আছিল। ইচ্ছা কৰা হ'লে সেই সময়ত সেই শিক্ষাৰে এটা চাকৰি যোগাৰ কৰিব পাৰিলেহেঁতেন।

তেখেতে ভাৰতৰ স্বাধীনতা যুদ্ধত যোগদান কৰিছিল। পৰাধীন কালত তেখেতসকলে ভাবিছিল যে দেশ স্বাধীন হ'লে মানুহে শান্তিৰে দুসাজ খাব পাৰিব। ভাৰতত "ৰাম ৰাজ্য" স্থাপন হ'ব। কিন্তু দেশ স্বাধীন হোৱাৰ পিছত দেখিলে যে আজিও দেশৰ কোটি কোটি জনগণে দুসাজ খাবলৈ পোৱা নাই। ৰামৰাজ্য এতিয়াও বহুত দূৰত। ৰামৰাজ্য মানে শান্তি আৰু সমৃদ্ধিৰ ৰাজ্য।

ইং ১৯২৯ চনত হেমচন্দ্র চৌধুৰীদেৱৰ ক'লাপানী গাঁৱৰ (ছয়গাওঁ থানাৰ অন্তৰ্গত, বৰ্তমান মহাবাহু ব্ৰহ্মপুত্ৰ নদীত জাহ গৈছে) ধনেশ্বৰ তালুকদাৰ আৰু তিলোত্তমা তালুকদাৰৰ ১৫ বছৰীয়া কন্যা শ্ৰীমতী সুৰবালা তালুকদাৰৰ লগত বিয়া হয়। শ্ৰীমতী তালুকদাৰে এল, পি পৰীক্ষাত বৃত্তি পাই ৫ম মান শ্ৰেণীলৈকে পঢ়িছিল।

সেই সময়ত ছোৱালীয়ে পঢ়িলে সমাজে বেয়া বুলি গণ্য কৰিছিল।

তেখেতসকলৰ সন্তান ১৭ টা। ল'ৰা ৬ জন আৰু ছোৱালী ৪ জনী। সকলোটি সন্তান উপযুক্ত আৰু বিবাহিত।

| ল'ৰা -- | বোৱাৰী -- |
|---|---|
| ডাঃ অশ্বিনী কুমাৰ চৌধুৰী | শ্ৰীমতী নিৰোজ চৌধুৰী এম, এছ, চি |
| শ্ৰীৰুদ্ৰ চৌধুৰী | শ্ৰীমতী নীলিমা চৌধুৰী |
| শ্ৰীকণক চৌধুৰী বি, এ | শ্ৰীমতী ধৰিত্ৰী চৌধুৰী |
| শ্ৰীবিপুল চৌধুৰী বি, ই | শ্ৰীমতী চিত্ৰা চৌধুৰী, বি,এ |
| শ্ৰীৰমেন চৌধুৰী বি. এছ চি | শ্ৰীমতী নাৰদা চৌধুৰী |
| ডাঃ দীপুল চৌধুৰী | শ্ৰীমতী ভাৰতী চৌধুৰী |

তেখেতসকলৰ জীয়ৰী আৰু জোঁৱাইকেইজন হ'ল ক্ৰমে—

| জীয়ৰী – | জোঁৱাই – |
|---|---|
| শ্ৰীমতী সুৰলা ডেকা | ৺ অভয় ডেকা, বি, এ |
| শ্ৰীমতী নলিনী কলিতা | শ্ৰীহৰকান্ত কলিতা, বি, এ, বি, টি |
| শ্ৰীমতী উষাবাণী দাস | শ্ৰীকমলা দাস, বি, এ |
| শ্ৰীমতী প্ৰগতি চৌধুৰী | শ্ৰীসুকুমাৰ চৌধুৰী, এম, এ |

তেখেতসকলৰ কে'বাজনো উপযুক্ত নাতি-নাতিনী আছে।

তেখেতসকল গোটেই কেইজন শিক্ষিত। তেওঁলোকে শিক্ষাত যথেষ্ট গুৰুত্ব দিছিল। প্ৰগতিৰ পথ দেখুৱাইছিল। মানুহৰ পশুত্বক শিক্ষাই মানবত্বলৈ পৰিবৰ্ত্তন কৰে। প্ৰকৃত শিক্ষাই মানুহ গঢ়ে আৰু চৰিত্ৰ গঠন কৰে। স্ত্ৰী-শিক্ষা অবিহনে সমাজে উন্নতি কৰিব নোৱাৰে।

তেখেতে ল'ৰা-ছোৱালী কেইজনক স্বাৱলম্বী হ'বলৈ শিকাইছিল,—ৰন্ধা বঢ়া, ঘৰ-বাৰী চাফ-চিকুনকৈ ৰখা, কাপোৰ তৈয়াৰ কৰা, অতিথি শুশ্ৰূষা কৰা আদি শিক্ষা দিছিল কাৰণ শাৰীৰিক শ্ৰমেহে বুদ্ধি বৃত্তি বিকাশ আৰু সৃজনী প্ৰতিভাৰ বাবে প্ৰয়োজন।

চৌধুৰীদেৱ এজন আদৰ্শ খেতিয়ক আছিল। তেখেতৰ ডাঙৰ ডাঙৰ দুখন চোতাল এখন মৰান মৰা, ধান শুকোৱা আদি কামত ব্যবহাৰ কৰা হয়। বাকীখন চোতাল মানুহ বহা, ৰাতি শাস্ত্ৰ পঢ়া আদি কামত ব্যৱহাৰ কৰা হয়।

তেখেতৰ বাৰীখন চাবলগীয়া। নাৰিকল, তামোল-পাণ, কল, বাঁহ-বেত, নানা ধৰণৰ শাক-পাচলি, আলু, কবি, মূলা আদিৰে ভৰপুৰ আছিল। তেখেতে ধান খেতিত বেছি গুৰুত্ব দিছিল। কে'বা জনীও ক্ষীৰতী গাই-গৰু আছিল। কে'বাজনো বনুৱাৰ সহায়ত খেতি কৰিছিল। তেখেতৰ বাৰীৰ পূৰ আৰু পশ্চিমে সেউজীয়া অথবা সোণালী ধাননি পথাৰ।

তেখেতে শস্যৰ গুৰিত জাবৰ সাৰ নাইবা গৰুৰ গোবৰ ব্যৱহাৰ কৰিছিল। ৰাসায়নিক সাৰতকৈ জৈৱসাৰ শ্ৰেয়। জৈৱসাৰ ব্যৱহাৰ কৰি শস্য কৰিলে সোৱাদ বেছি হয় আৰু ই স্বাস্থ্যৰ কাৰণে উপকাৰী।

গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে (১৯৫৯) এই জীৱনীৰ লিখক এদিন তেখেতৰ বিহ দিয়াৰ ঘৰত উপস্থিত হৈছিলো। সিদিনা আছিল ৰবিবাৰ। ছয়গাঁৱৰ ডাঙৰ বজাৰ

বহে। মই বহি থাকোতে তেখেত ছয়গাঁও বজাৰৰ পৰা উভতি আহিল। তেখেতে মোৰ ওচৰত বহি ক'লে যে আলু, কবি আদি বিক্রি কৰিবলৈ দুজন বন্ধুৰা লৈ বজাৰলৈ গৈছিলো। তোমালোক—কলেজত পঢ়া ল'ৰাবিলাকে এনেকৈ বস্তু বিক্রি কৰিলে বেয়া পোৱা নেকি? মই উত্তৰ দিলো আপোনাৰ নিচিনা আদর্শ খেতিয়ক হ'লে অসমে খাই বৈ বাহিৰলৈ বস্তু পঠাব পাৰিব আৰু অসমখন সমৃদ্ধিশালী প্রদেশ হ'ব। কিন্তু আজি অসমে বহুত খাদ্য বস্তু বাহিৰৰ পৰা আনিব লাগে। অসমৰ প্রায় ৮৫% জন খেতিয়ক। অথচ অসমৰ খাদ্য বস্তুৰ নাটনি।

অসমৰ ঘৰে ঘৰে শাল আছিল। অসমীয়া মহিলাই কাপোৰ বোৱা দেখি জাতিৰ পিতা মহা মানৱ মহাত্মা গান্ধীয়ে ভূয়সী প্রশংসা কৰিছিল। নিজৰ পোছাক এৰিলে মানুহে নিজৰ সংস্কৃতি হেৰুৱায়। ( Culture is a stage of cultivation of human refinement ).

জাপান পৃথিবীৰ এখন উন্নত দেশ। জাপানে ভাল বস্তু কমদামত বিক্রি কৰে। সেই কাৰণে জাপানে বিশ্বৰ বজাৰ দখল কৰিব পাৰে। জাপানে চাহাবৰ সকলো খিনি গ্রহণ কৰিছে, কিন্তু তেওঁলোক জাপানী হৈয়ে আছে চাহাব হোৱা নাই। কিন্তু আমাৰ ভাৰতীয়সকল চাহাব হ'বলৈ যোৱাটোৱে বিষম ৰোগত পৰিণত হৈছে। কর্মই ধর্ম ধর্মই শান্তি। "To Travel hopefully is a better thing than to arrive. True success is labour.

চৌধুৰীদেৱ এজন ধীৰ স্থিৰ লোক আছিল। কথা-বতৰা ভাবি চিন্তি কয়। কথাবিলাক মধুৰ আৰু ৰসলগা। তেওঁ পৰচর্চা নকৰে। মানুহজনৰ শাস্ত্রত জ্ঞান আছিল। তেখেতে কামেৰে সময় ধৰি ৰাখে। মানুহে কর্ম কৰিলে মাগি খাব

নালাগে। মানুহৰ শুভ ইচ্ছাটোহে আচল কথা। তেখেতে মানুহৰ বিপদ আপদত খবৰ লৈছিল। তেওঁ আছিল এজন অতিথি পৰায়ণ লোক। তেওঁ সমাজৰ প্ৰগতিৰ কাৰণে লাগি থকা ব্যক্তি।

ইংৰাজী ১৯৬৬ চনৰ ২৩ অক্তোবৰ তাৰিখে চৌধুৰীদেৱ আমাৰ মাজৰ পৰা চিৰদিনৰ বাবে আঁতৰি যায়। তেখেতৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল।

তেখেতৰ মৃত্যুৰ পিছত তেখেতৰ আদৰ্শ পত্নী শ্ৰীমতী চৌধুৰীয়ে গিৰিয়েকৰ আধৰুৱা কামখিনি সম্পূৰ্ণ কৰিলে। বৰ্তমান চৌধুৰীদেৱৰ পৰিয়ালৰ অৱস্থা নদন-বদন। ইংৰাজী ১৪।১২।৯৭ তাৰিখ ৰবিবাৰে তেখেতৰ ঘিহুদিয়াৰ ঘৰত উপস্থিত হৈ ঘৰ-বাৰী, খেতি-বাতি দেখি লিখকে বৰ আনন্দ পালে।

৮৩ বছৰীয়া শ্ৰীমতী চৌধুৰী ১৯৯৭ চনত যুক্তৰাষ্ট্ৰলৈ গৈছিল। তাত তেওঁ তেখেতৰ ল'ৰা ডাঃ অশ্বিণী চৌধুৰী আৰু পৰিবাৰ শ্ৰীমতী নিৰোজৰ ঘৰত থাকি তেখেতে যুক্তৰাষ্ট্ৰৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিলে।

যুক্তৰাষ্ট্ৰৰ মানুহৰ ঘড়ীৰ কাঁটাৰে সৈতে তেওঁলোকৰ জীৱন বন্ধা। বিমান, ৰেল, বাছ সকলো ঠিক কাঁটাই কাঁটাই নিৰ্দ্দিষ্ট সময়ত আৰম্ভ হ'বই। দোকানত, অফিচত, বিমান বন্দৰত, বেংকত সকলোতে পুৰুষ-মহিলাই সমানে সমানে কাম কৰে। এক মুহুৰ্ত্তৰ বাবেও বিজুলী বাতি ব্যাঘাত হোৱা দেখা নাই। এই দেশত কামত ফাঁকি-ফুকা নাই। বেয়া কাম কৰিলে সেই ঠিকাদাৰক আৰু কাম নিদিয়ে।

যুক্তৰাষ্ট্ৰত ৰাষ্টাত জাবৰ-জোথৰ পেলালে, মাইক, টি ভি আদি বজাই মানুহক অশান্তি দিলে, কুকুৰ, গৰু আদি এৰি দিলে, মানুহে আইন মতে জৰিমনা ভৰিব লাগে। তাত আইন আইনেই। সৰু বৰ সকলোৰে একে আইন।

যুক্তৰাষ্ট্ৰৰ বিশাল বিশাল খেতিৰ পথাৰবোৰ দেখি, ডাঙৰ ডাঙৰ, বহল-বহল, পৰিষ্কাৰ ৰাষ্টাবোৰ দেখি তৃপ্তি পালে। এই দেশ ফলে-মূলে সকলো ধৰণৰ খোৱা বস্তুৰে উভৈদনী। নিউ ইয়ৰ্কৰ ৮০।৯০ মহলাৰ বিল্ডিং দেখি, তাৰ ৰাষ্টাবোৰ দেখি তেখেত চমকিত হ'ল।

চৌধুৰীদেৱৰ পৰিয়ালে প্ৰয়াত চৌধুৰীক অমৰ কৰি ৰাখিবলৈ তেখেতৰ নামত প্ৰতি বছৰে এখন ফুটবল খেলা ছয়গাঁৱত পাতি আহিছে। এই খেলাত জয়ী পাৰ্টিক শ্বিল্ড বা কাপ আদি আগ বঢ়াই আহিছে। এই খেলখনে ২৫ বছৰ অতিক্ৰম কৰিছে। চৌধুৰীদেৱৰ আত্মাৰ চিৰ শান্তি কামনা কৰিলোঁ।



# আদৰ্শ শিক্ষক—চেনীৰাম নাথ ঃ

ইং ১৮৯৭ চনৰ বৰভূমিকম্পৰ বছৰতে পলাশবাৰী থানাৰ অন্তৰ্গত ৰাজাপুখুৰী সত্ৰত চেনীৰাম নাথৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৰাতিৰাম নাথ আৰু মাতৃ আছিল খাগেৰি দেৱী।

চেনীৰাম নাথ সৰুৰে পৰা সৎ আৰু চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতে বাটৰহাট এল, পি স্কুলৰ পৰা কৃতিত্বৰে পৰীক্ষা পাছ কৰি বৃত্তি লাভ কৰি পলাশবাৰী এম, ই, স্কুলত নাম লিখে। তেখেত শিক্ষাবিদ অৰুণাকান্ত গোস্বামীৰ দেউতাক কৃষ্ণ কান্ত গোস্বামী হেড্ মাষ্টৰৰ প্ৰিয় ছাত্ৰ আছিল। এম, ই, পৰীক্ষাতো তেখেতে বৃত্তি লাভ কৰে আৰু গুৱাহাটীৰ সোণাৰাম হাইস্কুলত নাম লিখে। কিন্তু আৰ্থিক অভাবৰ কাৰণে পঢ়া এৰিব লগীয়া হ'ল।

১৯১১ চনৰ পৰা ১৯১৭ চনলৈ তেখেতে বকোৰ প্ৰাইমাৰী স্কুলত প্ৰথম শিক্ষা বিস্তাৰ কৰে। লোক বন্ধু ডাঃ ভূবনেশ্বৰ বৰুৱা-দেৱে তেখেতক বকোলৈ পঠাইছিল। ইয়াৰ পিছত তেখেতে দখলা সত্ৰাপাৰা এল, পি স্কুলত শিক্ষকতা কৰে। ১৯৩২ চনৰ পৰা ১৯৪৭ চনৰ ডিচেম্বৰলৈকে ৰাজাপুখুৰী স্কুলত প্ৰধান শিক্ষক হৈ থাকোতে ইহলীলা ত্যাগ কৰে।

১৯২২ চনত তেখেতৰ পদ্মাৱতী দেৱীৰ লগত বিয়া হয়। তেখেতসকলৰ সন্তান কেইটি হ'ল:

১) ৺গংগাধৰ নাথ বি, কম

২) শ্ৰীশশধৰ নাথ

৩) শ্ৰীযতীন্দ্ৰ নাথ—এম, এ (ইংৰাজী)

৪) লক্ষ্মী নাথ—এম, এছ, চি

৫) ৺হেম চন্দ্ৰ নাথ—বি, এ

৬) ৺ৰঞ্জিত নাথ

ছোৱালী কেইজনী হ'ল :

১) শ্ৰীমতী নৰেশ্বৰী দেৱী

২) শ্ৰীমতী ধৰ্মেশ্বৰী দেৱী

৩) শ্ৰীমতী সাবিত্ৰী দেৱী

সকলোটি সন্তান উপযুক্ত আৰু বিবাহিত।

চেনীৰাম নাথ এজন আদৰ্শ শিক্ষক আছিল। তেখেতে শিক্ষকতাৰ যোগ্যতা অৰ্জন কৰিছিল। পাঠ্যপুথি ভালদৰে আয়ত্ব কৰিহে ছাত্ৰ-ছাত্ৰীক পঢ়াইছিল। তেখেতে ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিবলৈ সমৰ্থবান হৈছিল।

শিক্ষক, অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত মধুৰ সম্বন্ধ ৰাখিছিল। তেখেতে পৰিবেশৰ ওপৰত নজৰ দিছিল। কাৰণ পৰিবেশ হৈছে নীৰব শিক্ষক। পৰিবেশ দুষিত হ'লে সংস্কৃতিত ব্যাঘাত জন্মে। Culture is a Stage of Cultivation of human refinement.

শিক্ষাই মানুহক জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। শিক্ষাৰ অবিহনে সামাজিক পৰিৱৰ্ত্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাৱে ঘূৰাই ৰাখিব নোৱাৰে ?

মানুহৰ গাত দেৱত্ব আৰু পশুত্বগুণ থাকে। পশুত্বগুণ আঁতৰ কৰাই শিক্ষাৰ ঘাই উদ্দেশ্য। ড' ৰাধাকৃষ্ণনৰ ( বিশ্ব-বিখ্যাত শিক্ষাবিদ, ৰাজনীতিবিদ ) মতে শিক্ষা কেৱল ধন ঘটিবৰ উপায়েই নহয়, নাইবা জ্ঞান আহৰণো নহয়। ই এটা আধ্যাত্মিক প্ৰক্ৰিয়া, সত্যৰ অনুসন্ধানৰ কাৰণে প্ৰচেষ্টা। সদ্‌গুণা-বলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য।

শিক্ষক আৰু শিক্ষাবিদ সকলেই হ'ল দেশৰ প্ৰকৃত নিৰ্মাতা। এল পি স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ বুনিয়াদ মজবুত হ'ব লাগে। নহলে পিতৃ-মাতৃ, ছাত্ৰ-ছাত্ৰী অসুবিধাত পৰে।

চেনীৰাম নাথ এজন আদৰ্শ গৃহস্থ আৰু আদৰ্শ ওচৰ-চুবুৰীয়া।

তেখেতৰ ডাঙৰ ল'ৰা ৺গংগাধৰ নাথ ৰাজাপুখুৰী সত্ৰৰ প্ৰথম বি, কম। তেখেতৰ তৃতীয় পুত্ৰ অধ্যক্ষ যতীন্দ্ৰ নাথ এজন অসমৰ কৃতী শিক্ষক। তেখেতে ধুবুৰীৰ এ, বি এন, কলেজ, গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজ, কটনকলেজত শিক্ষকতা কৰি ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিব পাৰিছিল। আজিও পুৰণি ছাত্ৰ-ছাত্ৰীয়ে এই কথা সোঁৱৰে। ১৯৫৩ চনত তেখেতে প্ৰবেশিকা পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত ৫ম স্থান অধিকাৰ কৰিছিল। সেই সময়ত উত্তৰ পূৱ ভাৰত অসমৰ ভিতৰত আছিল। কটনকজেৰ পৰা আই এ পৰীক্ষাতো ১৯৫৫ চনত ৪ৰ্থ স্থান অধিকাৰ কৰিছিল। বি, এ, আৰু এম, এ পৰীক্ষাতো ভাল কৰিছে। বৰ্তমান তেখেতে বকোৰ জৱাহৰলাল নেহৰু কলেজৰ পৰা অৱসৰ পাইছে। তেখেত ৰামপুৰ এম, ই স্কুলত পঢ়োঁতে প্ৰয়াত কবি শৰ্মাৰ অতি প্ৰিয় ছাত্ৰ আছিল। Discipline, hardwork and punctuality—এই তিনিটা গুণ থকাৰ কাৰণে তেখেতে উন্নতি কৰিছে। চেনীৰাম নাথৰ বাকী সন্তান কেইটিও উপযুক্ত।

এজন প্ৰখ্যাত শিক্ষাবিদ, বিচক্ষন বিচাৰক আৰু কলিকতা বিশ্ববিদ্যালয়ৰ অন্যতম উপাচাৰ্য্য আশুতোষ মুখাৰ্জীয়ে কৈছিল যে শিক্ষা বিস্তাৰ হ'লেহে ভাৰতৰ স্বাধীনতা সুগম হ ব। ১৮৫৭ চনত (চিপাহী বিদ্ৰোহৰ বছৰত) কলিকতা, মাদ্ৰাজ আৰু বোম্বেইত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হৈছিল। ফলত ভাৰতত শিক্ষাৰ বিস্তাৰ হ'ব ধৰে। আৰু জাতিৰ জনক মহামানৱ মহাত্মা গান্ধীৰ অহিংসা-নীতিৰে চলোৱা আন্দোলনৰ ফলত ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰত স্বাধীন হয়। চেনীৰাম নাথেও প্ৰত্যেক্ষ নাইবা পৰোক্ষ ভাবে ভাৰতৰ স্বাধীনতা আন্দোলনত যোগদান কৰিছিল।

তেখেত এজন প্ৰগতিশীল ব্যক্তি আছিল। সমাজৰ অন্ধ বিশ্বাস-বোৰ, কুসংস্কাৰবোৰ ধুই নিকা কৰিবলৈ চেষ্টা কৰিছিল।

তেখেত এগৰাকী আদৰ্শ শিক্ষক আছিল। গাঁও অঞ্চলৰ তুখীয়া পিছ পৰা কৃষকসকলৰ ল'ৰা-ছোৱালী সকলৰ মাজত শিক্ষা বিস্তাৰৰ বাবে তেখেতে ঘৰে ঘৰে গৈ ছাত্ৰ-ছাত্ৰী সংগ্ৰহ কৰি বিদ্যালয়লৈ লৈ আহিছিল। তেখেতে বিনা মূলীয়াকৈ ঘৰুৱা শিক্ষক হিচাপে ছাত্ৰ-ছাত্ৰীক শিক্ষা দি শিক্ষাৰ প্ৰতি ছাত্ৰ ছাত্ৰীৰ আগ্ৰহ বঢ়াইছিল। গাঁৱৰ কে'বাজনো ছাত্ৰই তেখেতৰ চেষ্টাতে পিছৰ কালত বিভিন্ন ক্ষেত্ৰত নাম কৰিব পাৰিছিল। তেখেত সমাজৰ লগত ওতঃ-প্ৰোত ভাবে জড়িত আছিল আৰু ৰাজাপুখুৰী সত্ৰৰ সত্ৰাধিকাৰ ৺ভুৱনেশ্বৰ গোস্বামীৰ সৈতে লগ লাগি গাঁৱৰ বিভিন্ন উন্নয়নমূলক কাম কৰিছিল, তথা সমাজত শান্তি আৰু সম্প্ৰীতি স্থাপনৰ বাবে গাঁৱৰ বিচাৰ গাঁৱতে কৰি সকলোৰে সমাদৰ লাভ কৰিছিল। এনে এগৰাকী আদৰ্শ শিক্ষকৰ কৰ্মৰত অৱস্থাত অকাল মৃত্যুৱে গাঁও আৰু অঞ্চলৰ অপূৰণীয় ক্ষতি সাধন কৰিছিল। এই আদৰ্শ শিক্ষক জনলৈ আমাৰ শ্ৰদ্ধাঞ্জলী যাচিলোঁ।



## সুবক্তা—থানেশ্বৰ গোস্বামী

ইং ১৯৩৭ চনত পলাশবাৰী থানাৰ অন্তৰ্গত ভাগৱতী পাৰাত (গ'াৱত) থানেশ্বৰ গোস্বামীৰ জন্ম হয়। তেওঁৰ পিতৃ আছিল ৰমাকান্ত গোস্বামী এজন সৎ আৰু সাধু লোক। তেওঁ এজন আদৰ্শ গৃহস্থ। মাতৃ আছিল পদ্মাৱতী দেৱী—এজনী আদৰ্শ গৃহিনী। তেখেতসকলৰ ৫ জন পুত্ৰ:

১) শ্ৰীৰত্নেশ্বৰ গোস্বামী, এম, কম।

২) ৺বাণেশ্বৰ গোস্বামী, এম, এ (ইংৰাজী)

৩) ৺থানেশ্বৰ গোস্বামী, বি, এ

৪) শ্ৰীখগেন গোস্বামী, বি, এছ, চি।

৫ শ্ৰীবলেন গোস্বামী,

শ্ৰীৰত্নেশ্বৰ গোস্বামী এজন মেধাৱী ছাত্ৰ আছিল। বাম-পুৰ এম, ই, স্কুলত পঢ়োতে প্ৰয়াত ইংৰাজী শিক্ষক কবি শৰ্মাৰ প্ৰিয় ছাত্ৰ আছিল। পলাশবাৰী আৰ, বি, হাইস্কুলত পঢ়োতে ভাৰতৰ আগশাৰীৰ শিক্ষাবিদ অবলা কান্ত গোস্বামীৰ প্ৰিয় ছাত্ৰ আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়োতেও জগৎ বিখ্যাত জনকৃষ্টিৰ সাধক ইংৰাজীৰ এম, এ ড° প্ৰফুল্ল দত্ত গোস্বামীৰ প্ৰিয় ছাত্ৰ আছিল। ভাৰতীয় ৰিজাৰ্ভ বেঙ্কত চাকৰি কৰিও তেওঁ পৰীক্ষাত ভাল ফল দেখুৱাইছিল। বেঙ্কৰ চাকৰি এৰি তেওঁ এচ, ডি, চি চাকৰিত যোগদান কৰে আৰু Diretor of Land acquisiton and reform হিচাবে অৱসৰ গ্ৰহণ কৰে। তেওঁ এজন সৎ সাহসী ব্যক্তি। তেওঁ এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ পক্ষপাতী। তেওঁ ভাবিচিন্তি কথা কয়, কাৰো অন্যায় নকৰে।

প্ৰয়াত বাণেশ্বৰ গোস্বামী এজন চোকা বুদ্ধিৰ ল'ৰা আছিল। তেওঁ এল, পি পৰীক্ষাত বৃত্তি লাভ কৰিছিল। ১৯৫৩ চনত

( নতুনকৈ স্থাপিত ৰামপুৰ হাইস্কুলৰ পৰা ) সংস্কৃতত "লেটাৰ" নম্বৰ পাই প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৫৫ চনত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই, এছ, চি পাছ কৰে। কটন কলেজৰ পৰা বি, এ আৰু ইংৰাজীত এম, এ পাছ কৰে।

গোস্বামীয়ে ৰামপুৰ হাইস্কুল, চিলঙৰ লাবান হাইস্কুলৰ শিক্ষক আছিল। হেকেৰা হাইস্কুলৰ আছিল প্ৰধান শিক্ষক। তেওঁ পলাশবাৰী আৰ বি উচ্চতৰ বহুমুখী বিদ্যালয়ৰ, পানবজাৰ ছোৱালী উচ্চতৰ বিদ্যালয়ৰ আৰু অসম ৰেলওৱে উচ্চতৰ বিদ্যালয় ( পানবজাৰ )ৰ অধ্যক্ষ আছিল। চাকৰি কৰি থাকোতে মৃত্যুৰ মুখত পৰে। গোস্বামী এজন কৃতী শিক্ষক আছিল। তেওঁৰ অসমীয়া, সস্কৃত আৰু ইংৰাজীত দখল আছিল। তেওঁ লিখা নোট বিলাক পঢ়িলে জানিব পাৰি তেওঁৰ পাণ্ডিত্যৰ কথা। তেওঁৰ লিখনীত অদৰকাৰী কথাৰ বিন্যাস নাই। শিক্ষক হিচাবে তেওঁ জয়ী হৈছিল।

এতিয়াও মনত পৰে ১৯৪২ চনত থানেশ্বৰ গোস্বামীয়ে ৰামপুৰ এল, পি, স্কুলত নাম লিখে। তেতিয়া ক-মানৰ শিক্ষক আছিল প্ৰয়াত ছায়াৰাম নাথ। লিখক গোস্বামীৰ সহপাঠী। গোস্বামী পঢ়াত চোকা আছিল। তেওঁ শিক্ষকক মুগ্ধ কৰিব পাৰিছিল। তেওঁ এল, পি, স্কুলত বৃত্তি লাভ কৰিছিল। ৰামপুৰ এম ভি স্কুলত পঢ়ি বৃত্তি লাভ কৰিছিল আৰু ১৯৫৫ চনত সংস্কৃতত লেটাৰ নম্বৰ পাই প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত পাছ কৰে। গোস্বামীয়ে ফুটবল খেলি, ভলীবল খেলি আনন্দ পাইছিল। স্কুলত হোৱা থিয়েটাৰত তেওঁ অভিনয় কৰিছিল। ৰামপুৰ হাইস্কুলৰ আলোচনীৰ সম্পাদক আছিল। তেওঁ আছিল স্কুলৰ সাধাৰণ সম্পাদক।

ৰামপুৰ হাইস্কুলত হোৱা Debate বোৰত থানেশ্বৰ গোস্বামীয়ে প্ৰাইজ পাইছিল। দক্ষিণ কামৰূপৰ স্কুল বিলাকৰ মাজত হোৱা

Debate বোৰত তেওঁ প্ৰাইজ পাইছিল। লৱাৰ আসাম টুৰ্ণামেণ্ট বিলাকতো তেওঁ Debate অ'ত প্ৰাইজ পাইছিল। মুঠতে তেওঁ এজন সু-বক্তা আছিল। আৰু এজন তেতিয়া ভাল বক্তা আছিল প্ৰয়াত ফণীন্দ্ৰদেৱ গোস্বামী। তেওঁ কটন কলেজৰ Debate বোৰতো প্ৰাইজ পাইছিল।

থানেশ্বৰ গোস্বামীয়ে ৰেলত চাকৰি কৰি বি বৰুৱা কলেজৰ পৰা বি, এ পাছ কৰে। ইয়াৰ পিছত তেওঁ গুৱাহাটী 'ৰিফাইনেৰীত একাউণ্ট বিভাগত যোগদান কৰে। তেওঁ ভালদৰে কাম কৰিছিল। কামত ফাঁকি-ফুকা নাছিল। তেওঁৰ কামত মানুহ সন্তুষ্ট হৈছিল। তেওঁ সমাজত নেতৃত্ব দিব পৰা ব্যক্তি আছিল। কামত সদায় আগ-ৰণুৱা আছিল।

তেওঁৰ পৰিবাৰ শ্ৰীমতী লাৱণ্য গোস্বামী। তেওঁলোকৰ ৬ জনী ছোৱালী। চাকৰি কৰি থকা অৱস্থাতে ১৯৮৭ চনৰ ২ জুন তাৰিখে গোস্বামীয়ে ইহলীলা ত্যাগ কৰে।

গোস্বামীয়ে ৰামপুৰ অঞ্চলৰ বিহু, দুৰ্গাপূজা, আদিত অংশ গ্ৰহণ কৰিছিল। তেওঁ ভাগৱতী পাৰাত অৱস্থিত মাধবদেৱ ছোৱালী হাইস্কুলৰ সম্পাদকো আছিল। তেওঁ এজন প্ৰগতিশীল ব্যক্তি আছিল। সমাজৰ কু-সংস্কাৰবোৰ, অন্ধবিশ্বাসবোৰ ধুই নিকা কৰিবলৈ চেষ্টা কৰিছিল। শ্ৰীখগেন গোস্বামী এজন গুৱাহাটী বিশ্বদ্যালয়ৰ ভূতত্ব বিভাগৰ চাকৰিয়াল আৰু শ্ৰীবলেন্দ্ৰ গোস্বামী এজন চৰকাৰী কৰ্মচাৰী।

প্ৰয়াত ৰমা গোস্বামী আৰু পদ্মাৱতী গোস্বামীৰ কে'বাজনো উপযুক্ত নাতি আৰু নাতিনী আছে।

তেওঁলোক হ'ল : –

নন্দিতা, বিকাশ, হৃদয়মণি, মানসমণি, গুলমণি, গীতিমা, ধৰিত্ৰী, নৱনীতা, বিনীতা, বৰ্ণালী, অপৰূপা, চন্দনা-আদি।



# সমাজ প্ৰিয় মৌজাদাৰ—হেম চৌধুৰী

গুৱাহাটীৰ পৰা ৩৭ কিঃ মিঃ পশ্চিমে দক্ষিণ কামৰূপৰ পলাশবাৰী থানাৰ অন্তৰ্গত জীয়াকুৰ গাঁও। দৰাবিলৰ পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় পথ, কুকুৰ মাৰাৰ পৰা প্ৰায় ১ কিঃ মিঃ উত্তৰে কুলু-কুলুকৈ মহাবাহু ব্ৰহ্মপুত্ৰ নদীলৈ বৈ যোৱা কলহী নৈৰ জীয়াত এই জীয়াকুৰ গাঁও। এই গাঁৱৰ পূবে ৫ কিঃ মিঃ জুৰি থকা দৰাবিলৰ পূবে অসমৰ আহোম ৰাজত্বত খন্দা বৃহৎ পুখুৰী, এই গাঁৱৰ উত্তৰে ৩ কিঃ মিঃ আঁতৰত পৃথিৱীৰ অন্যতম নদী ব্ৰহ্মপুত্ৰ (২৮৮০ কিঃ মিঃ)। বসন্ত কালত এই গাঁৱৰ চাৰিও পিনে থকা সেউজীয়া অনুপম সৌন্দৰ্য্য আৰু ভৰবাৰিষাৰ দৰাবিল আৰু কলহী নৈৰ দৃশ্য মোহলগা।

এই জীয়াকুৰ গাঁৱতে ১৯০৫ চনৰ ২৭ জুন বুধবাৰে হেম চৌধুৰীৰ জন্ম হৈছিল। তেখেতৰ দেউতাক সমাজ সেৱক মহিম চৌধুৰী। আৰু মাক তাৰা চৌধুৰী এজনী অতিথি পৰায়ণা মহিলা আছিল।

হেম চৌধুৰী সৰুৰে পৰা ধীৰ স্থিৰ প্ৰকৃতিৰ ল'ৰা আছিল। সৰুৰে পৰা তেখেত সত্যত বিশ্বাসী আছিল। গান্ধীৰ মতে সত্যই ভগৱান। লগৰীয়া সকলৰ মাজত প্ৰিয় আছিল। দেউতাক, মাক আৰু ওচৰতে থকা ধৰ্ম মন্দিৰটোৱে তেখেতক প্ৰভাৱিত কৰিছিল। আৰু চাৰিওফালৰ প্ৰাকৃতিক পৰিৱেশে তেখেতক উৎফুল্লিত কৰিছিল।

সেই সময়ত আজিৰ নিচিনা স্কুল কলেজৰ সুবিধা নাছিল। এল, পি বা এম, ভি পাছ কৰিলেই যথেষ্ট শিক্ষিত বুলি সমাজে গণ্য কৰিছিল। চৌধুৰীদেৱে হাইস্কুলৰ শেষৰ শ্ৰেণীলৈ পঢ়িছিল।

চৌধুৰীদেৱে প্ৰত্যক্ষ নাইবা পৰোক্ষ ভাবে ভাৰতৰ স্বাধীনতা আন্দোলত যোগদান কৰিছিল। সেই সময়ত মানুহে ত্যাগ কৰি

আনন্দ পাইছিল। তেওঁ হাড়ে-হিমজুৰে গান্ধীবাদী আছিল। ত্যাগ উপভোগতকৈ মিঠা সেই কাৰণে ধৰ্মৰাজে ( যুধিষ্ঠিৰে ) মহাস্বৰ্গ সুখকো শেষত পদাঘাত কৰিছিল। পৰাধীন ভাৰতত তেখেতসকলে ভাবিছিল যে দেশ স্বাধীন হ'লে মানুহে সুখেৰে শান্তিৰে দুবেলা খাব পাৰিব। কিন্তু দেশ স্বাধীন হোৱাৰ পিছত দেখিলে যে মানুহে ত্যাগৰ কথা পাহৰিলে। জাতিৰ পিতা মহাত্মা গান্ধীৰ বাণী "বিদেশী বস্তু বৰ্জন আৰু স্বদেশী বস্তু গ্ৰহণ" পাহৰিলে। ক্ষমতা পোৱা সকলে কেৱল নিজৰ স্বাৰ্থৰ কথা চিন্তা কৰিব ধৰিলে। নৈতিক অধঃপতন আৰম্ভ হ'ল। মানুহে অন্যায় কৰি টকা ঘটিব ধৰিলে। ধনীবিলাক বেছি ধনী হ'ল আৰু দুখীয়া বিলাক আৰু বেছি দুখীয়া হ'ল। ফলত সমাজত অশান্তিৰ ধুমুহা ব'ব ধৰিলে। ই দেশৰ কাৰণে শুভ লক্ষণ নহয়।

কৰ্মই প্ৰকৃত ধৰ্ম। এই কথা মানুহে পাহৰিব ধৰিলে। কৰ্মই চিৰন্তন, শাশ্বত আৰু সনাতন।

চৌধুৰীদেৱে ইচ্ছা কৰাহেঁতেন তেখেতৰ শিক্ষাৰে এটা চাকৰি জোগাৰ কৰি ল'ব পাৰিলেহেতেন; কিন্তু তেখেতে স্বাধীন ব্যৱসায়, খেতি-বাতি চলাই আৰু সাতাম পুৰুষীয়া মৌজাখনি পৰিচালনা কৰি জীৱন যাপন কৰিবলৈ ঠিক কৰিলে। তেখেতৰ দেউতাকৰ দিনৰ যথেষ্ট মাটি বাৰী আছিল।

হেম চৌধুৰীদেৱৰ ডুবজেনি, জাৰাবাৰী বামুনি গাঁও, শিয়াল মাৰাৰ চকত ( বৰতাৰি আদিত পাম বা বাহাৰ ( খেতিকৰা ) আছিল )। তেখেতৰ কুকুৰমাৰা আৰু গুৱাহাটীৰ ভৰলু মুখতো মাটি আছিল আৰু আছে।

ছয়গাঁও, পলাশবাৰী, ৰামপুৰ আদি অঞ্চলত মানুহে চৌধুৰীদেৱক "মৌজাদাৰ" বুলি মাতে।

ইংৰাজী ১৯২৮ চনত চৌধুৰীদেৱৰ বৰতেজপুৰৰ বিজয় মহাজনৰ ( দাস ) আৰু খৰিকা দাসৰ ১১ বছৰীয়া কন্যা শ্ৰীমতী ঠাগুা দাসৰ লগত বিয়া হৈছিল। শ্ৰীমতী দাসে ( চৌধুৰী ) স্কুলত

পঢ়িছিল যদিও সেই সময়ত ছোৱালী স্কুলত পঢ়িলে সমাজে বেয়া পাইছিল।

তেখেতসকলৰ ৭ টি সন্তান। ল'ৰা তিনিজন আৰু ছোৱালী ৪ জনী। সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত। তেখেতসকলৰ কে'বাজনো উপযুক্ত নাতি-নাতিনী আছে।

চৌধুৰীদেৱে ৭।৮ জন বনুৱা ৰাখি ৬।৭ হাল গৰুৰে খেতি বাতি কৰাইছিল। গাখীৰৰ কাৰণে ক্ষীৰতী গাইগৰু কে'বাজনীও আছিল। তেখেতৰ হাতী, ঘোঁৰা, ম'হ আদিও আছিল। খাদ্য বস্তু যেনে-ধান, সৰিয়হ, কুহিয়াৰ, আলু, পিয়াজ নানা ধৰণৰ শাক-পাচলি, নানা ধৰণৰ ফল-মূল আদিৰে তেখেতৰ ঘৰ উভৈ-নদী হৈ আছিল। তেখেতৰ মাছৰ পুখুৰীও আছিল। বাৰিষাৰ দিনত নাওলাতে (পদূলিতে) থকা নৈ আৰু বিলত "লাইট" জ্বলাই মাছ ধৰা তেখেতৰ এটা ডাঙৰ চখ আছিল। সেই মাছ কুৰমা-কুটুম্বকো ভগাইছিল। ৰামপুৰৰ নদীয়াল পাৰাৰ কেইজন মান মাছ মৰীয়াই কথাই কথাই এই লিখকক ক'লে যে মৌজাদাৰে (হেম চৌধুৰী) সিহঁততকৈ ভালদৰে মাছ ধৰিব জানে।

চৌধুৰীদেৱে খেতি পথাৰ চাবলৈ যাওঁতে হাতী-ঘোঁৰা ব্যৱহাৰ কৰিছিল। সেই সময়ত বাট পথ উন্নত নাছিল। মানুহে পানী পথ বেছিকৈ ব্যৱহাৰ কৰিছিল। তেখেতে পানী পথত হাতী, আৰু পানী নথকা পথত ঘোঁৰা ব্যৱহাৰ কৰিছিল।

সেই সময়ত কাঠৰ কাৰণে বিখ্যাত আছিল কুকুৰ মাৰা, পলাশবাৰী নহয়। কুকুৰ মাৰাত সেই সময়ত বুধবাৰে আৰু ৰবিবাৰে ডাঙৰ বজাৰ হৈছিল। সেই সময়ত ফৰেষ্ট ইউটি-ল্যাইজেচন কোম্পানী লিমিটেদৰ হেড আছিল কুকুৰ মাৰাত। মুঠতে কুকুৰ মাৰা সেই সময়ত অসমৰ এখন বিখ্যাত ঠাই আছিল।

চৌধুৰীদেৱে শিক্ষাত যথেষ্ট গুৰুত্ব দিছিল। শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। তেখেতে স্ত্ৰী শিক্ষাক গুৰুত্ব দিছিল। কাৰণ ল'ৰা-ছোৱালী উভয়ে শিক্ষিত হ'লেহে সমাজৰ সৰ্ব্বাঙ্গীন উন্নতি সম্ভৱ হ'ব পাৰে। যি দেশে নাৰীক সন্মান কৰা নাই, সেই দেশ কেতিয়াও ডাঙৰ হোৱা নাই আৰু ভবিষ্যতেও ডাঙৰ হ'ব নোৱাৰে।

চৌধুৰীদেৱৰ এখন পানী মটৰ, এখন হাৱা গাড়ী, কে'বাখনো নাওঁ আৰু এখন খেল নাওঁও আছিল। সেই সময়ত জীয়াকুৰ আৰু কুকুৰমাৰাৰ মাজত ভাল পথ নাছিল। তেখেতসকলে নাৱেৰে কুকুৰমাৰালৈ আহিছিল। ওটোৱাৰ দিনা (দুৰ্গা পূজাৰ দশমীৰ দিনা) কুকুৰমাৰাত হাজাৰ হাজাৰ মানুহৰ সমাগম হৈ মানুহৰ সাগৰ হৈছিল। তেতিয়া কলহী নৈখন দ আছিল। সোঁত আছিল প্ৰবল। বৃটিছৰ দিনত তৈয়াৰ কৰা লোৰ দলং-খনৰ তলেৰে নাওঁ পাৰ কৰা কঠিন আছিল। ওটোৱাৰ দিনা নাওঁ খেল হৈছিল—আজিও হৈ আছে তাত চৌধুৰীৰ নাওঁৱেও যোগদান কৰিছিল।

ৰামপুৰৰ দৰবিল পথাৰত আজিৰ পৰা প্ৰায় ৭০ বছৰ মান আগৰে পৰা প্ৰতি বছৰে সাত বহাগৰ দিনা শক্তি মেলা হৈছিল আৰু হয়। অৱশ্যে আগৰ তুলনাত এই উৎসৱ কমিছে। ইয়াত হাতী যুঁজ, হাতী দৌৰ, ঘোঁৰা দৌৰ, মহ যুঁজ, মানুহৰ দৌৰ, হাডু-গুডু, ৰচি টনা খেলা, চকুত কাপোৰ বান্ধি টিনত কোবোৱা আদি খেলা হৈছিল। তাত চৌধুৰীদেৱৰ হাতী, ঘোঁৰা আৰু ম'হেও অংশ গ্ৰহণ কৰিছিল। সেই সময়ত মুইহ (ম'হ) খলিৰ সৰিত, (সুৰৱিত) যথেষ্ট গুৰুত্ব দিছিল।

চৌধুৰীদেৱৰ কৰ্মত বিশ্বাস আছিল। তেখেতৰ আচাৰ-ব্যৱহাৰ মধুৰ আছিল। "আপোনাৰ ব্যৱহাৰেই আপোনাৰ পৰিচয়।" তেওঁ কথাৰে আৰু কামেৰে মানুহৰ মন জয় কৰিব পাৰিছিল।

দান-দক্ষিণা দি, অতিথি শুশ্ৰূষা কৰি আনন্দ পাইছিল।

তেখেতৰ চকুৰ ভাল নজৰ আছিল। তেখেতে কাঠত সুন্দৰকৈ ফুল কাটিব জানিছিল, হাতীৰ দাঁতৰ পৰা নেকলেচ বনাব পাৰিছিল। বাঁহ-বেতৰ পৰা বঢ়িয়া লাঠি তৈয়াৰ কৰিব পাৰিছিল। মানুহে তেওঁক এজন সৎ সাধু, পৰোপকাৰী লোক বুলি জানিছিল। 'ইলেকচন' খেলিলে তেখেত সদায় জয়ী হৈছিল। তেখেতে উপদেশতকৈ আহি বেছি ভাল পাইছিল।

১৯৮০ চনৰ ৯জুলাই বুধবাৰে তেখেত চিৰদিনৰ কাৰণে আমাৰ মাজৰ পৰা আঁতৰি যায়।

মৃত্যুৰ পিছত তেখেতৰ আদৰ্শ পত্নী শ্ৰীমতী ঠাগু চৌধুৰীয়ে স্বামীক অমৰ কৰি ৰাখিবলৈ তেখেতৰ জীয়াকুৰত থকা সমস্ত ঘৰ-বাৰী, গছ-গছনি, পুখুৰী আদি "হেম চৌধুৰী ছোৱালী হাইস্কুল"লৈ দান দি ৰাইজক সমজাই দিয়ে। ই এক মহান ত্যাগৰ চানেকি। চৌধুৰী আৰু তেওঁৰ পৰিয়াল অমৰ হওক। চৌধুৰীদেৱৰ অমৰ আত্মাই চিৰ শান্তি লাভ কৰক।



# সুদক্ষ পৰিচালক, নৃত্যবিদ আৰু সুৰবিদ—
# সূৰ্য্য কান্ত শৰ্মা (ঠাকুৰ)

জাতিৰ জীৱনত সময়ে সময়ে এনে একোজন মানুহৰ আবিৰ্ভাৱ হয়, যাৰ ধ্যান-ধাৰণা, কৰ্ম চিন্তা উৎসৰ্গীকৃত হয় দেশ আৰু জাতিৰ কল্যাণৰ অৰ্থে। এনে একন গুণী পুৰুষ হৈছে প্ৰয়াত সূৰ্য্য ঠাকুৰ। উঠি অহা ল'ৰা-ছোৱালীসকলে যাতে তেখেতৰ বিষয়ে কিছু কথা জানিব পাৰে সেই উদ্দেশ্যে এই জীৱনী লিখাৰ আয়োজন :

ইংৰাজী ১৯০৩ চনত পলশবাৰী থানাৰ অন্তৰ্গত আমোদপুৰ গাঁৱত সূৰ্য্য কান্ত শৰ্মাৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল সন্ধ্যা শৰ্মা আৰু মাতৃ আছিল সাজোৱালা দেৱী।

তেখেতে এম্. ভি পৰীক্ষাত উত্তীৰ্ণ হৈছিল আৰু জগত বিখ্যাত পাট আৰু মুগাৰ কাপোৰৰ কেন্দ্ৰ শুৱাল কুছিৰ ওচৰতে থকা বামুন্দি গাঁৱৰ পৰা সংস্কৃতত 'মধ্যপাঞ্চ' পাছ কৰিছিল।

তেখেত সকৰে পৰা ধীৰ স্থিৰ আৰু সমাজ প্ৰিয় আছিল। তেখেতৰ সংগীত, নৃত্য আদিৰ প্ৰতি সকৰে পৰা নিচা আছিল।

অসমৰ সকলোৰে জ্ঞাত প্ৰয়াত ব্ৰজ শৰ্মা আৰু চন্দ্ৰ চৌধুৰীৰ তত্বাবধানত তেখেতে অভিনয়, নৃত্য, সংগীত আদিত শিকনি লয়। উক্ত বিষয় বিলাকত ঠাকুৰৰ আগ্ৰহ থকাৰ কাৰণে সহজে সেইবিলাক আয়ত্ব কৰিবলৈ সমৰ্থবান হৈছিল। ইয়াৰ পিছত তেখেতে নিজৰ গাঁও আমোদপুৰলৈ আহে আৰু "গোপী নাথ অপেৰা" নাটৰ পাতনি মেলে।

সেই সময়ত অসমত বঙালী নাটক চলিছিল। তেখেতে বঙালী নাটক অসমীয়ালৈ অনুবাদ কৰিব ধৰিলে। তেখেত এজন ভাল অনুবাদকো আছিল।

সংস্কৃত আৰু অসমীয়া ভাষাত দখল থকাৰ কাৰণে নাটকৰ প্ৰতি আগ্ৰহ থকাৰ কাৰণে তেখেতৰ অনুবাদ কাৰ্য্য সহজ হৈ পৰে। তেখেতে ৰামপুৰ অঞ্চলত এটা নাটকৰ পৰিবেশ সৃষ্টি কৰিব ধৰে।

পৰিবেশ হৈছে নীৰব শিক্ষক। পৰিবেশ দূষিত হ'লে সংস্কৃতিত ব্যাঘাত জন্মে। নাট, সংগীত, নৃত্য সংস্কৃতিৰ এটা অংশ। (Culture is a Stage of Cultivation of human refinement) ই আমাক মগজুৰ খাদ্য জোগায়।

সেই সময়ত ৰামপুৰৰ স্কুলীয়া ছাত্ৰ শ্ৰীউমেশ চন্দ্ৰ দত্ত (পুলিচ অফিচাৰ), পূৰ্ণ চন্দ্ৰ মজুমদাৰ, (অধ্যাপক চিনেমা পৰিচালক ভবেন দাস, শ্ৰী ফণী ঠাকুৰীয়া ( সমাজ সেৱক ), ৺বলেন্দ্ৰ দেৱ গোস্বামী ( ৰামপুৰ হাইস্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক ), বীৰেন দাস ( বিশিষ্ট অভিনেতা ), ৰাজেন দাস ( বিশিষ্ট অভিনেতা ), উমা কলিতা আদিয়ে তেওঁৰ পৰা থিয়েটাৰ কৰিবলৈ উদগনি পায়।

গোৱালপাৰাৰ পৰা আৰম্ভ কৰি দক্ষিণ কামৰূপৰ ভালে-মান অঞ্চলত যাত্ৰা পাৰ্টিৰ পৰিচালক আৰু প্ৰশিক্ষক আছিল। ৺বলেন্দ্ৰদেৱ গোস্বামীৰ তত্বাবধানত "দি চাউথ কামৰূপ অপেৰা পাৰ্টি" গঠন আৰু ভালেমান কালজয়ী নাট পৰিচালনাৰে অবিভক্ত কামৰূপ জিলাত সুখ্যাতি অৰ্জন কৰে।

৺ঠাকুৰদেৱ এজন দক্ষ পৰিচালক, নৃত্যবিদ আৰু সুৰ-শিল্পী আছিল।

ৰামায়ণ বা মহাভাৰত পঢ়ি আমি সহজে বুজি নাপাওঁ, কিন্তু ৰামায়ণ আৰু মহাভাৰত টি ভিত চাই সহজে বুজি পালো। সমাজক জাগৰিত কৰিবলৈ, সমাজক চেতনা দিবলৈ নাট অতি

দৰ্কাৰী মাধ্যম। সেই কাৰণে বোধহয় মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱেও সমাজক সচেতন কৰিবলৈ নাটকৰ আশ্ৰয় লৈছিল।

আজিৰ দৰে সেই সময়ত অসমত যান-বাহন নাছিল। মানুহে ৰাতি অহা যোৱা কৰা সম্ভব নাছিল। সেই কাৰণে সেই সময়ত নাটক ৰাতি প্ৰায় ১ টা মান বজাত আৰম্ভ কৰিছিল আৰু পোহৰ হোৱালৈকে নাট চলিছিল। ৰাতি নাট শেষ হ'লেও মানুহ ঘৰলৈ উভতি যাব নোৱাৰিছিল। বিশেষকৈ বনৰীয়া বাঘ, ভালুক আদি জন্তুৰ কাৰণে।

সেই সময়ত ছোৱালীক অভিনয় কৰিবলৈ অভিভাৱকে নিদিছিল। ল'ৰাই ছোৱালীৰ পোছাক পিন্ধি পাৰ্ট কৈছিল। সময়ৰ লগে লগে সেই কথা আঁতৰিল। সময়ৰ লগে লগে পৰিবৰ্তন আহে আৰু আমি পৰিবৰ্তনৰ লগত খাপ খাই চলিব লাগে। নাটক, নৃত্য-গীত সকলো সমাজত খাপ খাব লাগে।

সূৰ্য্য ঠাকুৰ এজন সৎলোক আছিল। তেখেতে ধুতি পাঞ্জাবী পিন্ধিছিল। মূৰত মাৰিছিল সুন্দৰ পাগুৰি। তেওঁ এজন আছিল মুখিয়াল লোক। তেখেতে নাটক কৰি, থিয়েটাৰ কৰি, গীত গাই নিজেও আনন্দ পাইছিল আৰু আনৰ পৰাও প্ৰশংসা বুটলিছিল।

৬ মাৰ্চ ১৯৭৬ চনত কামৰূপ সাহিত্য সভাৰ ৭ ম বাৰ্ষিক অধিশেনত এই জনা খ্যাতনামা শিল্পীক অভিনন্দন জনাইছিল।

২১ ফেব্ৰুৱাৰী ১৯৮১ চনত পলাশবাৰী সাহিত্যসভাই অভি-নেতা, সুদক্ষ সঙ্গীত নাট পৰিচালক, প্ৰযোজক, নাট্যকাৰ, অনুবাদক ঠাকুৰদেৱক অভিনন্দন জনাই মান পত্ৰ দিয়ে মায়াৰাম দাস ভাওৰীয়াই ( মিজ'া )।

ঠাকুৰদেৱৰ পৰিবাৰৰ নাম শ্ৰীমতী অঞ্জনা দেৱী। তেওঁ-লোকৰ সন্তান ৯ টি ল'ৰা ৫ জন আৰু ছোৱালী ৪ জনী।

ল'ৰা কেইজন হ'ল—

শ্ৰীঅনিল শৰ্মা, বি, এ।

শ্ৰীপ্ৰণৱ শৰ্মা।

শ্ৰীদীনেশ শৰ্মা।

শ্ৰীজগদীশ শৰ্মা, বি, এছ, চি।

শ্ৰীউৎপল শৰ্মা, বি, এ।

ছোৱালী কেইজনী হ'ল—

শ্ৰীমতী নলিনী শৰ্মা।

শ্ৰীমতী প্ৰমিলা শৰ্মা।

শ্ৰীমতী ফুলু শৰ্মা।

শ্ৰীমতী বিনু শৰ্মা।

সকলোটি সন্তান উপযুক্ত আৰু বিবাহিত।

১৯০৮ চনৰ ২৮ আহাৰত সূৰ্য্য ঠাকুৰদেৱে ইহলীলা ত্যাগ কৰে। তেখেতৰ মৃত্যুত সমাজৰ এটা অপূৰণীয় ক্ষতি হ'ল। তেখেতৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ।



# পূৰ্ণচন্দ্ৰ অধিকাৰী চাৰৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি ঃ

## শ্ৰীভবানী প্ৰসাদ গোস্বামী

গুৱাহাটীৰ ভোলানাথ বৰুৱা কলেজৰ ইংৰাজীৰ
প্ৰাক্তন মূৰব্বী অধ্যাপক।

ছয়গাঁও হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱৰ স্মৃতিগ্ৰন্থত অতীত স্মৃতি ৰোমন্থন কৰোঁতে মোৰ মাত্ৰ এজন ব্যক্তিৰ কথা বাৰে বাৰে মনলৈ আহিছে। এই উৎসৱত আমাৰ যেনে লাগিছে বোধহয় সেই ব্যক্তিজনা জীয়াই থকা হ'লে তেখেতৰো আনন্দৰ সীমা নাইকীয়া হ'লহেঁতেন। সেইবাবে স্মৃতি চাৰণ হিচাবে তেখেতৰ জীৱনী ৰাইজলৈ আগ বঢ়ালোঁ।।

সুদীৰ্ঘ ২৩ বছৰ কাল প্ৰধান শিক্ষক হিচাবে ছয়গাঁও হাইস্কুলত কাম কৰি শিক্ষাত অনগ্ৰসৰ অঞ্চল এটিক পোহৰলৈ আনি স্কুলখনক এখন লেখত লবলগীয়া স্কুলত পৰিণত কৰা তীক্ষ্ণ বুদ্ধি সম্পন্ন শিক্ষাবিদ পণ্ডিত ৺পূৰ্ণ চন্দ্ৰ অধিকাৰীদেৱ গৰীৱ পৰিয়াল এটাত ১৮৯৯ চনত জন্ম গ্ৰহণ কৰিছিল। পিতৃ ৺সদা ঠাকুৰ—ৰামচৰণ ঠাকুৰৰ বংশধৰ। অভিজাত কায়স্থ পৰিয়াল।

ছয়গাঁও চৰকাৰী মজলীয়া বিদ্যালয়ত শিক্ষা জীৱন আৰম্ভ কৰি তীক্ষ্ণ বুদ্ধিৰ প্ৰকাশেৰে বৃত্তি লৈ গুৱাহাটীৰ সোণাৰাম হাইস্কুলত বিদ্যালাভ কৰে। প্ৰৱেশিকা পৰীক্ষাত ভাল ফলাফল দেখুৱাই বৃত্তিলাভ কৰে। আৰু কটন কলেজত উচ্চ শিক্ষা লাভ কৰে। বি, এ মহলাত অধ্যয়ন কৰোঁতে তেখেতে ইংৰাজীত অনাৰ্চ লোৱাৰ উপৰিও অংক আৰু দৰ্শন বিষয় অধ্যয়ন কৰিছিল। আৰ্থিক অসুবিধা আৰু আন কিছুমান অসুবিধাৰ বাবে শেষ পৰীক্ষাত তেখেতে অনাৰ্চ পৰীক্ষা নিদি সাধাৰণ ভাবে বি, এ

পৰীক্ষা দি উত্তীৰ্ণ হৈ চাকৰিৰ সন্ধানত ঘূৰিব লগা হৈছিল। চিলঙত তেখেতে সচিবালয়ৰ শিক্ষা বিভাগ আৰু পুলিচ বিভাগত কেৰাণীৰ চাকৰি কৰিছিল।

শিক্ষকতাৰ আৰম্ভণি—১৯৩১ চনৰ ১০ আগষ্ট তাৰিখে অধিকাৰীদেৱে কামৰূপ একাডেমীত সহকাৰী শিক্ষক হিচাবে যোগদান কৰে। তাৰ আগতেই তেখেতে চিলঙৰ চাকৰি ইস্তফা দি গুৱাহাটীলৈ আহে। কামৰূপ একাডেমীত ওপৰ মহলাত ইংৰাজী, অংক আৰু বুৰঞ্জী শিকাইছিল। শিক্ষাদানৰ সময়ত তেখেতে বিষয়টোৰ মাজলৈ এনেভাবে সোমাই পৰিছিল যে ছাত্ৰ-ছাত্ৰীয়ে তেখেতৰ শ্ৰেণীত মনোযোগ দিবলৈ বাধ্য হৈছিল আৰু সেই বাবেই ছাত্ৰ সমাজত তেওঁ প্ৰিয়তম শিক্ষকৰূপে পৰিগণিত হৈছিল। তাত পাঁচ বছৰ চাকৰি কৰাৰ পিছত ১৯৩৫ চনত তেওঁ পলাশবাৰী আৰ, বি, হাইস্কুললৈ আহিছিল। বহুতো ছাত্ৰ আৰু অভিভাৱকৰ বাধা স্বত্বেও তেওঁ আৰ, বি, হাইস্কুললৈ আহিবলগীয়া হৈছিল, আন এগৰাকী কৃতী শিক্ষক শ্ৰীঅৰুণা কান্ত গোস্বামীৰ সান্নিধ্য লাভৰবাবে। এই দুগৰাকী শিক্ষকৰ সান্নিধ্য আৰ, বি, হাইস্কুলত যেন মণি-কাঞ্চনৰহে সংযোগ ঘটিছিল। দুয়োগৰাকী শিক্ষকেই যি কোনো বিষয় আঁৰ নলগাকৈ পঢ়ুৱাব পাৰিছিল। দুয়ো দুয়োৰে প্ৰতি অপৰিসীম শ্ৰদ্ধা আৰু বিশ্বাস আছিল।

১৯৪১ চনত অধিকাৰীদেৱ ছয়গাঁও হাইস্কুললৈ অস্থায়ী প্ৰধান শিক্ষক হিচাবে আহিছিল। তাৰ পিছতে ১৯৪৫ চনত ছয়গাঁও হাইস্কুলৰ স্থায়ী প্ৰধান শিক্ষক হিচাবে তেওঁ নিযুক্তি লাভ কৰিছিল। অধিকাৰীদেৱ অহাৰ আগলৈকে ছয়গাঁও হাইস্কুলৰ প্ৰবেশিকা পৰীক্ষাৰ উত্তীৰ্ণৰ হাৰ নিম্ন পৰ্য্যায়ৰ আছিল। কিন্তু তেখেতৰ সুদক্ষ প্ৰশাসন আৰু শিক্ষা প্ৰণালীৰ সু-সংস্কাৰৰ ফলত ছয়াগাঁও হাইস্কুলৰ প্ৰবেশিকা পৰীক্ষাৰ

ফলাফল উন্নতৰ পৰা উন্নত্তৰমুখী হৈছিল। মূলতঃ অধিকাৰীদেৱ প্ৰকৃততে এগৰাকী সুনিপুণ প্ৰশাসক আছিল। অসাধাৰণ ব্যক্তিত্ব সম্পন্ন এই গৰাকী হেড্‌মাষ্টৰৰ সন্মুখত কোনেও মুখতুলি, দন্তালি কৰি কথা ক'ব নোৱাৰিছিল। সেই বুলি তেওঁ কোনো শিক্ষককে বেয়া ব্যৱহাৰো নকৰিছিল। কিন্তু তেওঁৰ সু-চতুৰ বাক্যবাণ, বিদ্ৰূপ আৰু কৌতুক-মিশ্ৰিত বাক্‌চাতুৰ্য্যৰ দ্বাৰা প্ৰতিজন শিক্ষক প্ৰভাবান্বিত হৈছিল আৰু তেওঁৰ ইঙ্গিতত পৰিচালিত হ'বলৈ বাধ্য হৈছিল। ধেমালিৰ চলেৰেই স্কুলৰ বহুতো প্ৰশাসনীয় কাম-কাজ তেওঁ নিয়াৰিকৈ সম্পন্ন কৰিছিল। শিক্ষক গোটৰ মাজত শিক্ষনীয় বিষয়ৰ নানা ধৰণৰ সমস্যা আনি শিক্ষকৰ জিৰণি কোঠাত তেওঁলোকক সমাধান কৰিবলৈ দিয়াৰ লগতে নিজেও তাত যোগদান কৰিছিল। প্ৰতি শনিবাৰে শিক্ষক সকল আৰু দশম মান শ্ৰেণীৰ ছাত্ৰসকলক লৈ তেওঁ পাঠদানৰ মুকলি চ'ৰা পাতিছিল। তাত এগৰাকী শিক্ষকক কিবা এটা বিষয় শিকাবলৈ দি ছাত্ৰ শিক্ষক উভয়কে শিক্ষা গ্ৰহণ কৰাৰ সুবিধা দিছিল। আৰু নিজেও তাত অংশ গ্ৰহণ কৰিছিল। পিছৰ কালত কিবা অসুবিধাৰ অজুহাতত এই চ'ৰা আপোনা আপুনি বন্ধ হৈ যায়। ছয়গাঁও হাইস্কুললৈ গৈ ইমান কম সময়ৰ ভিতৰতে অধিকাৰী চাৰ কৃতকাৰ্য্য হোৱাৰ পৰিপ্ৰেক্ষিতত অৱশ্যে আৰু কেইগৰাকীমান আদৰ্শ-শিক্ষকৰ সহযোগিতাৰ কথা আমি স্মৰণ কৰিব লাগিব। তেওঁলোক আছিল সৰ্বশ্ৰী বঙ্কিম চন্দ্ৰ দাস, হেমচন্দ্ৰ চৌধুৰী, অনিল দাস, দেবেন চন্দ্ৰ কলিতা, দয়াৰাম কলিতা আৰু স্বৰ্গীয় গোবিন্দ ৰাম চৌধুৰী। এওঁলোকৰ বাহিৰেও স্বৰ্গীয় শ্যামদেৱ শৰ্মা, সিদ্ধেশ্বৰ কলিতা, মহেন্দ্ৰ চৌধুৰী, হৰিচৰণ ঠাকুৰীয়া, যোগেন চন্দ্ৰ দাস আদি শিক্ষকসকলৰ সহযোগ, অধিকাৰী চাৰৰ সুদক্ষ প্ৰশাসন তথা সু-শৈক্ষিক বাতাবৰণ সৃষ্টি কৰিব পৰাৰ বাবে এক অাপুৰুগীয়া সম্পদ স্বৰূপ আছিল।

গীতাৰ কৰ্মযোগত অগাধ বিশ্বাস থকা এই গৰাকী কৰ্ম-যোগীৰ ছয়গাঁও হাস্কুলৰ প্ৰতি অৱদান চিৰস্মৰণীয়। এগৰাকী অভিজ্ঞ কৃতী শিক্ষক হিচাবে অধিকাৰী চাৰ সঁচাকৈ অতুলনীয় আছিল। তেওঁ মোৰ গুৰুৰ গুৰু মহাগুৰু আছিল। মোৰ স্বৰ্গীয় পিতৃদেৱ কমলা কান্ত গোস্বামীও তেওঁৰেই ছাত্ৰ আছিল। অধিকাৰী চাৰে আমাক ইংৰাজী, ইতিহাস আদি শিকোৱাৰ উপৰিও নিৰ্দ্ধাৰিত শিক্ষকৰ অনুপস্থিতিত সংস্কৃত, ভূগোল আদি বিষয়বো শিক্ষাদান কৰিছিল। কেতিয়াবা অংকৰ শ্ৰেণীত ভুমুকি মাৰি আমাক কৈছিল –"মই এসময়ত ভাল অংকৰ শিক্ষক আছিলো। কিন্তু অনভ্যাসে হত বিদ্যা, তথাপিও মই প্ৰবেশিকা পৰীক্ষা পাছ কৰোৱাকৈ অংক শিকাব পাৰো, বুইছ"।

ইংৰাজী শ্ৰেণীত পাঠ কৰাৰ সময়ত আমাক এনেদৰে শিকাইছিল যে তেওঁৰ মুখেৰে নিঃসৃত হোৱা প্ৰতিটো শব্দ আৰু তাৰ বিভিন্ন ব্যৱহাৰ আমি আয়ত্ব কৰিবলৈ সক্ষম হৈছিলো। তেওঁৰ মুখেৰে ওলোৱা শব্দ আনকি বাক্য পৰ্য্যন্ত মই এতিয়াও পাহৰা নাই। হিয়া উবুৰিয়াই হৃদয়ৰ কথা কৈ ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰা পদ্ধতি আছিল তেওঁৰ স্বকীয় শিক্ষাদানৰ পদ্ধতি। ইংৰাজী পাঠদানৰ মাজত ছাত্ৰৰ অন্যমনস্কতা আঁতৰাবলৈ পাঠৰ লগত সংগতি ৰাখি বহুতো থুহুতীয়া গল্পৰ অৱতাৰণা কৰিছিল। বিশেষকৈ এই পদ্ধতিটোৰ বাবেই চাৰে শিকোৱা কোনো কথা-কেই আমি পাহৰিব পৰা নাছিলো। এগৰাকী আদৰ্শ-শিক্ষক হিচাবে ছাত্ৰ-ছাত্ৰীক উচ্চ আদৰ্শৰে অনুপ্ৰাণিত কৰাৰ উদ্দেশ্যে মাজে মাজে তেওঁ বহুতো নৈতিক জ্ঞান দিছিল। গীতা আৰু পঞ্চতন্ত্ৰৰ শ্লোক আওৰাই তাৰ ভাঙনি কৰি দিয়াৰ পিছত আমি সেই শ্লোকবোৰ পাহৰিব পৰা নাছিলো। তেওঁ যি বিষয়কেই শিকাইছিল সেই বিষয়বোৰৰ ভিতৰত নিজে সোমাই পৰি ছাত্ৰ-ছাত্ৰীৰ মনোযোগ আকৰ্ষণ কৰিব পাৰিছিল। ইংৰাজী আৰু

সংস্কৃত সাহিত্যৰ প্ৰতি মোৰ ধাউতি তেওঁৰেই অনুপ্ৰেৰণাৰ ফল। শিক্ষকতাকেই জীৱনৰ ব্ৰত হিচাবে গ্ৰহণ কৰি ছাত্ৰ-ছাত্ৰীকো তেওঁ ভাল শিক্ষক হ'বলৈ অনুপ্ৰাণিত কৰিছিল। এবাৰ কথা তেওঁ আমাক দঢ়াই কৈছিল—"শিক্ষক হ'বলৈ হ'লে শিক্ষণীয় বিষয়টোৰ ওপৰত সম্যক জ্ঞান লাভ কৰিহে শ্ৰেণীত পাঠদান দিবলৈ আগ্ৰহ কৰা উচিত।" তেখেতে প্ৰায়েই ছাত্ৰ-ছাত্ৰীবোৰক কৈছিল—"যি কোনো বিষয়ৰ শিক্ষা পদ্ধতি এটা সাধনা তথা তপস্যাৰ বস্তু।" সাধনা থাকিলেহে বিদ্যা আহৰণ সম্ভব হ'ব।"

গীত, বাদ্য, নাটক, খেল-ধেমালী আদিৰ প্ৰতিও অধিকাৰী চাৰৰ যথেষ্ট ৰাপ আছিল। এইবোৰ বিষয়ত ছাত্ৰ-ছাত্ৰীক উৎসহিত কৰাৰ উপৰিও শিক্ষক সকলোকো ভাগ ল'বলৈ অনুপ্ৰাণিত কৰিছিল। তেওঁ নিজে এজন ভাল বক্তাও আছিল। সভা-সমিতিবোৰত অধিকাৰী চাৰৰ উপস্থিতিয়ে সোণত সুৱগা চৰাইছিল। থুহুতীয়া গল্প ৰচনা কৰি তেওঁ আলোচনা চক্ৰত পাঠ কৰিছিল। তেওঁ নিজে এজন সমাজ-প্ৰিয় লোক আছিল, আৰু সমাজ সচেতন লোকক ৰৰভাল পাইছিল। ছয়গাঁৱৰ কংগ্ৰেছ অফিছত প্ৰতিদিনে গধূলিৰপৰা ৰাতি আঠ মান বজালৈ ছয়গাঁও অঞ্চলৰ সৰবৰহী লোকসকলৰ বৈঠক বহিছিল। উক্ত বৈঠকৰ নেতৃত্ব কৰিছিল অধিকাৰী চাৰে। নানান নতুন নতুন আলোচনা সমালোচনাৰ আঁত ধৰিছিল অধিকাৰী চাৰে। তেওঁক কেন্দ্ৰ কৰি ছয়গাঁও অঞ্চলৰ ডেকা-বুঢ়া অনেকলোকেই এই বৈঠকৰ পৰা উপকৃত হৈছিল আৰু পৰোক্ষভাবে হ'লেও শিক্ষা লাভ কৰিছিল। ৰাজনীতি, সমাজনীতি, ধেমেলীয়া গল্প আদি বহুতো বিষয়ে এই বৈঠকত ঠাই পাইছিল। সৰ্বশ্ৰী দয়াৰাম কলিতা, শৰৎ চন্দ্ৰ গোস্বামী ৺হৰিচৰণ ঠাকুৰীয়া, হৰেশ্বৰ সাউদ, থানেশ্বৰ দাস, লোহিত ডাকুৱা, ৺কমল কান্ত গোস্বামী, ৺মমত চন্দ্ৰ শালৈ, ৺হয়ৰান দাস, ৺কণ্ঠিৰাম দাস, ৺যোগেন অধিকাৰী, তুলসী দাস,

৺কমলা চৌধুৰী আদি বহুতো স্থায়ী সভ্যৰ নিচিনা। অস্থায়ী ভাবে আৰু বহুতেই এই বৈঠকত যোগদান কৰা আমি দেখা পাইছিলোঁ।

এগৰাকী ধৰ্মপ্ৰাণ ব্যক্তি হিচাবে ছয়গাঁৱত সাৰ্বজনীন ৰাসপূজাৰ প্ৰচলন কৰাৰ উপৰিও তেখেত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ জন্মোৎসৱ আদি অনুষ্ঠানবো প্ৰতিষ্ঠাতা আছিল। সেই বুলি তেখেত ধৰ্মান্ধ নাছিল আৰু ধৰ্মৰ গোড়ামীও ভাল নাপাইছিল। শিক্ষা দানেই বোধকৰো তেওঁৰ ধৰ্ম আছিল। ইংৰাজী ভাষাত পাণ্ডিত্য আহৰণ কৰি ইয়াৰ মৌৰস ছাত্ৰ-ছাত্ৰীৰ মাজত বিলাই দি তেওঁ আনন্দ লভিছিল। এসময়ত তেওঁ গৰমৰ বন্ধতো ল'ৰা-ছোৱালীক বিনা বেতনে ইংৰাজী পঢ়াইছিল। মোৰ মানত তেওঁ আছিল এজন মুনি। তেওঁ ধৌম্য আৰু মই উপমন্যু। এই সম্পৰ্ক গঢ়ি উঠিছিল? তেওঁ আৰু মোৰ মাজত। তেওঁৰ তলত কিছুদিন শিক্ষকতা কৰি তেওঁৰ বিষয়ে আৰু বেছিকৈ জানিবলৈ মই সক্ষম হৈছিলো। তেওঁৰ সঙ্গসুখ যে কি সুমধুৰ তাক তেওঁৰ লগত সদায় গধূলি পৰত উঠা বহা কৰা লোক সকলেহে ভালকৈ উপলব্ধি কৰিব পাৰিব।

এইখিনিতেই আন এটা উল্লেখযোগ্য কথা উল্লেখ নকৰিলে হয়তো দোষে চুব—স্কুলৰ সকলো কথাতে তেখেতৰ প্ৰথমদৃষ্টি অব্যাহত থকাৰ বাবে ল'ৰা-ছোৱালীবোৰৰ মাজত নিয়মানুবৰ্ত্তিতা আৰু বহুতো ভাল গুণৰ সমাবেশ হোৱা দেখা গৈছিল। আন যিয়েই নহওক সেই সময়ত ছাত্ৰ-ছাত্ৰী নৈতিক জ্ঞানৰ দিশৰ পৰা বৰ্ত্তমান কালৰ ছাত্ৰ-ছাত্ৰীতকৈ বহু ওপৰত আছিল যেন অনুমান হয়। স্কুল পৰিচালনা সমিতিৰ সভাপতি ৺প্ৰবীন চৌধুৰী আৰু চেক্ৰেটাৰী সূৰ্য্যকান্ত কলিতাৰ অধিকাৰী চাৰৰ ওপৰত এনেকুৱা অগাধ বিশ্বাস আছিল যে তেওঁৰ লগত আলোচনা নকৰাকৈ কোনো গুৰুত্বপূৰ্ণ সিদ্ধান্তকে কমিটিৰ সভাত গ্ৰহণ নকৰিছিল।

ঘৰুৱা জীৱনত অধিকাৰী চাৰ সম্পূৰ্ণ ভাবে গণতান্ত্ৰিক আছিল। তেওঁৰ নিজৰ ল'ৰা-ছোৱালী আৰু সহধৰ্মিনী- কাৰো ব্যক্তিগত স্বাধীনতাত হস্তক্ষেপ নকৰিছিল। নিজৰ ল'ৰা-ছোৱালী আৰু সহধৰ্মিনীৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস আছিল।

শ্ৰেণীত পাঠদানৰ সময়তো ছাত্ৰ-ছাত্ৰীৰ মন পাঠ্য পুথিৰ পৰা সাময়িক ভাৱে আঁতৰাবলৈ কেতিয়াবা তেওঁ ঘৰুৱা কথাৰ অৱতাৰণা কৰিছিল। হেনপেক্‌ড্‌ শব্দটো আমাক শিকাবলৈ তেওঁ স্বীকাৰ কৰিছিল যে তেওঁ নিজেও এগৰাকী henpecked husband আছিল। শব্দটো শিকাই তাৰ ব্যৱহাৰ কেনেদৰে হয় বাক্য সাজি বুজাই দিছিল। এটা শব্দ কিমান বেলেগ বেলেগ ৰূপত ব্যৱহাৰ কৰিব পাৰি সেইবোৰ ভালকৈ বুজাই দিছিল। কেতিয়াবা কেতিয়াবা অধিকাৰী চাৰে শ্ৰেণীৰ কোঠাটোকে নিজৰ থকা ঘৰটোৰ নিচিনাকৈ ঘৰুৱা কৰি পেলাইছিল। ঘৰুৱা ঠাঁচৰ কথাৰে নাটকৰ ভাও দিয়াৰ নিচিনাকৈ ঘৰৰ ল'ৰা-ছোৱালীক শিকোৱাৰ নিচিনাকৈ, মাজে মাজে ধৰ্ম শাস্ত্ৰৰ কথাকৈ যি এটা পবিত্ৰ ঘৰুৱা পৰিবেশৰ সৃষ্টি কৰিছিল, তাত ধূপ ধূনা আৰু প্ৰসাদৰ সুবাসিত গোন্ধৰ আৰ্হিৰ যেন সকলো সদাচাৰ আৰু ধৰ্ম পৰায়ণতাৰ সুমধুৰ গোন্ধ বিৰাজ কৰিছিল। অধিকাৰী চাৰৰ কথা মনত পৰিলে আৰু বহুতো কথাই মোৰ মনলৈ আহে। কিন্তু অনুভূতিৰ প্ৰৱণতাই প্ৰবন্ধৰ উদ্দেশ্য নাশ কৰাৰ সংশয় কৰি মোৰ নিজা অভিজ্ঞতাৰ কথাবোৰ ইয়াতেই সামৰি থলোঁ।

জীৱিত কালত অধিকাৰী চাৰৰ নাম-যশ অসমৰ চুকে কোণে বিয়পি নপৰিলেও তেওঁৰ ছাত্ৰ সকল যলৈকে গৈছিল তালৈকে তেখেতৰ গুণ আৰু গৰিমাও বিস্তৃত হৈছিল। বহুতেই (মই নিজেও) তেওঁক ইংৰাজী শব্দভাণ্ডাৰ বুলিয়েই চিনাকি দিছিল। অধিকাৰী চাৰ ৰাজনীতিতো বিচক্ষণ লোক আছিল। গীতাৰ শ্ৰীকৃষ্ণ আৰু ইতিহাসৰ চাণক্যই এই বিষয়ত তেওঁৰ

মনত গভীৰ ৰেখাপাত কৰিছিল যেন অনুমান হয় গীতাৰ কথা নাইবা চানক্যৰ কথা ওলালেই তেওঁ আপোন পাহৰাহৈ পাঠদানৰ শ্ৰেণীতেই বক্তৃতা দিবলৈ আৰম্ভ কৰিছিল। শ্ৰেণীতেই তেওঁ চাণক্যৰ প্ৰশংসাত গদ্ গদ্ হৈ আমাক কৈছিল যে তেওঁ চানক্যৰ অভিনয় কৰি দৰ্শকৰ পৰা প্ৰশংসা পাইছিল। সম, দান, দান্দা আৰু ভেদ চাণক্যৰ ৰাজনৈতিক মতবাদৰ খাই খুটা বুলি কোৱা মোৰ এতিয়াও মনত আছে।

এনেদৰেই অধিকাৰীচাৰে সুদীৰ্ঘ ২৩ বছৰে কাল ছয়গাঁও হাইস্কুলত হেড্‌মাষ্টৰৰ আসনখন শুবনি কৰি শিক্ষা-দীক্ষাত পিছ পৰি থকা ছয়গাঁও অঞ্চলত তথা গুৱাহাটী আৰু পলাশবাৰীতো শিক্ষাৰ পোহৰ বিলাইছিল। ষাঠী বছৰ বয়সত অৱসৰ নলৈ তেওঁ আৰু তিনি বছৰ extention লৈ শিক্ষাদানৰ কঠোৰ ব্ৰত পালন কৰিছিল। তাৰ পিছতো দহ বছৰ কাল নিজৰ ঘৰতে বিভিন্ন লৰা-ছোৱালীক ইংৰাজী পঢ়ুৱাই অনাবিল শান্তি লভিছিল।

'খিলংবিডাৰ' ১ম ভাগ আৰু ২য় ভাগ প্ৰণয়ন কৰি ইংৰাজী শিক্ষাদানৰ প্ৰতি থকা তেওঁৰ হেপাহ পূৰণ কৰিছিল। ধেমেলীয়া গল্প লিখি আলোচনা চক্ৰত পাঠ কৰিছিল। তেওঁৰ এটা চখ আছিল ভাল খোৱা আৰু বনভোজ পাতি ৰং-তামোছা কৰা। এইজনা মহানব্যক্তি আৰু আদৰ্শ শিক্ষকক যোৱা ২০।২।৮৭ তাৰিখে দিনৰ ১০ বজাত মহাকালে সংহাৰ কৰিলে। তেওঁ আজি আমাৰ মাজত নহলেও তেওঁৰ শত-সহস্ৰ শিষ্য-প্ৰশিষ্য আৰু হাজৰ হাজেৰেই তেওঁ যেন যুগ যুগ জীয়াই থাকিব।

ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ
বৈ গ'ল অৱশেষ অমিয়া ঝংকাৰ।



## ৰামপুৰৰ প্ৰথমজন অধ্যাপক—
## পূৰ্ণ চন্দ্ৰ মজুমদাৰ

ইংৰাজী ১৯২০ চনত পলাশবাৰী থানাৰ অন্তৰ্গত আদৰ্শগাঁও ৰামপুৰত পূৰ্ণ চন্দ্ৰ মজুমদাৰৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল চণ্ডি চৰণ মজুমদাৰ (মণ্ডল) আৰু মাতৃ আছিল সু-গৃহিনী প্ৰভাৱতী মজুমদাৰ। তেখেত সকলৰ ৯ টি সন্তান। ল'ৰা ৫ জন আৰু ছোৱালী ৪ জনী—

ল'ৰা কেইজন হ'ল :

১) ৺পূৰ্ণচন্দ্ৰ মজুমদাৰ এম, এ (অসমীয়া—১৯৫০ চন)

২। শ্ৰীজিতেন মজুমদাৰ

৩। ৺হৰপ্ৰসাদ মজুমদাৰ

৪। শ্ৰীদিনেশ মজুমদাৰ বি, এ

৫। শ্ৰীঅৰূপ কুমাৰ মজুমদাৰ

ছোৱালী কেইজনী হ'ল :

১) শ্ৰীমতী সৰোজিনী মজুমদাৰ

২) শ্ৰীমতী ভাৰতী কলিতা

৩) শ্ৰীমতী সত্যৱতী শইকিয়া

৪) শ্ৰীমতী অৰুণ শালৈ বি, এ

পূৰ্ণচন্দ্ৰ মজুমদাৰ সৰুৰে পৰা ধীৰ স্থিৰ আৰু চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতৰ সৰুৰে পৰা অভিনয় কৰাৰ নিচা আছিল। চিনেমা পৰিচালাক প্ৰয়াত ভবেন দাস, পুলিচ অফিচাৰ উমেশ চন্দ্ৰ দত্ত, ৺বীৰেন দাস, ৺ৰাজেন দাস, ৰামপুৰ হাইস্কুলৰ প্ৰথম প্ৰধান শিক্ষক ৺বলেন্দ্ৰদেৱ গোস্বামী আদিৰ লগত ৰামপুৰ অঞ্চলৰ বিভিন্ন ঠাইত থিয়েটাৰ কৰিছিল। তেখেতসকলে থিয়েটাৰ কৰি নিজেও আনন্দ পাইছিল আৰু ৰাইজৰ পৰাও প্ৰশংসা বুটলিছিল।

ভাৰতৰ আগ শাৰীৰ শিক্ষাবিদ প্ৰয়াত অৱলাকান্ত গোস্বামীৰ পৰা জানিব পাৰিলো যে পূৰ্ণচন্দ্ৰ মজুমদাৰ পলাশবাৰী আৰ, বি. হাইস্কুলৰ এজন কৃতী ছাত্ৰ আছিল। তেখেতে কটন কলেজৰ পৰা আই এ আৰু, বিএ, পৰীক্ষা পাছ কৰে। গুৱাহাটী বিশ্বাবিদ্যালয়ৰ প্ৰথম বেটচ্‌ত অৰ্থাৎ ১৯৫০ চনত অসমীয়াত এম, এ পাছ কৰা ছাত্ৰ। গুৱাহাটীৰ বি, বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ ড° প্ৰমোদ ভট্টাচাৰ্য্য তেখেতৰ সহপাঠী আছিল।

তেখেত দৰং জিলাৰ দ'ল গাঁও হাইস্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক আছিল। ইয়াৰ পিছত চিলঙৰ লেডীকিন কলেজত প্ৰবক্তা হিচাবে যোগদান কৰে; আৰু উপাধ্যক্ষ হিচাবে অৱসৰ গ্ৰহণ কৰিছিল।

তেখেত এজন কৃতী শিক্ষক আছিল। তেখেতে শিক্ষকৰ যোগ্যতা অৰ্জন কৰিছিল। তেখেতৰ মাত আছিল সুৱলা আৰু স্পষ্ট। ছাত্ৰ-ছাত্ৰীয়ে তেখেতৰ শিকনীত সন্তুষ্ট হৈছিল।

তেখেতৰ খেতিত নিচা আছিল। কলেজ বন্ধ হ'লে ৰামপুৰৰ ঘৰত আহিছিল। তেখেতে খেতিপথাৰত আৰু ৰামপুৰৰ বাৰীতো নজৰ দিছিল। তেখেত ৰামপুৰৰ ঘৰত থাকিলে গাঁওখনি সজীব হৈ থাকে। ৰামপুৰ অঞ্চলৰ বিহু, দুৰ্গাপূজা, সুৱৰি আদি সকলো উৎসবতে যোগদান কৰিছিল। তেখেতে ধুতি পাঞ্জাবী আৰু লংপেণ্ট, কোট আদি পিন্ধিছিল। পিন্ধন উৰণত আছিল পৰিপাতি। স্বাস্থ্য পাতি আছিল অতি সুন্দৰ। তেখেতৰ হাতৰ আখৰ ধুনীয়া আছিল আৰু চহী দিয়া ষ্টাইল বঢ়িয়া আছিল।

তেওঁৰ ৰাজনীতিত নিচা আছিল। পঞ্চায়ত নাইবা এম এল এৰ ইলেকচনত নিচা আছিল।

তেখেতে লিখা বহুত প্ৰবন্ধ বাতৰি কাকত আৰু আলোচনীত সিচৰিত হৈ আছে। তেখেতে লিখা ওঁঠৰ শতিকাৰ অসম এখন পূৰ্ণাঙ্গ নাটক। চৰকাৰে এই নাটকক পুৰস্কৃত কৰিছিল।

মুকলি মঞ্চত পূৰ্ণচন্দ্ৰ মজুমদাৰ এজন বিশিষ্ট অভিনেতা আছিল। চিলঙত অধ্যাপক হৈ থাকোতেও বহুত নাটকত অভিনয় কৰি নাম কৰিছিল। মজুমদাৰে পাৰ্টকোৱা বুলি শুনি মানুহৰ বৰ ভীৰ হৈছিল। আমি মজুমদাৰৰ অভিনয় চাই আনন্দ পাইছিলোঁ।

১৯৬০ চনত মিৰ্জাত অসম সাহিত্য সভা বহিছিল। ইয়াত সভাপতি আছিল ত্ৰৈলোক্য নাথ গোস্বামী। এই সভাত অধ্যাপক পূৰ্ণচন্দ্ৰ মজুমদাৰে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তেখেত এজন সুনিপুণ "এনাউনচাৰো" আছিল।

অধ্যাপক মজুমদাৰ এজন সুবক্তা আছিল। ১৯৫৫ চনত আমি যেতিয়া দশম মান শ্ৰেণীৰ ছাত্ৰ আছিলো অধ্যাপক মজুমদাৰে লক্ষ্মীনাথ বেজবৰুৱাই লিখা ডালিমীৰ চৰিত্ৰৰ বিষয়ে এটা বঢ়িয়া বক্তৃতা দিছিল ৰামপুৰ হাইস্কুলত।

১৯৫৫ চনত গোৱালপাৰাৰ জীয়ৰী শ্ৰীমতী যুথিকা দাসৰ লগত মজুমদাৰৰ বিয়া হৈছিল। তেখেতসকলৰ সন্তান তিনিটা— এজন ল'ৰা আৰু বাকী দুজনী কন্যা।

১) ৺দিব্যজ্যোতি মজুমদাৰ বি, এ

২) শ্ৰীমতী অপৰাজিতা তামুলী ফুকন এম, এ
স্বামী—শ্ৰীৰঞ্জিত কুমাৰ তামুলী ফুকন।

৩) শ্ৰীমতী মণিস্বী বৰা বি, এ স্বামী—শ্ৰীদেবানন্দ বৰা।

অধ্যাপক মজুমদাৰৰ অসমীয়া, বঙালী আৰু ইংৰাজীত দখল আছিল। ১৯৮৬ চনত ২৬ জানুৱাৰী তাৰিখে মজুমদাৰে ৰামপুৰত ইহলীলা ত্যাগ কৰিলে। তেওঁৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল।

# শিক্ষাবিদ—ভবানী কান্ত চৌধুৰী

ইংৰাজী ১৯১৫ চনৰ ৩ চেপ্তেম্বৰ তাৰিখে ভবানী কান্ত চৌধুৰীয়ে পলাশবাৰী থানাৰ অন্তৰ্গত তাৰাপতি নামে গাঁৱত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম আছিল গোৰীকান্ত চৌধুৰী আৰু মাতৃ আছিল কাঞ্চনবালা চৌধুৰী। তেওঁৰ পিতৃয়ে পলাশবাৰীত কাঠৰ ব্যৱসায় কৰিছিল আৰু সেই সূত্ৰেই পলাশবাৰীত ঘৰ দুৱাৰ কৰি নিগাজীকৈ থাকিবলৈ লৈছিল।

তেওঁ সৰুৰে পৰা মেধাবী ছাত্ৰ আছিল। তেওঁ গোসাইহাটত প্ৰাথমিক শিক্ষা সমাপ্ত কৰি পলাশবাৰী আৰ বি হাইস্কুলত পঢ়ে আৰু ১৯৩৫ চনত প্ৰথম বিভাগত প্ৰবেশিকা পাছ কৰে। ১৯৩৭ চনত কটন কলেজৰ পৰা আই এছ চি আৰু ১৯৫২ চনত উক্ত কলেজৰ পৰা বি, এ পাছ কৰে। পিছত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম, এ আৰু ই,টি ডিপ্লমাও লৈছিল।

তেওঁ বিদ্যালয়ৰ উপ-পৰিদৰ্শকৰ চাকৰিত নিযুক্ত হৈ চাৰি বছৰ কাম কৰি তাকো ত্যাগ কৰিলে। শিক্ষকতাকেই জীৱনৰ ব্ৰত বুলি গ্ৰহণ কৰিলে। ১৯৪৬ চনত তেওঁ পলাশবাৰী আৰ বি হাইস্কুলত যোগদান কৰে আৰু ১৯৭৯ চনৰ ১ম মাৰ্চত পলাশবাৰী আৰ বি উচ্চতৰ বহুমুখী বিদ্যালয়ৰ পৰা অধ্যক্ষ হিচাবে অৱসৰ গ্ৰহণ কৰিলে।

অকল আদৰ্শ শিক্ষক হিচাবে 'চৌধুৰীদেৱ বিখ্যাত নাছিল। তেওঁ এজন সংস্কৃতি ৰ পূজাৰী, সু সংগঠক, সু-লিখক, আৰু জনপ্ৰিয় মঞ্চ অভিনেতা আছিল ।

তেওঁৰ 'সংঘাত' ( ১৯৫৩ ), আৰু পৰিবৰ্তন (১৯৫৪) দুখন বিখ্যাত নাটক। পৃথিবীৰ সাধু, পুস্কিনৰ এমুঠি গল্প আৰু হে অৰণ্য—হে জনগণ—এই তিনিখন তেখেতে লিখা কিতাপ। ইয়াৰ বাহিৰেও স্থানীয় আলোচনী সমূহত তেওঁ লিখা বহুত

প্ৰবন্ধ সিচৰিত হৈ আছে। সেইবোৰ লগ কৰি প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ সম্পদ হ'ব।

তেওঁ পলাশবাৰী সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। অসম সাহিত্য সভাৰ মিৰ্জাত বহা (১৯৬০) অষ্ট বিংশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল। দক্ষিণ কামৰূপ কলেজত তেওঁৰ অৱদান আছে।

তেওঁ "শ্ৰীৰামচন্দ্ৰৰ" নাটকত বিভীষণৰ অভিনয় আৰু নিজে লিখা "সংঘাত নাট"কত জমিদাৰৰ অভিনয় কৰি দৰ্শকৰ পৰা প্ৰশংসা লাভ কৰিবলৈ সমৰ্থবান হৈছিল।

"মানুহৰ ৰুচিবোৰ সময়ৰ লগে লগে সলনি হয়। গ্ৰাহকৰ ৰুচি অনুসৰি দোকানীয়ে বস্তু নাৰাখিলে দোকানৰ লালবাতি জ্বলে" সময়ৰ লগে লগে আমি পৰিবৰ্তন হ'ব লাগে এয়া ভৱানী চৌধুৰীদেৱৰ উক্তি।

জগত বিখ্যাত জন কৃষ্টিৰ সাধক ড° প্ৰফুল্লদত্ত গোস্বামীয়ে কৈছিল যে "জীয়াই থাকোতে যি সন্মান পায় সেয়ে আচল।" জীৱিত কালতে তেওঁক পলাশবাৰী সাহিত্য সভাই এজন আদৰ্শ শিল্পী সাহিত্যিক আৰু দক্ষিণ কামৰূপ সাহিত্য মঞ্চই—সাহিত্যিক হিচাবে সম্বৰ্দ্ধনা জনাইছিল। উপৰহালীৰ নবীন লেখক লেখিকা সংঘই "জ্ঞানৰত্ন" উপাধি প্ৰদান কৰি এক বিৰল সন্মান দেখুৱাইছে।

চৌধুৰীবদেৱ দুৰ্নীতিৰ লগত আপোচনকৰা এজন সৎ আৰু আদৰ্শবান ব্যক্তি আছিল।

১৯৯৯ চনৰ ২০ চেপ্তেম্বৰ তাৰিখে শ্ৰীভৱানী চৌধুৰীদেৱে ৮৪ বছৰ বয়সত মিৰ্জাৰ নিজ বাসভৱনত ইহলীলা ত্যাগ কৰিলে। তেওঁৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল। বিভিন্ন অনুষ্ঠানে মৃত দেহক সন্মান জনালে। মিৰ্জাৰ দোকান পোহাৰ, ব্যৱসায় প্ৰতিষ্ঠান সমূহ দিনৰ ১২ বজালৈ বন্ধ ৰখা হ'ল। বিভিন্ন অনুষ্ঠানে শোক সভা পাতি তেওঁৰ মৃত্যুত শোক প্ৰকাশ কৰি আত্মাৰ সদগতি কামনা কৰিলে। ●

# কৰ্মযোগী—খগেন মেধি

ইংৰাজী ১৮৯০ চনত পলাশবাৰী থানাৰ অন্তৰ্গত জীয়াকুৰ গাঁৱত খগেন মেধিৰ জন্ম হয়।

তেখেত সৰুৰে পৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতৰ শৰীৰ আৰু মন সবল আছিল আৰু তেখেত সৰুৰে পৰা উদ্যোগী আছিল। ল'ৰা-ছোৱালীৰ মাজত তেখেত প্ৰিয় আছিল। ১৯০১ চনত স্থাপিত কটন কলেজৰ পৰা এফ্. এ পাছ কৰিছিল। আৰু তেতিয়াৰ অসমৰ ৰাজধানী চিলঙত আই জি পি অফিচত কেৰাণীৰ কাম কৰিছিল। তেখেতে মনোযোগেৰে কাম কৰিছিল। তেখেতৰ কামত মানুহ সন্তুষ্ট হৈছিল। সকলো কামতে তেখেতৰ একাগ্ৰতা আছিল। সেই কাৰণে জীৱনত উন্নতি কৰিবলৈ সমৰ্থবান হৈছিল।

তেখেত এজন দূৰদৰ্শী লোক আছিল। তেখেতে নৱগ্ৰহ পাহাৰত এটা ডাঙৰ কম্পাউণ্ড কৰি ঘৰবাৰী কৰিছিল।

তেখেতৰ, ছয়গাঁৱৰ পৰা দক্ষিণে ৪ কিঃ মিটাৰমান দূৰত খেতি কৰা মাটি আছিল। তাত তেখেতে খেতিৰ কামত নজৰ দিছিল আৰু সময়পালে খেতি-পথাৰত বনুৱাৰ লগতে তেখেতে নিজেও কাম কৰিছিল। ধান বিক্ৰি কৰি বহুত টকা পাইছিল।

তেখেতে পলাশবাৰীত এটা ষ্মিল (কাঠৰ মিল) কৰিছিল। তেখেতৰ ব্যৱসায়তো নিচা আছিল।

তেখেতৰ ছয়খন ছিটিবাছ আছিল। চিটিবাছ সমিতিৰ এজন মুখিয়াল ব্যক্তি আছিল।

এজন মানুহৰ ব্যৱহাৰেই তেওঁৰ প্ৰকৃত পৰিচয়। তেখেতৰ ব্যৱহাৰ মধুৰ আছিল। তেখেত বুধিয়ক আছিল আৰু কৰ্মৰ পৰা যথেষ্ট জ্ঞান লাভ কৰিছিল। তেখেতৰ কৰ্মই-ধৰ্ম আছিল। আৰু ধৰ্মই শান্তি দিছিল। চাকৰি কালত চিলঙত থাকিলেও বন্ধ পালে তেখেত গাঁৱৰ ঘৰলৈ আহি সমাজৰ উন্নতিৰ কাৰণে

চেষ্টা কৰিছিল। কুৰমা-কুটুম্ব আদিৰ ঘৰত ৰাতি থাকি নানা ধৰণৰ উপদেশ দিছিল।

সেই সময়ত সমাজত বহুত অন্ধ-বিশ্বাস আছিল। সমাজৰ কু-সংস্কাৰবোৰ আঁতৰ কৰিবলৈ চেষ্টা কৰিছিল। সেই সময়ত সমাজ শিক্ষাৰ ক্ষেত্ৰত পিছ পৰি আছিল। ছোৱালীক অভিভাবক-সকলে স্কুলত পঢ়িব নিদিছিল। সমাজত বাল্য বিবাহ আছিল। ৭।৮ বছৰতে ছোৱালীক বিয়া দিছিল। সেইবিলাক প্ৰথাৰ বিৰুদ্ধে তেখেতে মত প্ৰকাশ কৰিছিল। সেই সময়ত মেধিৰ দৰে শিক্ষিত মানুহৰ সংখ্যা অতি কম আছিল।

তেখেতে ব্যৱসায়, খেতিবাতি, চাকৰি আদি কৰি সমাজত উদাহৰণ দি গৈছিল।

তেখেতে গুৱালকুছিৰ সোণাৰাম মেধিৰ পৰিয়ালত বিয়া কৰাইছিল। তেখেতৰ সন্তান ৭ টি আছিল। ল'ৰা ৪ জন আৰু কন্যা ৩ জনী। সকলোটি সন্তান উপযুক্ত, শিক্ষিত আৰু বিবাহিত।

ল'ৰা—

শ্ৰী ডাঃ দেবেন মেধি

শ্ৰীমইনা মেধি

৺অনুকুল মেধি

ডাঃ অনিল মেধি (লণ্ডনত থাকে)

১৯৬১ চনত খগেন মেধিৰ মৃত্যু হয়। তেখেতৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল।



# দানীৰাম কলিতা

ইংৰাজী ১৯১৭ চনত দানী কলিতাৰ পলাশবাৰী থানাৰ অন্তৰ্গত সুজনপাৰা গাৱঁত জন্ম হয়। তেওঁৰ পিতৃৰ নাম বিনোদ কলিতা আৰু মাতৃ আছিল ভুটো কলিতা।

তেওঁ সৰুৰে পৰা ধীৰ-স্থিৰ ল'ৰা আছিল। স্কুলত পঢ়িছিল আৰু সদায় সঁচা কথা কৈছিল। মাতটো আছিল ৰসলগা।

তেওঁ এজন আদৰ্শ খেতিয়ক আছিল। তেওঁৰ ঘোঁৰামাৰা আৰু বাথা নৈৰ পাৰত খেতি কৰা মাটি আছিল।

তেওঁ অসমীয়া সংস্কৃতি ভাল পাইছিল। তেওঁ ধুতি-চাৰ্ট পিন্ধিছিল। জাতিৰ জনক মহাত্মা গান্ধীৰ বাণী "বিদেশী বস্তু বৰ্জন আৰু স্বদেশী বস্তু গ্ৰহণ" এই নীতি পালন কৰিছিল। তেওঁ ঘৰত তৈয়াৰী কৰা কাপোৰ পিন্ধিছিল। তেওঁৰ পৰিবাৰ এজনী ভাল শিপিনী আছিল।

তেওঁ ভাৰতৰ স্বাধীনতা আন্দোলনত যোগদান কৰিছিল। সেই সময়ত ত্যাগ কৰি মানুহে আনন্দ পাইছিল। তামৰ পত্ৰৰ কথা চিন্তা কৰা নাছিল।

তেওঁ এজন বক্তা আছিল। ৰাজহুৱা সভাবিলাকত বক্তৃতা দিছিল। খেতিয়কৰ সমস্যাবিলাক তেওঁ সভাত ভালদৰে শুৱলা ভাষাত বুজাই দিব পাৰিছিল। সমাজৰ নানা অনুষ্ঠানত তেওঁ জৰিত আছিল। স্কুল পৰিচালনা সমিতিৰ সভ্যও আছিল। তেওঁৰ নৈতিকতাৰ ওপৰত ভাল জ্ঞান আছিল।

সমাজৰ প্ৰগতিৰ কাৰণে তেওঁ দেহেকেহে লাগি থকা ব্যক্তি আছিল। ৰামপুৰ অঞ্চলৰ দুৰ্গাপূজা, বিহু, সুঁৱৰি, যজ্ঞ আদি সকলো উৎসৱতে তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তেওঁ অন্যায় কৰি ধন ঘটাত বেয়া পাইছিল।

আগতে মুকলি মঞ্চত নাটক কৰা হৈছিল। আজি-কালি সেইবোৰ প্ৰায় নাইকিয়া হ'ব ধৰিলে। সেই সময়ত ৰাতি প্ৰায় ১২/১ বজাত নাটক আৰম্ভ হৈছিল আৰু ৰাতিপুৱাহে নাটক

শেষ হৈছিল। সেই সময়ত যানবাহন প্ৰায় নাছিল আৰু ঠাই-বিলাক হাবিৰে ভৰি আছিল। মানুহে যাত্ৰাপাৰ্টি চাবলৈ ১৫/২০ মাইল দূৰৰ পৰা আহিছিল আৰু ৰাতি নাটক শেষ হ'লেও ঘৰত উভতি যাব নোৱাৰিছিল—সেই কাৰণে নাটকবিলাক মাজ ৰাতিহে আৰম্ভ হৈছিল।

দানী কলিতা এজন উত্তম শ্ৰেণীৰ বিবেক আছিল। ৰাজা-পুখুৰীৰ ভবানন্দ কুমাৰো এজন ভাল বিবেক আছিল। তেওঁ-লোকৰ গীতে মানুহৰ মন আকৰ্ষণ কৰিব পাৰিছিল। লিখকে নিজে তেওঁলোকৰ গীত শুনিছে।

"আজিৰ পৰা প্ৰায় ৫0 বছৰ আগতে যাত্ৰাপাৰ্টি বিলাকৰ নাটকত "বিবেক" গীত গোৱা একোজন বিশেষ ধৰণৰ শিল্পী আছিল। গায়ক হ'ব লাগিব-সুললিত কণ্ঠস্বৰৰ, মাতৃতেই বিশেষত্ব থাকিব লাগিব। সেই নায়কজনৰ প্ৰতিটো গীতেই আছিল ন্যায়সংগত, যুক্তিপূৰ্ণ, অতি সাকুৰা, নাটকখনৰ ঘটনাৱলী সম্পূৰ্ণ ভাল-বেয়া ফলাফল তথা কোনজন নায়কৰ ভৱিষ্যৎ কেনে হ'ব সেইবিলাক উপদেশ পূৰ্ণ সাৱধান বাণী শুনাই নায়কজনক দুষ্কৰ্ম আদিৰ পৰা বিৰত থাকিবলৈ সকীয়াই দি গীত পৰি-বেশন কৰিছিল। কোনো এজন নায়কৰ অপকৰ্মৰ কথা গীতৰ মাজেৰে সকীয়াই দিওঁতে নায়কজনে মঞ্চৰপৰা আঁতৰি যা, আঁতৰি যা, বুলি ধমকি দি খেদি দিবলৈ উদ্যত হয়। তথাপিও গোৱাজনে সেই নায়কজনক অকণো ভয় নকৰি গীত পৰিবেশন কৰিহে আঁতৰি গৈছিল। বিবেক গোৱা গায়কজন যেন শান্তিৰ দূতহে, এনে ভাব হয়। দৰ্শকৰ পৰাও সহানুভূতি পায়।

(যাদৱ সেন ডেকাই লেখা ২১ মাৰ্চ ১৯৯৮ চন, আজিৰ অসমৰ পৰা তুলি দিয়া।)

দানী কলিতাৰ দুজন ল'ৰা— শ্ৰীমায়াধৰ কলিতা আৰু শ্ৰীবিপুল কলিতা। ১৯৯৭ চনত প্ৰায় ৮৩ বছৰ বয়সত দানী কলিতাৰ মৃত্যু হয়। তেওঁৰ মৃত্যুত সমাজৰ অপূৰণীয় ক্ষতি হ'ল। তেওঁৰ আত্মাৰ সদ্‌গতি কামনা কৰিলোঁ। ●

# দাতা—জানকী নাথ চৌধুৰী

ইংৰাজী ১৮৯৬ চনৰ ১ ডিচেম্বৰ তাৰিখে জানকী নাথ চৌধুৰীৰ পলাশবাৰী থানাৰ অন্তর্গত আদর্শগাঁও ৰামপুৰত জন্ম হয়। তেওঁৰ পিতৃ আছিল পৰশুৰাম চৌধুৰী। তেওঁ সৰুৰে পৰা ধীৰ স্থিৰ ল'ৰা আছিল। তেওঁলোকৰ ম'হৰ পাল আছিল আৰু গাখীৰ বিক্রি কৰিছিল। মানুহে জানকী নাথ চৌধুৰীক "গোৱাল" বুলি মাতিছিল।

তেওঁ আঁঠুৰ ওপৰত কাপোৰ পিন্ধিছিল। ভৰিত জোতা নাইবা চেন্দেল নিপিন্ধিছিল। তেওঁ এজন স্বাৱলম্বী লোক আছিল। তেওঁ আছিল এজন আদর্শ খেতিয়ক। ধানখেতি, সৰিয়হখেতি, মাহ খেতি আদি নানা ধৰণৰ খেতি কৰিছিল। বাৰীত নানা ধৰণৰ শাক পাচলিৰ খেতি কৰিছিল। গাখীৰৰ কাৰণে গাই গৰু পুহিছিল। তেওঁ সময় কামত ধৰি ৰাখিছিল। তেওঁ খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিছিল। তেওঁৰ কোনো ধৰণৰ বেমাৰ আজাৰ নাছিল। তেওঁ খাটি বস্তু খাইছিল। সদায় পেৰা তেল গাত ঘঁহিছিল। তেওঁ বোকা চাউলৰ গুৰি গাখীৰৰ লগত খাইছিল। বাৰীত হোৱা নানা ধৰণৰ শাক পাচলিৰে আঞ্জা খাইছিল।

তেওঁ ৰামপুৰ সনাতন ধর্মঘৰ, আৰু চৌধুৰী পাৰাৰ লক্ষ্মী নাৰায়ন মন্দিৰৰ লগত ওতঃ প্রোতঃ ভাবে জড়িত আছিল। দধি মন্থন, লক্ষ্মীপূজা, ভেল দিয়া আদি নানা উৎসৱত সক্রিয় ভাবে যোগ দান কৰিছিল।

তেওঁ কোনো মানুহৰ অন্যায় নকৰিছিল। পাৰিলে দুখীয়াক সহায় কৰিছিল।

জানকী চৌধুৰীয়ে প্রতি বছৰে সত্য-নাৰায়ন পূজা কৰিছিল। আৰু ৰাইজক নিমন্ত্রণ কৰি নাম-কীর্ত্তন কৰি আনন্দ লাভ কৰিছিল। প্রতি বছৰে কাতি মাহত মাছ নাখাইছিল আৰু মাহৰ

শেষত মাছ ব্যৱহাৰ কৰি ৰাইজক খানা খুৱাইছিল। জানকী চৌধুৰীয়ে ৰামপুৰৰ জীয়ৰী কদম কলিতাক বিয়া কৰাইছিল। তেওঁলোকৰ সুবল চৌধুৰী নামে এজন সুন্দৰ সন্তান আছিল। কিন্তু অবিবাহিত অৱস্থাতে তেওঁ মৃত্যুৰ মুখত পৰে। ইয়াৰ পিছত চৌধুৰীয়ে শ্ৰীমতী কামিনী কলিতাক বিয়া কৰায়। তেওঁলোকৰ বদন চৌধুৰী নামৰ এজন সন্তান আছিল। কিন্তু দুখৰ বিষয় বদনো অকালতে মৃত্যুৰ মুখত পৰে। এই দুটা দুখৰ ঘটনাত চৌধুৰীৰ মনত বুকুফটা বেদনা পায়।

জানকী চৌধুৰীয়ে ভাৰতৰ বিভিন্ন তীৰ্থস্থানত বাছেৰে ভ্ৰমণ কৰিছিল।

তেওঁ আছিল এজন দানবীৰ। তেওঁ নিজৰ ঘৰবাৰী "জানকী চৌধুৰী আদৰ্শ প্ৰাইমেৰী স্কুল"লৈ দান কৰি দিছে। স্কুলখন ভালদৰে চলাবৰ কাৰণে খেতি কৰা মাটি আঠ বিঘা উক্ত স্কুললৈ দান দিছে।

ইয়াৰ উপৰিও "ৰামপুৰ সনাতন গোসাঁই ঘৰ"ৰ নামত চাৰি বিঘা খেতিৰ মাটি আৰু ৰামপুৰ চৌধুৰী পাৰাৰ "লক্ষ্মী নাৰায়ন গোসাঁই ঘৰ"ৰ নামত চাৰি বিঘা খেতিৰ মাটি দান কৰি দিছে। এনে ধৰণে দান দিয়া ব্যক্তি আমাৰ গাঁৱত আগতে নাছিল। জানকী চৌধুৰীয়ে গাঁৱৰ সকলো মানুহক খেলে খেলে খিচাৰীৰ বস্তু—যেনে চাউল, দালি, আলু—সকলো যোগান ধৰি খানা খোৱাৰ ব্যৱস্থা কৰি দিছিল। তেওঁ গাঁৱৰ সকলো মানুহৰ মাজত একতা বিচাৰিছিল। একতাৰেহে সমাজ উন্নতি কৰিব পাৰে। "ৰাইজে নথ জোকাবিলে নৈ বয়"।

এইজনা গুণী লোক ১৯৯৬ চনৰ ৪ ডিচেম্বৰ তাৰিখে আমাৰ মাজৰ পৰা চিৰদিনৰ কাৰণে আঁতৰি যায়। ৰাইজে চৌধুৰীক অমৰ কৰি ৰাখক।



শেষত মাছ ব্যৱহাৰ কৰি ৰাইজক খানা খুৱাইছিল। জানকী চৌধুৰীয়ে ৰামপুৰৰ জীয়ৰী কদম কলিতাক বিয়া কৰাইছিল। তেওঁলোকৰ সুবল চৌধুৰী নামে এজন সুন্দৰ সন্তান আছিল। কিন্তু অবিবাহিত অৱস্থাতে তেওঁ মৃত্যুৰ মুখত পৰে। ইয়াৰ পিছত চৌধুৰীয়ে শ্ৰীমতী কামিনী কলিতাক বিয়া কৰায়। তেওঁলোকৰ বদন চৌধুৰী নামৰ এজন সন্তান আছিল। কিন্তু দুখৰ বিষয় বদনো অকালতে মৃত্যুৰ মুখত পৰে। এই দুটা দুখৰ ঘটনাত চৌধুৰীৰ মনত বুকুফটা বেদনা পায়।

জানকী চৌধুৰীয়ে ভাৰতৰ বিভিন্ন তীৰ্থস্থানত বাছেৰে ভ্ৰমণ কৰিছিল।

তেওঁ আছিল এজন দানবীৰ। তেওঁ নিজৰ ঘৰবাৰী "জানকী চৌধুৰী আদৰ্শ প্ৰাইমেৰী স্কুল"লৈ দান কৰি দিছে। স্কুলখন ভালদৰে চলাবৰ কাৰণে খেতি কৰা মাটি আঠ বিঘা উক্ত স্কুললৈ দান দিছে।

ইয়াৰ উপৰিও "ৰামপুৰ সনাতন গোসাঁই ঘৰ"ৰ নামত চাৰি বিঘা খেতিৰ মাটি আৰু ৰামপুৰ চৌধুৰী পাৰাৰ "লক্ষ্মী নাৰায়ন গোসাঁই ঘৰ"ৰ নামত চাৰি বিঘা খেতিৰ মাটি দান কৰি দিছে। এনে ধৰণে দান দিয়া ব্যক্তি আমাৰ গাঁৱত আগতে নাছিল। জানকী চৌধুৰীয়ে গাঁৱৰ সকলো মানুহক খেলে খেলে খিচাৰীৰ বস্তু—যেনে চাউল, দালি, আলু—সকলো যোগান ধৰি খানা খোৱাৰ ব্যৱস্থা কৰি দিছিল। তেওঁ গাঁৱৰ সকলো মানুহৰ মাজত একতা বিচাৰিছিল। একতাৰেহে সমাজ উন্নতি কৰিব পাৰে। "ৰাইজে নখ জোকাৰিলে নৈ বয়"।

এইজনা গুণী লোক ১৯৯৬ চনৰ ৪ ডিচেম্বৰ তাৰিখে আমাৰ মাজৰ পৰা চিৰদিনৰ কাৰণে আঁতৰি যায়। ৰাইজে চৌধুৰীক অমৰ কৰি ৰাখক।



# সূচীপত্ৰ
## ( দ্বিতীয় ভাগ )







## অসমৰত্ন—
## মেজৰ সত্যব্ৰত ভুঞা লহকৰ

জাতিৰ জীৱনত সময়ে সময়ে একোজন মানুহৰ আবিৰ্ভাৱ হয়, যাৰ ধ্যান-ধাৰণা, কৰ্ম-চিন্তা উৎসৰ্গীকৃত হয় দেশ আৰু জাতিৰ কল্যাণৰ অৰ্থে। অসমৰত্ন মেজৰ সত্যব্ৰত ভুঞা লহকৰ এনে এজন গুণী পুৰুষ। এই মহান ব্যক্তিজনৰ কথা উঠি অহা ল'ৰা-ছোৱালী সকলে যাতে জানিব পাৰে সেই উদ্দেশ্যে এই জীৱনী লিখাৰ আয়োজন।

১৯২২ চনৰ ১ মাৰ্চ তাৰিখে শ্ৰীসত্যব্ৰত লহকৰৰ গুৱাহাটীৰ পান বজাৰত জন্ম হয়। তেখেতৰ পিতৃ আছিল স্বৰ্গীয় কবি, সাহিত্যিক, প্ৰত্নতাত্বিক, সমালোচক তথা শিক্ষাবিদ জ্বলতিৰাম ভূঞা লহকৰ। আৰু মাতৃ আছিল স্বৰ্গীয়া সুদক্ষিণা দেৱী লহকৰ।

তেখেতসকলৰ পূৰ্বৰ ঘৰ আছিল বৰ্ডিয়াত। পিছত গুৱাহাটীৰ ৰিহাবাৰীত ঘৰ মাটি কৰি থিতাপি লাগিছিল। তেখেতসকলৰ ৫ জন ল'ৰা—ক্ৰমে শ্ৰীমেজৰ সত্যব্ৰত ভূঞা লহকৰ, ৺ধৰ্মব্ৰত লহকৰ, শ্ৰীদেৱব্ৰত লহকৰ অসম চৰকাৰৰ উদ্যোগ বিভাগৰ ডিপুটি ডিৰেক্টৰ (অঃ), কৰ্ণেল তীৰ্থব্ৰত লহকৰ (অঃ) প্ৰাঃ এমঃ ডি অসম গেছ কোম্পানী। শ্ৰীসূৰ্যব্ৰত লহকৰ অসম চৰকাৰৰ সমবায় বিভাগৰ ডিপুটি ৰেজিষ্ট্ৰাৰ (অঃ)।

১৯২৬ চনত পাণ্ডুত কংগ্ৰেছ মহাসভা অনুষ্ঠিত হৈছিল। সৰু ল'ৰা সত্যব্ৰত লহকৰে দেউতাকৰ লগত তালৈ গৈছিল। তাত মহাত্মা গান্ধীকো দেখিছিল। তেখেতে ফোলডিং যঁতৰ এটাত কপাহৰ পাজিৰ পৰা সূতা কাটিবলৈ শিকিছিল। তেখেতে সৰুতে দেউতাকৰ লগত গৈ ব্ৰহ্মপুত্ৰ নদীত সাতুৰিব শিকিছিল।

প্ৰায় ৪০/৫০ জনমান সৰু ল'ৰাৰ সৈতে সত্যব্ৰত লহকৰেও পান বজাৰৰ হৰিসভা গৃহত কালীচৰণ সেন আৰু অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জীৰ তত্ত্বাৱধানত মহাভাৰত, পুৰাণ আদিৰ সাধুকথা শুনিছিল। সৰুতে দুৰ্গা পূজাত হৰিসভাত তেওঁলোকে বঙালী যাত্ৰাপাৰ্টি চাইছিল।

অভিজ্ঞতা হ'বৰ কাৰণে জ্বলন্তিৰাম লহকৰে সোণাৰাম ৰাজমেধিৰ মৃতদেহ দেখুৱাবলৈ শ্মশানলৈ পুতেকক লৈ গৈছিল। ৰাজমেধিৰ ডাঙৰ পুতেকক কটন কলেজিয়েট স্কুলৰপৰা পঢ়িব নোৱাৰা কৰি বাহিৰ কৰি দিয়াত তেওঁ নিজে সোণাৰাম হাইস্কুল স্থাপন কৰি পুতেকক পঢ়িব দিছিল।

১৯২৮ চনত যোৰহাটত অসম সাহিত্য সভাৰ অধিবেশন হৈছিল। তাত সভাপতি আছিল কমলা কান্ত ভট্টাচাৰ্য। সত্যব্ৰত লহকৰে দেউতাকৰ সৈতে সেই সভালৈ গৈছিল।

১৯৩৭ চনৰ পহিলা ফেব্ৰুৱাৰীৰ পৰা ৭ তাৰিখলৈ দিল্লীত ফাষ্ট অল ইণ্ডিয়া বয়-স্কাউট "জাম্বেৰী" অনুষ্ঠিত হ'বলৈ আয়োজন চলিছে। লহকৰৰ তাত যোগদান কৰিবলৈ প্ৰবল ইচ্ছা। কিন্তু মেট্ৰিক পৰীক্ষা ওচৰ চপাৰ বাবে মাকহঁতে ষাবলৈ মানা কৰিলে। কিন্তু দেউতাকে ল'ৰাৰ ইচ্ছাৰ কথা জানি চৈফুদ্দিন চাহাব আৰু নামজ্বলা স্কাউটাৰ কাম্যাখ্যা ঠাকুৰৰ ওচৰলৈ ল'ৰাক লৈ গ'ল। তেওঁলোকে ছাত্ৰক প্ৰশ্ন কৰিলে যে দিল্লীলৈ যাবলৈ দিলে উভতি আহি মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰিবা নে? লহকৰে আনন্দৰে পাৰিম বুলি ক'লে। অসম দল ভাৰতৰ

ভিতৰত প্ৰথম হ'ল। দিল্লীৰ পৰা উভতি আহি মনোযোগ দি পঢ়ি ২য় বিভাগত ভাল নম্বৰ পাই মেট্ৰিক পাছ কৰিলে।

সেই সময়ত গুৱাহাটীত বিজুলী চাকি প্ৰৱৰ্তন হোৱা নাছিল। মানুহৰ ঘৰে ঘৰে হাৰিকেন লেম্প জ্বলাইছিল। আলিবাটবোৰ ঠেক আছিল। তেতিয়াৰ দিনত 'ব্লেক টপ' নাছিল। তেতিয়া এজোৰ জোতাৰ দাম এটকা/ডেৰ টকা, একুৰি হাঁহৰ কণীত ১৪ পইচা। চাহৰ কাপে ১ পইচা। চাউলৰ মোনে আঢ়ৈ টকাৰ পৰা চাৰি টকালৈ আছিল। তেতিয়া ৰেডিঅ' বা দুৰদৰ্শন কেন্দ্ৰ হোৱা নাছিল।

স্কাউটিং শিকিলে আত্মনিৰ্ভৰশীল হয়, নিয়মানুবৰ্তিতা আয়ত্ব কৰে। পৰোপকাৰ কৰিবলৈ শিকে। পিন্ধন উৰণত পৰিপাতি হয়। জাতিৰ প্ৰতি কৰ্তব্যত আত্মনিয়োগ কৰে। ৰন্ধা-বঢ়া শিকে। সাঁতোৰ শিকে, প্ৰাথমিক সাহায্য শিকে।

১৯৩৯ চনত ১৩ এপ্ৰিল তাৰিখে দেউতাকৰ আৰু একে চনৰ ১৬ নৱেম্বৰত মাকো স্বৰ্গগামী হয়। পিতৃ মাতৃৰ বিয়োগৰ লগে লগে সত্যব্ৰত লহকৰৰ ওপৰত ঘৰৰ সকলো দায়িত্ব আহি পৰে। তেতিয়া তেখেতে আই এ পৰীক্ষা দি উঠিছে। তেখেতে পঢ়া বন্ধ কৰিলে আৰু দুটা টিউশ্যনো' আৰম্ভ কৰিলে অশেষ চেষ্টা কৰি তেখেতসকলৰ মোমায়েক প্ৰফুল্ল বৰুৱাই সত্যব্ৰত লহকৰক কটন কলেজিয়েট স্কুলত শিক্ষকৰ পদত ভৰ্ত্তি কৰাই দিলে।

ইয়াৰ পিছত লহকৰ ডাঙৰীয়াই ১৯৪২ চনৰ ১৩ চেপ্তেম্বৰ তাৰিখে আই এম এৰ পৰা চেকেণ্ড লেফ্‌টেনেণ্ট হিচাবে কমিশ্যণ্ড হয়। তেখেতে মাদ্ৰাজত 'জইন' কৰিলে, তাত এণ্টি মাইনচ্ কোৰ্চ কৰে। ইয়াৰ তেখেতে বাঙ্গালোৰৰ শত্ৰু পক্ষ আৰু মিত্ৰ পক্ষৰ বিমানবোৰ আকশত উৰি থাকোতে চিনি পাবলৈ শিকে ইয়াৰ পিছত ১৯৪৩ চনত পাঞ্জাবৰ ঝেলমৰ ওচৰত থকা দীনা কেম্পলৈ

বদলি হয়। ইয়াৰ পিছত তেখেতে ঢাকাৰ ওচৰত থকা তেজগাঁৱলৈ যায়। ইতিমধ্যে তেখেত লেফ্‌টেনেণ্ট পদলৈ উন্নীত হয়। ১৯৪৩ চনৰ ১৫ চেপ্টেম্বৰ তাৰিখে কেপ্টেইন পদলৈ পদোন্নতি হয়।

আৰাকান ফ্ৰণ্টৰ কায়ুগয়াং বুথিদং মংদো "551" আদি বিভিন্ন এলেকাত তেখেতসকলৰ ইউনিট লৈ যুদ্ধ ক্ষেত্ৰত অংশ গ্ৰহণ কৰে। শত্ৰু পক্ষ হিচাবে জাপানীসকলে বৃটিশ সৈন্য বাহিনীৰ মাজত ত্ৰাসৰ সৃষ্টি কৰিছিল। বহু সময়ত তেখেতসকলে ট্ৰেন্‌সৰ ভিতৰত কটাইছিল।

মাংদোত ফোৰটিনথ আৰ্মি কমাণ্ডাৰ জেনেৰেল শ্লীমক লগ পাই তেখেতৰ বৰ ভাল লাগিছিল।

জাপানীসকলে চিঙ্গাপুৰ দখল এৰি আত্মসমৰ্পন কৰোতে প্ৰথম যি সৈন্য বাহিনী মিত্ৰপক্ষৰ পৰা তালৈ যায়, সেই সকল অফিচাৰৰ ভিতৰত লহকৰো আছিল। তাত থাকোতে নেতাজী সুভাষ চন্দ্ৰ বোসৰ ঘনিষ্ঠ সান্নিধ্যত অহা বহু ব্যক্তিৰ তেখেতৰ লগত পৰিচয় ঘটে।

১৯৪৬ চনত ভাৰতৰ নেতা পণ্ডিত জৱাহৰলাল নেহৰু চিঙ্গাপুৰলৈ আহিব বুলি খবৰ ওলাল। সেই সময়ত চাউথ ইষ্ট এচিয়াৰ কমাণ্ডাৰ আছিল লৰ্ড লুই মাউণ্ট বেটেন। মহাৰাষ্ট্ৰৰ প্ৰতিনিধি কেপ্টইন হাৰোডেক আৰু কেপ্টেইন লহকৰে চিঙ্গাপুৰৰ টাউন 'হলত' শ্ৰীজৱাহৰ লালজীক লগ পাইছিল।

১৯৪৭ চনত ভাৰতৰ স্বাধীনতা অহাৰ আগে আগে সৈন্য বাহিনীৰ পৰা অব্যাহতি লৈ চিঙ্গাপুৰৰ পৰা ঘৰলৈ গুচি আহিল।

১৯৪৮ চনত লহকৰ ডাঙৰীয়াই অসম পুলিচ বেটেলীয়ানৰ এচিষ্টেণ্ট কমাণ্ডেণ্ট হিচাবে জইন কৰিলে। ১৯৪৯ চনত তাৰ পৰা অব্যাহতি ল'লে আৰু ১৯৫০ চনত পুনৰ আৰ্মিলৈ মাতি পঠিয়ালে। চিলঙৰ হেপীভিলাত থকা অসম ৰেজিমেণ্ট চেণ্টাৰত জইন কৰিলে। কেইমাহ মান পিছতে ফিল্ড চাৰ্ভিচৰ বাবে থাৰ্ড

অসম ৰেজিমেণ্টত যোগ দিলে। ইয়াৰ পিছত তেখেতে নেফাৰ ওৱেল ফেয়াৰ অফিচাৰ হিচাবে মাৰ্ঘেৰিতাত যোগদান কৰিলে। ইয়াৰ পিছত তেখেতক এচিষ্টেণ্ট পলিটিকেল অফিচাৰ আৰু মেজিষ্ট্ৰেট হিচাবে নিযুক্তি দিলে। তেতিয়া ১৯৫৩ চন। জন-জাতিৰ লোক সকলৰ লগত তেখেত মিলি গৈছিল। পিছে পলিটিকেল অফিচাৰৰ সৈতে মতানৈক্য হোৱাত ১৯৫৪ চনত তাৰ পৰা অব্যাহতি লৈ ঘৰলৈ গুচি আহে।

চীনৰ আক্ৰমণৰ হেতু তৃতীয়বাৰ সৈন্য বিভাগলৈ পুনৰ মাতিপঠিয়ালে। ১৯৬৩ চনৰ জুলাই মাহত চিলঙৰ হেপীভিলাত অসম ৰেজিমেণ্ট চেণ্টাৰত মেজৰ হিচাবে যোগদান কৰিলে। ১৯৬৫ চনত চিক্কিমলৈ বদলি হৈ যায়। ১৯৬৭ চনত সৈন্য বিভাগৰ পৰা আকৌ অব্যাহতি লয়। সেই বছৰতে ইউনিয়ন পাব্লিক চাৰ্ভিচ কমিশ্যনৰ বাচনি মতে কেন্দ্ৰীয় চৰকাৰৰ প্ৰথম শ্ৰেণীৰ গ্ৰেড্ ওৱান চাৰ্ভিচত বোৰ্ডাৰ ৰোডচ অৰগেনিজেশ্যনত যোগদান কৰে ১৯৬৮ চনৰ ১৫ জানুৱাৰীত কুৰকীত গৈ। তাৰ পৰা তেখেতক নগালেণ্ডলৈ পঠিয়ায়। তাৰ পিছত ১৯৭০ চনত চিক্কিমৰ গেংটকলৈ বদলি হয়। সেইটো আছিল প্ৰজেক্ট স্বস্তিক। ১৯৭৩ চনত ভাৰ্টক প্ৰজেক্টত তেখেতে কাৰ্য্যভাৰ লয়। ১৯৭৪ চনত বোৰ্ডৰ ৰোডচ অৰগেনাজেশ্যনৰ পৰা অব্যাহতি লৈ ঘৰলৈ আহে।

অসমত একলাখৰ ওপৰ প্ৰাক্তন সৈনিক আছে। তেখেত সদৌ অসম প্ৰাক্তন সৈনিক সন্থাৰ তৃতীয় বাৰৰ বাবে নিৰ্বাচিত সভাপতি হয়। তাৰ পিছত তেখেত এই সন্থাৰ “পেট্ৰন” হয়।

নিউ ফিল্ডত অনুষ্ঠিত গুৱাহাটী ৰঙালি বিহু উৎসৱৰ তেখেত প্ৰতিষ্ঠাতা। অসম সাহিত্য সভাৰ শাখা সভা বিহগী কবি ৰঘুনাথ চৌধাৰী প্ৰতিষ্ঠিত “সবিতা সভা”ৰ তেখেত সভাপতি। ১৯৫৭ চনতে কেন্দ্ৰৰ দ্বাৰা অৱহেলিত হৈ থকা অসমৰ বিষয়ে

তথ্য পাতিৰে "বিট্ৰেয়েল অৱ আসাম" নামৰ কিতাপ খন তেখেতে ইংৰাজীতে ছপাই উলিয়াই দিছিল।

অৱহেলিত লোক সকলৰ সেৱাত ব্ৰতী হ'বলৈ আমাৰ ভাষা, সাহিত্য সংস্কৃতিৰ উন্নতিকল্পে "নাম নাই" মাহেকীয়া আলোচনীখন তেখেতে চলাই আছে। ইয়াৰ ৰূপালী জয়ন্তী ১৯৮২ চনত, ত্ৰিদশকীয় জয়ন্তী ১৯৮৬ চনত ১৯৯১ চনত ৩৫ তম "নাম নাই" জয়ন্তী ১৯৯৪ চনত ৪০ বছৰীয়া জয়ন্তী পালন কৰা হয়। "নাম নাই"ৰ লগতে "নাম আছে" নামে এখনি সাপ্তাহিক কাকত ১৯৯১ চনৰ পৰা চলি আছে।

সাহিত্যাচাৰ্য্য অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই লিখিছে— "নাম নাই খন এনে এখন আলোচনী য'ত ইয়াৰ নবীন—প্ৰবীন সকলো সাহিত্যিকৰ বাবে মুকলি কৰা হৈছে। ইয়াত কোনো নিৰ্দ্দিষ্ট গণ্ডী নাই। সম্পাদক শ্ৰীলহকৰে সকলো শ্ৰেণীৰ লিখকক আৰু পাঠকক উৎসাহ দিবলৈ যত্ন কৰে।"

ড° মহেশ্বৰ নেওগে, প্ৰাক্তন সভাপতি অসম সাহিত্য সভা, এইদৰে লিখিছে "বাটতে হওক বা বিয়া সবাহতেই হওক বা মোৰ পঁজাতেই হওক জনপ্ৰিয় আৰু নিৰ্ভীক বহুল প্ৰচাৰিত মাহিলি "নাম নাই"ৰ একনিষ্ঠ সম্পাদক মেজৰ সত্যব্ৰত লহকৰে মোক লগ পালেই নতুন একোখন "নাম নাই" হাতত গুঁজি দিব আৰু ক'ব, কিবা এটা সৰু সুবা বস্তু আমাকো দিব।"

নগেন চৌধুৰীয়ে (সম্পাদক, গুৱাহাটী সাহিত্য কানন) এইদৰে লিখিছে—"অসম আইৰ এজন সুযোগ্য সন্তান হিচাবে আপোনাক সম্বৰ্দ্ধনা জনোৱাটো উচিত বুলি আমি বিবেচনা কৰিছো। দেশৰক্ষাৰ কামত নিজকে নিয়োজিত কৰিও অসমীয়া ভাষা, সাহিত্য-সংস্কৃতিৰ বিকাশ তথা শ্ৰীবৃদ্ধিৰ বাবে 'আপুনি' দিয়া অবদানৰ কথা অসম বাসীয়ে সদায়ে স্মৰণ কৰিব। আপোনাৰ চিন্তা ধাৰাই অসমীয়া ভাষা সাহিত্যকে সমৃদ্ধিশালী

কৰা নাই, লগতে অসমীয়া জাতি গঠনতো বিশেষ ইন্ধন যোগাইছে।"

অধ্যাপক বিনয়ভুষণ চৌধুৰীয়ে (সভাপতি ৩৫ তম "নাম নাই" জয়ন্তী উদযাপন সমিতি) এইদৰে লিখিছে "অক্লান্ত পৰিশ্ৰমী, অধ্যৱসায়ী আৰু দৃঢ়মনা মেজৰ সত্যব্ৰত লহকৰৰ "নাম নাই" একুৰি পোন্ধৰ বছৰ কৃতিত্বৰে অতিবাহিত কৰিলে। ই আমাৰ সকলোৰে আনন্দ আৰু সন্তুষ্টিৰ কথা।"

জনকৃষ্টিৰ জগত বিখ্যাত সাধক ড° প্ৰফুল্লদত্ত গোস্বামীয়ে এইদৰে লিখিছে "তেখেতে পিতৃ-মাতৃৰ স্মৃতি ৰক্ষা কৰিবপৰা কামটোহে আচল শ্ৰাদ্ধ বুলি ভাবে। শ্ৰীসত্যব্ৰত লহকৰে তেখেতৰ পিতৃ জল্‌টিৰাম লহকৰৰ হেবাই যোৱা ৰচনাবাজি সংগ্ৰহ কৰি "জল্‌টিৰাম লহকৰ ৰচনাৱলী" নামেৰে লহকৰৰ জন্ম শত বাৰ্ষিকী (১৯৮৯, ১৫ এপ্ৰিল) ছপাই উলিওৱা কাৰ্য্য দেখি কৈছিল, এয়াহে আচল পিতৃ শ্ৰাদ্ধ।"

মেজৰ সত্যব্ৰত লহকৰলৈ মানপত্ৰ:

"আজীৱন সাধনা আৰু ত্যাগৰ মন্ত্ৰেৰে শতবাধা-বিঘিনি নেওচি অসম মাতৃৰ সেৱাত নিজৰ জীৱন উৎছৰ্গা কৰি আপুনি যি অমূল্য সেৱা আগবঢ়াইছে তাৰ সৌৰভ অসমৰ আকাশত আজিও বিদ্যমান।"

ৰাধা গোবিন্দ বৰুৱা স্মৃতি ৰক্ষা সমিতি

ফনীশৰ্মা - সম্পাদক। লক্ষ্যধৰ চৌধুৰী—সভাপতি।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী ড° নিৰ্মল প্ৰভা বৰদলৈ আৰু সাহিত্য একাডেমী বঁটা বিজেতা শ্ৰীঅজিত বৰুৱা আদিৰ লগতে ১৯৯৪ চনত মেজৰ সত্যব্ৰত লহকৰকো অসম চৰকাৰে সাহিত্যিক পেন্সন প্ৰদান কৰিছে।

১৯৪৪ চনৰ ১২ মে' তাৰিখে মেজৰ সত্যব্ৰত লহকৰৰ, সাহিত্যিক স্বৰ্গীয় ৰায়চাহেব ৰাজেন্দ্ৰলাল উজিৰ আৰু স্বৰ্গীয়া

সাবিত্ৰী বালা উজিৰৰ কন্যা শ্ৰীমতী অমিয় উজিৰৰ লগত বিয়া হয়। শ্ৰীমতী লহকৰে প্ৰাইভেটকৈ শান্তি নিকেতন বিশ্ব ভাৰতীৰপৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে উত্তম বিভাগত। তেখেতসকলৰ সন্তান ৬ টি। তেওঁলোক ক্ৰমে—দীপান্বিতা (ৰিণি), পুৰবী (বিতা), ৺পুণ্যব্ৰত লহকৰ (ৰাণা), ৺সুব্ৰত (ৰাজ), বেদব্ৰত (ৰতন), মাধুৰিমা (ৰীমা)। গোটেই কেইটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

১৯৫৫ চনত অবিভক্ত গোৱালপাৰাখন পশ্চিম বঙ্গই গ্ৰাস কৰিবলৈ ওলোৱাত প্ৰতিবাদ কল্লে তেখেতে তথ্যপাতি দি এখন "বুলেটিন" ছপাই উলিয়াইছিল। সেই আন্দোলনৰ নেতা শৰৎ চন্দ্ৰ সিংহ (প্ৰাক্তন মুখ্যমন্ত্ৰী. অসম) সেই বুলেটীনৰ বহু কপি কিনি নি তাত বিলাইছিল। সেই যাত্ৰাত গোৱালপাৰা ৰক্ষা পৰিল।

যুদ্ধক্ষেত্ৰত থাকোতে "হিন্দুস্থান ইয়াৰ বুকত" অসমৰ প্ৰধান ভাষা বঙালী বুলি লেখা কথাটোৰ প্ৰতি তেখেতে খুব তীব্ৰ প্ৰতিবাদ কৰি ৰচোতাজনলৈ লিখিছিল। পিছৰ সংকলনটোত শুধৰাই অসমৰ প্ৰধান ভাষা অসমীয়া বুলি ছপাইছিল। ড° বাণীকান্ত কাকতিয়ে এই কথাটো গম পাই লহকৰলৈ মৰমেৰে চিঠি লিখিছিল—"যুদ্ধ ক্ষেত্ৰত থাকিও অসমীয়া ভাষা সাহিত্যৰ কথা তুমি ভাবা বাবে মই আনন্দত আপ্লুত হৈছো।"

১৯৬২ চনত প্ৰবীন এড্‌ভোকেট গৌৰীকান্ত তালুকদাৰৰ সভাপতিত্বত কাৰ্জনহলত (বৰ্তমান কৰ্মবীৰ নবীন বৰদলৈ হল) এখনি ৰাজহুৱা সভাত মেজৰ সত্যব্ৰত ভূঞা লহকৰক "অসমৰত্ন" উপাধিৰে বিভূষিত কৰি সম্বৰ্দ্ধনা জনোৱা হয়।

থিয়ছফিকেল ছোচাইটিৰ বহু বছৰৰ পৰা লহকৰ এজন সক্ৰিয় সদস্য।

বৰ্ত্তমান অসম খিয়ছফিকেল ফেদাৰেচনৰ এগৰাকী উপ-সভাপতি।

অসমত বাস্তৱিকাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন ডাক টিকত স্মাৰক সমিতিৰ সভাপতি আছিল।

মেজৰ সত্যব্ৰত লহকৰ এজন ন্যায়পৰায়ণ আৰু সৎ-সাহসী লোক। তেখেত অসমৰ উন্নতিৰ হকে লাগি থকা ব্যক্তি। তেখেত অক্লান্ত পৰিশ্ৰমী, অধ্যৱসায়ী আৰু দৃঢ়মনা। তেখেত হৈছে নিৰহংকাৰী আৰু সৰলাচৰণৰ মানুহ। তেখেতে সময় মতে কাম কৰে আৰু পিন্ধন উৰণত পৰিপাতি। তেখেতে প্ৰায়ে খোজ কাঢ়ি ফুৰে। বৰ্ত্তমান তেখেত ৭৯ বছৰত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।



[ মেজৰ সত্যব্ৰত ভূঞা লহকৰৰ "মোৰ জীৱনধাৰাৰ" সহায়ত লিখা। ]



## ভুগোলবিদ—
## ড° হৰিপ্ৰসন্ন দাস

ইংৰাজী ১৯২২ চনৰ ১১ ফেব্ৰুৱাৰী মঙলবাৰে ড° হৰিপ্ৰসন্ন দাসৰ নলবাৰীত জন্ম হয়। তেখেতৰ দেউতাক নলবাৰী গৰ্ড'ন হাইস্কুলৰ এজন কৃতী শিক্ষক প্ৰয়াত মণিৰাম দাস বি, এ বি, টি আৰু মাক প্ৰয়াত ৰশ্মি প্ৰভা দাস এজনী অতিথি পৰায়ণা মহিলা আছিল।

শ্ৰীদাস সৰুৰে পৰা ধীৰ স্থিৰ আৰু সত্যবাদী ল'ৰা আছিল। তেখেতে ১৯৩৯ চনত মেট্ৰিক, ১৯৪১ চনত আই এচ চি, ১৯৪৪ চনত বি, এ আৰু ১৯৪৬ চনত, ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ভূগোলত এম, এ পাছ কৰা অসমৰ তৃতীয় জন ব্যক্তি। ১৯৪১ চনত শ্ৰীপ্ৰভাকৰ বৰুৱাই (Retd. Chief Conservator of Forest, Govt. of Assam) ভূগোলত এম, এ পাছ কৰা প্ৰথম জন ব্যক্তি আৰু দ্বিতীয় ব্যক্তি জন হ'ল আটফুৰ ৰহমান (Retd. Deputy Secretary, govt. of Assam) শ্ৰীদাসে বিশ্ববিখ্যাত ভূগোলবিদ L. Dudley Stamp ৰ তত্বাবধানত গৱেষণা কৰি London School of Economics অৰ পৰা Ph. D. লাভ কৰে। ড° শ্ৰীদাসে ভূগোল অধ্যয়ন কৰিবলৈ তেখেতৰ দেউতাক আৰু কৃতী শিক্ষক অম্বিকা চৰণ চৌধুৰীৰ পৰা প্ৰেৰণা পাইছিল।

১৯৪৯ চনত তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ Under-graduate Department অ'ত ভূগোলৰ প্ৰবক্তা হিচাপে যোগদান কৰে। সেই সময়ত অধ্যাপক গন নাথন এই বিভাগৰ মুৰব্বী অধ্যাপক আছিল। কিন্তু তেখতে পূণা বিশ্ববিদ্যালয়ত যোগদান কৰিব যোৱাত ১৯৫০ চনত দাস ডাঙৰীয়াই এই বিভাগৰ মুৰব্বী অধ্যাপক হয়। সেই সময়ত কটন কলেজৰ ভিতৰত এটা খেৰী ঘৰত ভূগোলৰ 'পাচ' আৰু 'অনাৰ্চ' শিকোৱা হৈছিল। ১৯৫৫ চনত এই ভূগোল বিভাগটো জালুকবাৰীলৈ স্থানান্তৰিত কৰা হয়।

তেখেতৰ অশেষ চেষ্টাৰ ফলত ১৯৫৮ চনত স্নাতকোত্তৰ শ্ৰেণী আৰম্ভ হয়। সেই সময়ত ভাৰতৰ বিভিন্ন ৰাজ্যত ভূগোলৰ এম, এ/এম, এছ, চি শ্ৰেণী আৰম্ভ হৈছিল আৰু অধ্যাপকসকলে নিজৰ ৰাজ্যত চাকৰী কৰিবলৈ পচন্দ কৰিছিল। সেই কাৰণে অসমত সেই সময়ত অধ্যাপকৰ চাকৰী পোৱাত অসুবিধা হৈছিল। সেই সময়ত অসমৰ কলেজত ভূগোল বিষয় নাছিল আৰু ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা Under-graduate Class উঠাই দিয়ে। ফল স্বৰূপে P. G. Class ৰ বাবে ছাত্ৰ-ছাত্ৰী পোৱাৰ অসুবিধা হৈছিল।

১৯৫৫ চনত ড° মীনাধৰ বৰঠাকুৰ চাৰে আৰু ১৯৫৮ চনত ড° মহম্মদ তাহেৰ চাৰে ভূগোল বিভাগত যোগদান কৰে। লাহে লাহে অসমৰ কলেজসমূহত ভূগোল আৰম্ভ হ'ব ধৰে। ফলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়িব ধৰে। এই তিনিজনা মহান ব্যক্তিৰ চেষ্টাত উত্তৰ-পূৱ ভাৰতত ভূগোল বিজ্ঞানৰ যথেষ্ট বিকাশ হৈছে। তেখেতসকলে B. T. পঢ়া ছাত্ৰ-ছাত্ৰীক, M. A/M. Sc ছাত্ৰ ছাত্ৰীক, আৰু Vocational Course ত M. A/M. Sc পঢ়িব অহা শিক্ষক-শিক্ষয়িত্ৰীক পঢ়াইছিল। শিক্ষকতাত তেখেতসকল বৰ ব্যস্ত আছিল আৰু কোনো ধৰণৰ ওজৰ আপত্তি কৰা নাছিল।

১৯৪০ চনত মেট্রিকত ভূগোল বাধ্যতামূলক বিষয় হয় আৰু নম্বৰ আছিল ৫০। ১৯৫০ চনত ভূগোলত ১০০ নম্বৰ হয়। সেই সময়ত এল, পি, এম্., ভি, বি, টি, সকলোতে ভূগোল জনপ্ৰিয় বিষয় আছিল।

H. S. L. C. Course আৰম্ভ হোৱাৰ লগে লগে ভূগোলৰ বিষয়টো সমাজ অধ্যয়নত সুমাই দিয়া হ'ল আৰু হাইস্কুল শিক্ষান্ত পৰীক্ষাত ভূগোল বাধ্যতামূলক বিষয় হৈ নাথাকিল। তাৰ ফলত ছাত্ৰ-ছাত্ৰী ভূগোলৰ জ্ঞানৰ পৰা বঞ্চিত হ'ল।

অতি প্ৰাচীন কালৰে পৰা শাস্ত্ৰ বিলাকত ভূগোলৰ কথা নিহিত হৈ আছে আৰু পশ্চিমৰ কিছুমান উন্নত দেশত যেনে ফ্ৰান্স, জাৰ্মানী আদিত প্ৰায় ২০০০ বছৰ আগৰে পৰা ভূগোলৰ চৰ্চ্চা চলি আহিছে।

এজন ব্যক্তিয়ে নিজৰ ওচৰ-চুবুৰীয়া অঞ্চল, নিজৰ জিলা, প্ৰদেশ, দেশ আৰু পৃথিৱীৰ কথা জনা দৰ্কাৰ। Geography is a state of phenomena in Terms of Space. History is a state of phenomena in Terms of Time. ভূগোল আৰু বুৰঞ্জী নাজানিলে আমাৰ জ্ঞান পুষ্ট নহয়।

১৯৮৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত ভূগোলৰ M. Phil. Course আৰম্ভ হয়।

ড° হৰিপ্ৰসন্ন দাস চাৰ ২৬ বছৰ কাল ভূগোলৰ প্ৰতিষ্ঠাতা মুৰব্বী অধ্যাপক আছিল। তেখেতে "অসমৰ ভূগোল" নামে এখনি কিতাপ লিখে। তেখেতে লিখা নানা ধৰণৰ প্ৰবন্ধ-আলোচনী, বাতৰি কাকত আদিত প্ৰকাশিত হৈছে। তেখেতৰ তত্বাবধানত ৭ জনে ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ "ৰেক্টৰ" আছিল। উক্ত বিশ্ববিদ্যালয়ৰ Sports Board অৰ Founder Secretary আছিল। তেখেত আছিল উত্তৰ পূৰ্ব ভাৰতৰ ভূগোল সন্থাৰ প্ৰতিষ্ঠাতা সভাপতি।

তেখেত আছিল ভাৰতীয় ভূগোলবিদ সন্থাৰ সভাপতি। অসম চৰকাৰৰ Planning Board ৰ সদস্য। ভাৰতৰ ভূগোলবিদ সন্থাৰ সভাপতি হিচাবে তেখেতে পঞ্জাব বিশ্ববিদ্যালয় আৰু গোৰখপুৰ বিশ্ববিদ্যালয়ত অসমৰ বিদেশী সমস্যাৰ বিষয়ে আলোচনা কৰি ৰাষ্ট্ৰক জনাই দিছিল।

১৯৪৮ চনত প্ৰখ্যাত ভাষাবিদ কালিৰাম মেধিৰ কন্যা শ্ৰীমতী কমলা মেধি এম, এ ( অসমীয়া ) ৰ লগত বিয়া হৈছিল। তেখেতসকলৰ তিনিজন ল'ৰা আৰু তিনিজনী কন্যা। সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

ড° দাস নগৰত থাকিলেও গাঁৱলীয়া মানুহৰ লগত ভাল সম্বন্ধ আছে। তেখেতে গাঁৱলীয়া মানুহক মৰম স্নেহ কৰে। তেখেতৰ খেতি বাতিৰ প্ৰতিও নিচা আছে।

ড' দাস এজন সমাজ প্ৰিয় লোক। তেখেতে মিছা কথা নকয়। পৰ চৰ্চা নকৰে। তেখেত এজন সৰলাচৰণৰ মানুহ। অন্যায় কৰি ধন ঘটাৰ পক্ষপাতি নহয়। তেখেত এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ পক্ষপাতি। তেখেতে কামেৰে আৰু ব্যৱহাৰেৰে মানুহৰ মন জয় কৰিব পাৰে। তেখেতে কথা ভাবি চিন্তি কয়। "নিজে জীয়াই থাক। আনকো জীয়াই থাকিব দিয়া" এইটো তেখেতৰ জীৱন দৰ্শন।

শিক্ষকৰ ঐকান্তিকতা, ছাত্ৰ-ছাত্ৰীৰ একাগ্ৰতা আৰু অভিভাবকৰ সক্ৰিয় সহযোগৰ ওপৰতে শিক্ষানুস্থানৰ উন্নতি ঘাই কৈ নিৰ্ভৰ কৰে। ড° দাসে শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাবক— সকলোৰে লগত মিলা জুলা কৰি শিক্ষাৰ উন্নতি কৰিছিল। উত্তৰ পূৱ ভাৰতত ভূগোলৰ বিকাশৰ ক্ষেত্ৰত ড° দাস চাৰৰ নাম সোণালী আখৰেৰে লিখা থাকিব।

বৰ্ত্তমান তেখেতে ৭৯ বছৰত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।



# আদৰ্শ অধ্যাপক—ড° মহম্মদ তাহেৰ

১ এপ্ৰিল ১৯৩১, দেওবাৰে অসমৰ লক্ষীমপুৰ জিলাৰ খুটা কটীয়া গাঁৱত ড° মহম্মদ তাহেৰৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৺তৈয়ব আলী হাজৰিকা আৰু মাতৃ আছিল হামেৰুণ নিছা হাজৰিকা। তেখেত সৰুৰেপৰা প্ৰখৰ বুদ্ধিৰ ল'ৰা আছিল।

শিক্ষা :

প্ৰবেশিকা -উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুল—১ম বিভাগ (১৯৪৮ চন)

আই, এছ, চি—কটন কলেজ—১ ম বিভাগ (১৯৫১)

বি, এছ, চি—কটন কলেজ—১ ম শ্ৰেণী (১৯৫৪) (ভূগোল অন'চ)

এম, এছ, চি—কলিকতা বিশ্ববিদ্যালয় –১ ম শ্ৰেণী ('৯৫৬)

পি, এইচ, ডি - অকলেণ্ড বিশ্ববিদ্যালয় –(১৯৬৫) নিউজিলেণ্ড (কমনৱেলথ্ স্কলাৰ হিচাবে)

ড° মহম্মদ তাহেৰৰ শৰীৰ আৰু মন সবল। তেখেতৰ কামৰ প্ৰতি একাগ্ৰতা আছে, কঠিন পৰিশ্ৰম কৰিব পাৰে, সময়ৰ সৎ ব্যৱহাৰ জানে আৰু নিয়মানুবৰ্তিতা আদি গুণৰ কাৰণে সকলো কামৰ অগ্ৰগতি লাভ কৰিব পাৰে। তেখেতৰ দৃষ্টি-ভঙ্গী বৈজ্ঞানিক। সকলো পৰীক্ষাতে ভাল ফল লাভ কৰাৰ কাৰণ এইবোৰেই।

শিক্ষক আৰু শিক্ষাবিদ সকলেই দেশৰ প্ৰকৃত নিৰ্মাতা। বিশ্ব-বিদ্যালয় এখনৰ ভাল-বেয়া, নাম-সুনাম নিৰ্ভ'ৰ কৰে বিশেষকৈ শিক্ষকসকলৰ ওপৰত। সেই কাৰণে ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰখ্যাত উপাচাৰ্য্য চাৰ আশুতোষ মুখাৰ্জ্জীৰ দৰে

উপাচাৰ্য্য পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ আৰু ড° সূৰ্য্য কুমাৰ ভূঞা দেৱেও ভাৰতৰ বিভিন্ন ঠাইৰ পৰা বেলেগ বেলেগ বিষয়ত বছা-বছা মানুহ আৱশ্যক হ'লে আৰম্ভণীতে অলপ বেছি দৰ্মহা দি হ'লেও অধ্যাপক নিযুক্তি দিছিল। অধ্যাপক নিযুক্তি দিয়াৰ সময়ত একমাত্ৰ মাপকাঠি আছিল যোগ্যতা—শৈক্ষিক অৰ্হতা।

১৯৫৮ চনত ড° মহম্মদ তাহেৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগত প্ৰবক্তা হিচাবে যোগদান কৰে। অধ্যাপক ড° বাণীকান্ত কাকতিয়ে কৈছে যে ভীমৰ গদা ঘূৰাবলৈ হ'লে আগতে ভীমৰ বল অৰ্জন কৰিব লাগে। কঠোৰ সাধনাৰে নিজকে উপযুক্ত কৰিলৈহে মানুহ কাৰ্য্য ক্ষেত্ৰত নামিব লাগে। ড° মহম্মদ তাহেৰ চাৰে শিক্ষকতাৰ যোগ্যতা অৰ্জন কৰিছে। ১৯৫৮ চনত ড° হৰিপ্ৰসন্ন দাস চাৰৰ আপ্ৰাণ চেষ্টাত গুৱাহাটী বিশ্ববিদ্যালয়ত ভূগোলৰ স্নাতকোত্তৰ শ্ৰেণী আৰম্ভ হয়। ড° তাহেৰ চাৰ ড° হৰিপ্ৰসন্ন দাস চাৰৰ সোঁহাত স্বৰূপ আছিল। ১৮৫৭ চনত (চিপাহী বিদ্ৰোহৰ বছৰত) কলিকতা, বোম্বে আৰু মাদ্ৰাজত বিশ্ববিদ্যালয় আৰম্ভ হৈছিল। উত্তৰ-পূব ভাৰতত বিশ্ববিদ্যালয় নাছিল। মাত্ৰ ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ হৈছিল। সেই সময়ত অসম উচ্চ শিক্ষাত পিছ পৰি আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে উচ্চ শিক্ষাৰ দুৱাৰ মুকলি কৰি দিয়ে।

উত্তৰ-পূব ভাৰতৰ ভূগোল শিক্ষাৰ বিস্তাৰৰ ক্ষেত্ৰত ড° হৰিপ্ৰসন্নদাস চাৰ, ড° মীনাধৰ বৰঠাকুৰ চাৰ আৰু ড° মহম্মদ তাহেৰ চাৰৰ নাম—ভোটা তৰাৰ দৰে জিলিকি থাকিব। তেখেত সকলে স্নাতক শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীক, এম এ, এম, এছ চি শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীক Vocational Course ত পঢ়া এম এ, এম এছ চি পঢ়া শিক্ষক আৰু শিক্ষয়িত্ৰীক আৰু বিটি পঢ়া ছাত্ৰ-ছাত্ৰীক পঢ়াইছিল। তেখেতসকল শিক্ষকতাৰ ক্ষেত্ৰত বৰ ব্যস্ত আছিল।

Rightman in Right Place. উপযুক্ত ব্যক্তিক উপযুক্ত স্থানত নিযুক্তি দিলে সমাজৰ উন্নতি হয়। শিক্ষকৰ কাৰণে এজন উপযুক্ত ব্যক্তি ড° মহম্মদ তাহেৰ চাৰক ভূগোল বিভাগত যোগদান কৰিব দি গুৱাহাটী বিশ্ববিদ্যালয়ে ভাল কাম কৰিছে। শ্ৰেণীত পাঠদানত তেখেতে কোনো দিনে অৱহেলা কৰা নাই। শ্ৰেণীৰ পাঠদান দিবলৈ অহাৰ আগেয়ে ঘৰত সদায় আৱশ্যকীয় অধ্যয়ন কৰি লয় আৰু অতি নিষ্ঠাৰে পাঠ দান কৰে। ছাত্ৰ-ছাত্ৰী সকলৰ পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ জন্মাবলৈ তেখেতে সদায় চেষ্টা কৰে।

ড° তাহেৰ চাৰৰ ভূগোলৰ সকলো শাখাতে গভীৰ জ্ঞান আছে। তেখেতৰ অসমীয়া আৰু ইংৰাজী ভাষাত দখল আছে। তেখেতৰ মাত স্পষ্ট। বে'ল পৰাৰ লগে লগে শ্ৰেণীত সোমায়। ছাত্ৰ-ছাত্ৰীৰ উপস্থিতিৰ হিচাব লৈ ব'ড'ৰ ওচৰলৈ যায় আৰু তাত Main Points বিলাক লিখি দিয়ে, বিভিন্ন ৰঙৰ চক্ মাটিৰে চিত্ৰ চিহ্ন আকি দিয়ে আৰু প্ৰাণ ঢালি পাঢ়ায়। বিষয় বস্তু হৈ পৰে সহজ-সৰল, ৰসাল তথা অতিকৈ মনোৰম। তেখেতে ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিব পাৰিছে। তেখেতৰ শ্ৰেণীত কোনো দিনে গণ্ডগোল হোৱা দেখা নাই। লিখকে তেখেতৰ তলত চাৰি বছৰ পঢ়িছে।

যি সকল ছাত্ৰ-ছাত্ৰী গুৱাহাটী বিশ্ববিদ্যালয়ত ভূগোলত স্নাতক, স্নাতকোত্তৰ, বি টি, আদি পঢ়িছে তেওঁলোকে জানে ড° মহম্মদ তাহেৰ চাৰৰ শিক্ষকতাৰ কথা। তেখেতৰ আখৰ ধুনীয়া, সুন্দৰ ছবি অঁকা দক্ষতা, লিখাৰ পৰিপাতি, বক্তৃতা দিয়াৰ ধৰণ, বিষয় বস্তুৰ অহ'ংশ—সকলো মিলি শিক্ষাদানৰ এক চমকপ্ৰদ সামৰ্থ্য প্ৰকাশিত হয়। শিক্ষকতাৰ এনে যশস্যা চাৰিও কালে চানি যোৱাৰ কাৰণে বহু সংগঠন অনুষ্ঠানে তেখেতক সঘনে আমন্ত্ৰণ কৰে। তেখেত এজন বিৰামহীন ব্যস্ত শিক্ষক।

উত্তৰ-পূৱ ভাৰতত ভূগোলৰ কিতাপ অতি কম আছিল। ভূগোলৰ বিকাশৰ বাবে আৰু ছাত্ৰ-ছাত্ৰীৰ অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি ৫ম মান শ্ৰেণীৰ পৰা স্নাতকোত্তৰ শ্ৰেণীলৈ ভূগোলৰ কিতাপ লিখিছে। তেখেতৰ কিতাপে ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ পৰা সমাদৰ লাভ কৰিছে। Map is a instrument of Geographers. তেখেতে ৫ খনি ভূচিত্ৰাবলী তৈয়াৰ কৰিছে আৰু ছাত্ৰ ছাত্ৰীৰ বহু খিনি অভাব দূৰ কৰিছে।

ড০ তাহেৰ চাৰৰ প্ৰণীত পুথি সমূহ:

১। যাতায়াত আৰু পৰিবহন ( অসম প্ৰকাশন পৰিষদ )

২। ভূগোল সোপান—১ ম খণ্ড ৫ ম মানৰ বাবে

৩। ভূগোল সোপান –২ য় খণ্ড, ৬ ষ্ঠ মানৰ বাবে

৪। সমাজ অধ্যয়ন—৩ য় খণ্ড, ৮ ম মানৰ বাবে ( সহযোগী গ্ৰন্থকাৰ )

৫। ভূগোল ভাৰতী—৯ ম আৰু ১০ ম মানৰ বাবে—অসমীয়া বাংলা

৬। Text Book of Geogrnphy—for Clsses IX & X — English

৭) ভূগোল বিজ্ঞান—১ ম খণ্ড—উচ্চতৰ মাধ্যমিক শ্ৰেণীৰ।

৮) Social Geography—for Degee Major and Post graduate levels.

৯। Geography of North East India for Degree and Postgraduate standards.

১০। Asian Immigrants in New Zealand ( co-authored ) Published in Newzealand )

১১. ভূচিত্ৰাবলী—৪ খন ( Published by Assam Depot )

১২. নিগমৰ ভূচিত্ৰাবলী—১ খন ( Published by Assam Text book Corporation )

তেখেতে লিখা গবেষনা ভিত্তিক প্ৰবন্ধ ৬০ টাৰো অধিক। এই প্ৰবন্ধবোৰ কিতাপ কৰি প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ ভড়াল বহুখিনি চহকী হ'ব।

ক) ১৯৫৮—প্ৰৱক্তা হিচাপে নিয়োজিত

১৯৭০—ভূগোলৰ ৰীডাৰ হিচাপে নিয়োজিত

১৯৭৮—গু. বি. পাঠ্য পুথি প্ৰস্তুতি আৰু সমন্বয় সমিতিৰ সচিব।

১৯৮১— গু. বি. ভূগোল বিভাগৰ অধ্যাপক হিচাবে নিয়োজিত।

১৯৮৭—গুঃ বিঃ ভূগোল বিভাগৰ মুৰব্বী অধ্যাপক

১৯৯০—৯১ গু. বি. বিজ্ঞান গুৰু Dean, Faculty of Science )

১৯৯১—৩১ মাৰ্চ্চ অৱসৰ গ্ৰহন।

১৯৯১—এপ্ৰিল—অসম মাধ্যমিক শিক্ষা পৰিষদৰ অধ্যক্ষ হিচাবে যোগদান।

১৯৯৩—গু. বি. ভূগোল বিভাগৰ অতিথি অধ্যাপক হিচাবে নিয়োজিত

খ) গু. বি. অত থকা সময়ত মাজে সময়ে বিশ্ববিদ্যালয় শ্ৰেণী সচিব আৰু বিশ্ববিদ্যালয় লাইব্ৰেৰীৰ লাইবেৰীয়ান হিচাপে কাৰ্য্যভাৰ চলাইছিল।

গ) গু. বি. কাৰ্য্যনিৰ্ব্বাহক পৰিষদৰ সদস্য—১৯৯১-৯২

কটনকলেজত পঢ়োতে ১৯৫৩ চনত কটনিয়ান সম্পাদনা কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত থকা কালত –

১। Sports Festival আৰু Youth Festival ৰ বিভিন্ন আয়োজন কৰাত সক্ৰিয় সহায় আগ বঢ়াইছিল।

২। গোপীনাথ বৰদলৈ ছাত্ৰবাসৰ অধীক্ষক (১৯৬৫-১৯৭৮)

ওপৰত উল্লেখ কৰা প্ৰতিটো কাম তেখেতে অতি একাগ্ৰতাৰে কৰিছিল। তেখেত এজন ব্যক্তি নহয়—এটা অনুষ্ঠান।

তেখেতে নিযুক্তি পোৱাৰ সময়ত ড° সূৰ্য্য কুমাৰ ভূঞা গু. বি. ৰ উপাচাৰ্য্য আৰু ফণীধৰ দত্ত পঞ্জীয়ক আছিল। ড° বিৰিঞ্চি কুমাৰ বৰুৱা আছিল বিশ্ববিদ্যালয় শ্ৰেণী সমূহৰ সচিব। বিশ্ববিদ্যালয় সেই সময়ত অত্যন্ত নিয়মানুবৰ্তিতা আৰু শৃঙ্খলাৰ মাজেৰে চলিছিল। পৰীক্ষা পিছুওৱা নাছিল। ছাত্ৰ-শিক্ষকৰ সম্পৰ্ক অতি মধুৰ আছিল।

তেখেতসকলে বিশ্ববিদ্যালয়ৰ পৰীক্ষা সংক্ৰান্তত বহুতো কাম কৰিব লগা হৈছিল আৰু সেইবোৰ অতি নিষ্ঠা আৰু গোপনীয়তাৰে কৰিছিল।

কলিকতা বিশ্ববিদ্যালয় ঃ

১। তেখেতে এই বিশ্ববিদ্যালয়ত ১৯৫৪—১৯৫৬ চনত পঢ়িছিল আৰু ১৯৫৬-৫৮ চনলৈ ইয়াৰ Nationel Atlas organisation অ'ত উচ্চ বৰ্গৰ গবেষক হিচাপে কাম কৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক সকলৰ মাজত ড° তাহেৰ চাৰ প্ৰিয় াত্ৰ আছিল।

২। ভূগোল বিভাগৰ মুৰব্বী অধ্যাপক আছিল ড° শিৱপ্ৰসাদ চেটাৰ্জ্জী যাক ভাৰতৰ ভূগোল বিজ্ঞানৰ পিতা বুলি জনা গৈছিল।

৩। কলিকতাত তেখেতসকল পঢ়া কালত ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰীতিভা অতি উচ্চ পৰ্য্যায়ৰ আছিল আৰু ভাষাৰ ভিত্তিত তেখেতসকলক কেতিয়াও বেলেগ চকুৰে চোৱা নাছিল।

অকলেণ্ড বিশ্ববিদ্যালয় ঃ

১। Common wealth Scholarship লৈ তেখেতে New Zealand অৰ Auckland University লৈ Ph. D.

কৰিবলৈ গৈছিল। তেখেতৰ গৱেষণাৰ কাম শেষ হোৱাত ঘূৰি আহিছিল।

২। তেখেতে গবেষণা কৰে দক্ষিণ-পশ্চিম প্ৰশান্ত অঞ্চলৰ পুৰোধা ভূগোলবিদ K. B. Cumberland ৰ অধীনত।

৩। নিউজিলেণ্ড কম জনসংখ্যাৰ এখনি অতি চহকী দেশ। তাৰ অধিকাংশ লোকেই বৃটিছ দ্বীপপুঞ্জৰ পৰা যোৱা। তেওঁলোক বিনয়ী, সহৃদয় আৰু মৰমীয়াল। তেখেতসকলক বিশ্ববিদ্যালয়ৰ ভিতৰত বা বাহিৰত সকলোৱে মৰম আৰু সহৃদয়তাৰে ব্যৱহাৰ কৰিছিল।

২৬।৬।১৯৬৬ তাৰিখে ড° মহম্মদ তাহেৰ চাৰৰ মিছেছ ছেতাৰ আহমদৰ লগত বিয়া হয়। তেখেতসকলৰ সন্তান তিনিটা— ১ জনী ছোৱালী আৰু ২ জন ল'ৰা।

জড়িত অনুষ্ঠান:

ক) উত্তৰ-পূব ভাৰত ভূগোল সংস্থা।

খ) National Association of Geographers of India.

গ) Assam Academy

ঘ) অন্বেষা (সামাজিক সংস্কৃতিক গোষ্ঠী গুৱাহাটী)

সকলোটি অনুষ্ঠানৰ লগত তেখেত সক্ৰিয় ভাবে জড়িত।

উত্তৰ-পূব ভাৰত ভূগোল সংস্থাই বহুত Seminar আয়োজন কৰিছে আৰু ড° তাহেৰ চাৰে এই Seminar বিলাকত অংশ গ্ৰহণ কৰি আহিছে। অসমৰ জন সংখ্যা, ব্ৰহ্মপুত্ৰ নদীৰ উৎস আৰু ইয়াৰ ক্ৰিয়া প্ৰতিক্ৰিয়া, উত্তৰ-পূব ভাৰতৰ জীৱ—ভূগোলৰ ৰূপৰেখা, উত্তৰ-পূব ভাৰতৰ ৰাজনৈতিক আৰু প্ৰশাসনিক বিৱৰ্তন আদি বিষয়ত তেখেতে তথ্য গধুৰ বক্তৃতা প্ৰদান কৰিছে। তেখেতে লিখা প্ৰবন্ধ বিলাক একেলগ কৰি কিতাপ কৰি উলিয়ালে অসমীয়া সাহিত্যৰ ভড়াল চহকী হ'ব।

তেখেতে Radio আৰু T. V. টো কিছুমান তথ্য গধুৰ প্ৰবন্ধ প্ৰচাৰ কৰিছে —যেনে (i) অসমৰ পৰ্বত-পাহাৰ, নদ-নদী, গছ-গছনি আদি ( AIR )

vi) আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জৰ জন্ম বৰ্তমানৰ ভৌগোলিক পৰিবেশ ( AIR )

iv) অক্ষাংশ আৰু দ্ৰাঘিমাংশৰ ধাৰণা আৰু ব্যৱহাৰিক উপযোগিতা ( AIR )

(iv) অসমত হ'ব পৰা প্ৰাকৃতিক দুৰ্য্যোগ আৰু তাৰ নিৰাময়ৰ উপায় ( D D )

বিভিন্ন দিশত সমাজৰ প্ৰগতিৰ কাৰণে তাহেৰ চাৰে চেষ্টা কৰি আছে।

আত্মপ্ৰচাৰ বিমুখ তেখেত বহুগুণৰ অধিকাৰী। আকৰ্ষনীয় ব্যক্তিত্ব সম্পন্ন, সকলো কামতে সুশৃংখলা, অতি ব্যস্ততাৰ মাজতো সুস্থিৰ আৰু নিভু'লভাবে কাম কৰিব পৰা, নিয়মানুৱৰ্তী, গল্পকাৰ, নিবন্ধকাৰ, সুদক্ষ প্ৰশাসক, পৰিষ্কাৰ পৰিধানেৰে মিষ্টভাষী অধ্যাপক, মহম্মদ তাহেৰ চাৰ আদৰ্শ শিক্ষকৰ এক বিৰল উদাহৰণ। আমি তেখেতৰ সুদীৰ্ঘ জীৱন কামনা কৰোঁ আৰু বহু পোৱাৰ আন্তৰিক আশাৰে।



## সমাজ সংস্কাৰক আৰু আদৰ্শ শিক্ষক- দুই সখি—শ্ৰীহৰেন্দ্ৰ নাৰায়ণ পাঠক আৰু শ্ৰীপঞ্চানন মেধি

দুয়োসখি সৎ আৰু সাহসী। তেখেত সকলৰ কৰ্ম প্ৰেৰণাই উঠি অহা ল'ৰা-ছোৱালী সকলক উৎসাহিত কৰিব বুলি ভাবি এই জীৱনী লিখাৰ আয়োজন। দুয়োজনে এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ পক্ষপাতি।

দক্ষিণ কামৰূপৰ নগৰবেৰা গাঁৱৰ পশ্চিম আৰু পূব মূৰে পাঠক মেধি বংশৰ দুটা যৌথ পৰিয়ালত ইং ১৯১৪ চনত ১০ মাহ অগা-পিছাকৈ হৰেন্দ্ৰ আৰু পঞ্চাননে জন্ম গ্ৰহণ কৰে। মাত্ৰ পাচ বছৰ বয়সত দুয়োজনক সখি বন্ধাই দিয়ে আত্মীয় স্বজনে। এই পাঠক আৰু মেধি বংশৰ লোক পূৰ্ব্বাপৰ সখিত্বত বান্ধ খাই আছে।

শ্ৰীহৰেন্দ্ৰৰ পিতৃ ৺অমৃত পাঠক আৰু মাতৃ ৺সোণেশ্বৰী পাঠকে তেখেতৰ বাল্য কালত ইহলীলা সম্বৰণ কৰে। শ্ৰীহৰেন্দ্ৰ, তেখেতৰ সৰু ভাই ৺ভাৰত চন্দ্ৰ আৰু ভনীয়েক শ্ৰীভাগ্যৱতীক লৈ যৌথ পৰিয়ালৰ খুৰা দাদাৰ মৰম চেনেহৰ দ্বাৰা প্ৰতিপালিত হয়।

শ্ৰীপঞ্চাননৰ পিতৃ ৺খহুৰাম মেধি আৰু মাতৃ অহল্যা দেৱীৰ সাতটি পুত্ৰ সন্তান আৰু এগৰাকী কন্যা। দুয়োজনাই সৎ আৰু মৰমিয়াল আছিল। শ্ৰীপঞ্চানন তেওঁলোকৰ তৃতীয় পুত্ৰ। শিক্ষা-দীক্ষা, বিয়া-বাৰু সকলো সম্পন্ন হোৱাৰ পিছত দুয়ো পিতৃ-মাতৃয়ে ইহলীলা ত্যাগ কৰে।

দুয়ো সখিয়ে ১৯২২ চনত ৩২ নং নগৰবেৰা প্ৰাথমিক বিদ্যালয়ত ভৰ্ত্তি হৈ স্কুলীয়া জীৱনৰ পাতনি মেলে। দুয়োজন

পঢ়া-শুনাত চোকা আছিল কাৰণে শিক্ষকসকলৰ প্ৰিয় পাত্ৰ আছিল। দুয়ো সখি—পৰিয়ালৰ দুটা ঘোঁৰা আছিল। ঘোঁৰা দৌৰোৱা তেখেতসকলৰ কিশোৰ কালৰ নিত্যকৰ্ম আছিল।

সেই সময়ত গাঁৱত যানবাহন নাছিল। আনকি অহা যোৱা কৰা আহল-বহল পথো নাছিল, হাবি জঙ্ঘলেৰে ভৰা এটা সেৰেঙা বসতিপূৰ্ণ অঞ্চল। বনৰীয়া ম'হৰ জাক, পহু, গাহৰিৰ জাক, বাঘে গোহালীৰ পৰা গৰুলৈ যোৱা নিত্য-নৈমিত্তিক ঘটনা আছিল। কিন্তু মাছ-মঙহ, দৈ-দুধ উভৈনদী আছিল। টকা পইচাৰ প্ৰচলনতকৈ বস্তুৰ সলনি বস্তু যোগান ধৰা আছিল সকলোৰে আন্তৰিকতাপূৰ্ণ স্বভাৱ।

ওচৰৰ গাঁও যেনে পিজুপাৰা, পথালি পাৰা, কালুবাৰী মালঞ্চা, মেধিপাৰাৰ জন-বসতি তেনেই সেৰেঙা আছিল। এই গাঁওবাসীসকল ১৮৯৭ চনৰ জেঠ মাহত হোৱা বৰভুইকঁপত উত্তৰ পাৰৰ সোণতলী, মাহতলী, মন্দিৰানদ গাঁও ভাঙ্গি অহা-লোক। এই কালছোৱাত নগৰবেৰা অঞ্চলত কলাজ্বৰে বহুলোকৰ প্ৰাণ নাশে আৰু ১৯২৬ চনত কলাজ্বৰৰ চিকিৎসা কেন্দ্ৰ এটা নগৰবেৰা এম, ই স্কুলৰ ওচৰতে পতা হয়। তেতিয়াৰ পৰাই এই অঞ্চলত এলোপ্যথিক চিকিৎসাৰ পাতনি মেলে।

১৯২৭ চনত দুয়োসখি নগৰবেৰা এম, ই স্কুলৰ তৃতীয় মান শ্ৰেণীত ভৰ্ত্তি হয়। সেই শ্ৰেণীত ২৭ জন ছাত্ৰ আৰু এজনী ছাত্ৰী আছিল। সেই সময়ত গাঁৱত ছোৱালীয়ে মজলীয়া স্কুলত পঢ়াটো প্ৰচলন হোৱা নাছিল। বেচেৰী ছোৱালীজনীয়ে সেই বছৰতে বিবাহ পাশত আবদ্ধ হয়।

১৯৩০ চনৰ নবেম্বৰ মাহত দুয়ো বন্ধু এম, ই, পৰীক্ষা দিবলৈ গুৱাহাটীলৈ যাত্ৰা কৰে। প্ৰথমে নাৱেৰে ছমৰীয়া হৈ ত্ৰিলোচনলৈ, ত্ৰিলোচনত এৰাতি থাকি পিছ দিনা খোজ-কাঢ়ি

বকো ৰায় পাৰালৈ যায়। তাত ছুৰাতি থাকি পদযাত্ৰা আৰম্ভ কৰে। কিছুদূৰ যোৱাত কোনোমতে চলা সৰু মটৰ গাড়ী এখন পায় আৰু তাতে উঠি গুৱাহাটীলৈ যায়। ভৰলুমুখৰ ৺চন্দ্ৰকান্ত মৌজাদাৰৰ অফিচ ঘৰত ছুয়ো বন্ধুৱে থকা খোৱাৰ ব্যৱস্থা কৰে। তেতিয়া গুৱাহাটী বুলিলে গাঁৱলীয়া পৰিবেশত ভৰলুমুখ, মাছ খোৱা, টকৌ বাৰী, শিলপুখুৰী, ৰিহাবাৰী, উলুবাৰী আৰু উন্নত অৱস্থাত ফাঁচীবজাৰ পানবজাৰ, উজানবজাৰ, আৰু পল্টন বজাৰ। বাকী গাঁৱলীয়া অঞ্চল অটব্য জঙ্ঘলেৰে ভৰা।

তেতিয়া গুৱাহাটী ব্ৰহ্মপুত্ৰৰ পাৰত এখন স্বাস্থ্যকৰ নগৰ—তেনেই শান্তি আৰু গাম্ভীৰ্য্যপূৰ্ণ। সেই সময়ত গুৱাহাটীত খোজ কাঢ়ি সকলো কাম কৰিব লাগিছিল। মটৰ, চাইকেল, ৰিক্সাৰ প্ৰচলন নাছিল। ছুয়োবন্ধুৱে ভৰলুমুখৰ পৰা টকৌবাৰী হৈ খোজ কাঢ়ি গৈ কটন কলেজৰ চুদমাৰ্চন হলত এম, ই, পৰীক্ষা দিছিল। সেই সময়ত দক্ষিণ পাৰে নগৰবেৰা, ছয়গাঁও, পলাশবাৰী, ডিগাৰু আৰু গুৱাহাটীত মানিক চন্দ্ৰ এম, ই, স্কুল আছিল। ছুয়োসখিয়ে ভালদৰে এম, ই, পৰীক্ষাত উত্তীৰ্ণ হৈ গোৱালপাৰা পি, আৰ, গৱৰ্ণমেণ্ট হাইস্কুলৰ ৭ ম মান শ্ৰেণীত নাম লগায়। ছুয়ো সখি গোৱাল পাৰালৈ বিপদ শঙ্কুল পথেদি খোজ কাঢ়ি অহা যোৱা কৰিছিল। গোটেই দিনটো হাবি-বন, পৰ্ব্বত পাহাৰ অতিক্ৰম কৰি সন্ধিয়া গোৱালপাৰা পাইছিল। ভাল লগ নাপালে মাজে সময়ে মৰনৈ, বুতুচৰ, বহতিত ৰাতি খপিব লাগিছিল।

ছুয়োসখি এই অঞ্চলৰ পৰা হাইস্কুলত পঢ়িব যোৱা ২য় দল। তেখেত ছুজনৰ আগতে ৺মদন চন্দ্ৰ দাসে প্ৰথমতে হাইস্কুলত পঢ়িবলৈ গৈ মেচ এটা কৰিছিল। ছুয়োসখি মদন ককায়েকৰ মেচত থাকি পঢ়িব ধৰিছিল। পিছত ছুয়োজন হোষ্টেলবাসী হয়।

ছুয়োবন্ধুৱে ছুজনী স্কুলীয়া ছোৱালীৰ প্ৰতি বিশেষ ভাবে

আকৰ্ষিত হোৱা বুলি তেখেতৰ বন্ধুসকলে ঠাট্টা-মস্কৰা কৰিছিল। সেই সময়ত গোৱালপৰীয়া ৰাইজে স্ত্রী-শিক্ষাৰ প্রতি যত্নপৰ হোৱা পৰিলক্ষিত হোৱা নাছিল। গোৱালটলী গাৰ্ল'চ এম, ই, আৰু কৰোনেচন গাৰ্ল'চ এম, ই স্কুলেই আছিল স্ত্রী-শিক্ষাৰ শেষ স্থান। ল'ৰাৰ স্কুলত ছোৱালীৰ স্থান নাছিল। গোৱাল পৰাত সেই সময়ত খাদ্যবস্তু সস্তা আৰু উৎভেনদী আছিল। ক্রিম, নতুলা দৈ আৰু মুৰী মধ্যবিত্ত শ্রেণীৰ লোকৰ প্রিয় জলপান আছিল। চাহ খোৱা অভ্যাস আৰম্ভহে হৈছিল।

সেই সময়ত দৈৰ সেৰে এক অনা আৰু চাউল টকাত ২০ সেৰ পোৱা গৈছিল।

ছাত্র হিচাবে দুয়োসখি গুৰু সকলৰ প্রিয় আছিল, তেখেত-সকলৰ পঢ়া শুনা আৰু ব্যৱহাৰৰ কাৰণে। সেই সময়ত গাঁৱৰ এম, ই পাছ কৰা ছাত্রসকলৰ লগত নগৰৰ ছাত্রসকলে ফেৰ মাৰি চলাত টান পাইছিল।

পাঠক দশম শ্রেণীত পঢ়ি থাকোতে অৱস্থাৰ দৰিয়ালিত পৰি কলেজীয়া শিক্ষালাভৰ বাবে গোৱালপাৰাৰ সম্ভ্রান্ত বংশীয় বিধবা মহিলা এগৰাকীৰ সাহাৰ্য্য লোৱাৰ ব্যৱস্থা কৰে। চৰ্ত্ত সাপেক্ষে তেখেতৰ একমাত্র দুহিতা প্রীতিলতাৰ পাণি গ্রহণ কৰা। পৰবৰ্ত্তী কালত তেখেতসকলৰ বিয়া হৈছিল, কিন্তু প্রীতিয়ে তেখেতৰ পৰা চিৰ বিদায় লয়— বিয়াৰ পিছতেই।

দুয়োসখি ১৮৫৭ চনত স্থাপিত কলিকতা বিশ্ববিদ্যালয়ৰ ইংৰাজী মাধ্যমত পঢ়া ছাত্র। পৰীক্ষাৰ কিছুদিন আগতে পাঠকে ধুবুৰীলৈ জাহাজেৰে যায়। ধুবুৰী ব্রহ্মপুত্রৰ উত্তৰৰ পাৰৰ এখনি ধুনীয়া নগৰ। মেধিয়ে গুৱাহাটীত পৰীক্ষা দিছিল।

মেট্রিকত পৰীক্ষাৰ ফল ওলাল। মেধিয়ে ১ম বিভাগত আৰু পাঠকে ২য় বিভাগত পাছ কৰিলে। দুয়ো বন্ধুৱে জাহা-জেৰে গুৱাহাটীলৈ গ'ল।

সেই সময়ত মটৰ গাড়ী ওলাইছিল যদিও ৰাস্তাৰ অসুবিধাৰ বাবে পৌনপটীয়াকৈ চলাচল কৰিব নোৱাৰিছিল। ১৯৪২—৪৩ চনত ২য় মহাযুদ্ধৰ সময়ত পঞ্চৰত্ন গুৱাহাটী পকা ৰাস্তা নিৰ্ম্মাণ হয়। পাঠকে কলাত আৰু মেধিয়ে বিজ্ঞান শাখাত নাম লগালে। উজান বজাৰত মেচ এটা কৰি শৰৎ সিংহ, প্ৰভাত শৰ্মাৰ লগত বৰ প্ৰীতিৰে থাকিল। পাঠক কটন নিউহোষ্টেলত থাকিল। সেই সময়ত বেছিভাগ ছাত্ৰই বিলাসী আছিল। অবশ্যে সোণাৰাম চুতীয়া, মহেশ্বৰ নেওগ, গোৰী শংকৰ ভট্টাচাৰ্য্য প্ৰভৃতি সহজ-সৰল জীৱন-যাপন কৰা সকলো দুয়োসখিৰ সহপাঠী আছিল।

সেই সময়ত কটনকলেজৰ প্ৰিন্সিপাল আছিল মিঃ ৰবাৰ্ট, শেষ ইংৰাজ প্ৰিন্সিপাল। তেখেতে এচ চি ৰয় মহোদয়ক প্ৰিন্সিপালৰ চাৰ্জদি বিলাতলৈ যায়। পি চি, ৰয়, আশুমুখাৰ্জী, বাণীকান্ত কাকতি, হৰেন্দ্ৰ চৌধুৰী, শ্ৰীনাথ চক্ৰবৰ্তী, লক্ষ্মীনাথ চেটাৰ্জী, মথুৰা মোহন গোস্বামী, দিবাকৰ গোস্বামী আৰু থোমাচ আদি গুণী-জ্ঞানী প্ৰফেচাৰ চাৰ সকলৰপৰা আনন্দ মনে পাঠ গ্ৰহণ কৰিছিল গুৰু শিষ্যৰ মধুৰ সম্বন্ধৰ মাজত।

সেই সময়ত গুৱাহাটী নিবাসী প্ৰখ্যাতলোক ৺নবীন চন্দ্ৰ বৰদলৈ, গোপীনাথ বৰদলৈ, তৰুন ফুকন, অম্বিকাগিৰি ৰায় চৌধুৰী, ৰোহিনী চৌধুৰী, ডাঃ হৰেকৃষ্ণ দাস, ককা ৰঘুনাথ চৌধুৰীৰ লগত কথা বতৰা হৈ উপদেশ পোৱাৰ সুযোগ পাইছিল।

পাঠকে দুবছৰ কলেজীয়া শিক্ষালাভ কৰি অৱস্থাৰ দৰিদ্ৰ্যালীত পৰি শিক্ষা শেষ কৰি চাকৰিৰ অন্বেষণ কৰি কিছুদিন উজনি অসমত ঘূৰি ফুৰি আহি ধূপধৰা এম, ই, স্কুলত প্ৰধান শিক্ষকৰ পদ গ্ৰহণ কৰে।

১৯৩৮ চনত মেধিয়ে আই এচ চি, আৰু ইয়াৰ পিছত বি, এ, পাছ কৰে। চিলঙত বিটি পঢ়ে। তেখেতে ছয়গাঁও হাইস্কুল আৰু কামৰূপ একাডেমীত শিক্ষকতা কৰি চাপটগ্ৰাম

হাইস্কুলৰ প্ৰধান শিক্ষকৰ পদত অধিষ্ঠিত হৈ সুদীৰ্ঘ কাল পদবীত থাকি ১৯৭৯ চনৰ জুন মাহত অৱসৰ গ্ৰহণ কৰে।

মেধিয়ে কৃতিত্বৰে চাকৰি কৰাৰ বাবে ১৯৭৫ চনত ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে তেখেতে চাপটগ্ৰামৰ অসমীয়া সমাজখন বঙালীৰ প্ৰভাবৰ পৰা মুক্ত কৰিবলৈ লাগি যায় আৰু কৃতকাৰ্য্য হয়। অক্ষয়দাস প্ৰমুখ্যে চাপটগ্ৰামৰ ৰাইজৰ সহযোগত লোকহিতকৰ কামত আত্ম নিয়োগ কৰি কৃতী শিক্ষক আৰু সুযোগ্য সমাজ পৰিচালক হিচাবে খ্যাতি অৰ্জন কৰে। মেধিয়ে চাপটগ্ৰামৰ পৰা এবাৰ অসম বিধান সভাৰ এম. এল. এ পদৰ বাবে নিৰ্বাচন খেলিছিল আৰু তাৰ পিছত কংগ্ৰেছ চেক্ৰেটাৰী হিচাবে গোটেই ভাৰত ঘূৰা সুযোগ পাইছিল।

১৯৩৯ চনত পাঠকে অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ পাঠ্যক্ৰম অনুসাৰে ৰাষ্ট্ৰভাষা ট্ৰেইনিং লৈ (প্ৰথমদলত) গোৱালপাৰা হাইস্কুলত শিক্ষকতা আৰু নগৰত প্ৰচাৰকাৰ্য্য চলাই যায়, দ্বিতীয় মহাযুদ্ধৰ বিভীষিকাপূৰ্ণ কাল ছোৱাত।

সেই সময়তে ৺দধিনাথ দাসৰ অধীনত থাকি হোমিওপ্যাথি চিকিৎসা সম্পৰ্কে ৪ বছৰ শিকি ডিপ্লোমা লয়। তেখেতে ১৯৪৫ চনত ব্যৱসায় আৰম্ভ কৰে। শালকাঠৰ ব্যৱসায় আৰু উত্তৰ প্ৰদেশৰ পৰা গুৰৰ চালান আনিছিল। তেখেতে উত্তৰ প্ৰদেশখন ভ্ৰমণ কৰিছিল।

পাঠকে ১৯৪০ চনত নগৰবেৰা হাইস্কুলখন খুলি সফল হৈছিল যদিও আকৌ ১৫৯০ চনত ৰাইজৰ পূৰ্ণ সহযোগত আৰু মেধিৰ পৰামৰ্শ মতে পুনঃহাইস্কুল খুলি শিক্ষকতাৰ ব্ৰতত ব্ৰতী হয়। স্কুল খোলাত অৰ্থাভাব নাছিল যদিও ছাত্ৰাভাৱ আছিল। তেখেতে মৰনৈ, দ'লগোমা, মাটিয়া কাকাইটাৰি, বহতী, বৰবড়ী, শিমলী তোলা আদি বিভিন্ন ঠাইলৈ গৈ ছাত্ৰ খুজি খুজি আনিছিল।

স্কুলখনৰ পৰীক্ষাৰ ফল ভাল হোৱাৰ বাবে পৰৱৰ্ত্তী কালত ছাত্ৰভাব নোহোৱা হ'ল।

পাঠকে হোমিওপ্যেথি ঔষধৰ প্ৰচাৰৰ বাবে নগৰবেৰাত হোমিও চিকিৎসা আৰম্ভ কৰে ১৯৪৬ চনত।

১৯৪১ চনত মাৰ্চ মাহত দুয়োসখিতৰ বিবাহ সম্পন্ন হয়। মেধিয়ে হেক্‌ৰা নিবাসী উদাৰ চিতীয়া দেশসেৱক কমলা কান্ত দাসৰ প্ৰথমা কন্যা শ্ৰীমতী কামিনী দাসৰ পাণি গ্ৰহণ কৰে আৰু পাঠকে গোৱালপাৰা নিবাসী ৺ললিত মোহন দাসৰ কন্যা শ্ৰীমতী প্ৰভাৱতীৰ পাণি গ্ৰহণ কৰে। দুয়োসখিৰ বৈবাহিক জীৱন, প্ৰীতিপূৰ্ণ আৰু মধুৰ।

পাঠক যুগলৰ সন্তান ক্ৰমে উত্তৰ-পূৱ ভাৰতৰ বৈজ্ঞানিক তথা কটন কলেজৰ পদাৰ্থ বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক ড° কুলেন্দু পাঠক, অধ্যাপিকা শ্ৰীমতী কল্যাণী, শ্ৰীশৰবিন্দু এল, এল, বি, ৰমেন্দু আৰু জ্ঞানেন্দু—দুয়োজন ইঞ্জিনিয়াৰ শ্ৰীমতী সন্ধ্যা আৰু শ্ৰীমতী দীপ্তিৰেখা লেকচাৰাৰ, শ্ৰীমতী সবিতা বি, এ, পাচ, (গিৰিয়েকে চাকৰি কৰিব নিদিলে) তেখেত্ত সকলৰ জোঁৱাই চাৰিজন—দুজন এম, এ, বিটি, হায়াৰ চেকেণ্ডাৰীৰ প্ৰিন্‌সিপাল, দুজন এম এছ চি, তাৰ এজন হায়াৰ চেকেণ্ডাৰীৰ প্ৰবক্তা আৰু আনজন গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা।

মেধি যুগলৰ সন্তান ডাঃ মহানন্দ মেধি, শ্ৰীচিদানন্দ আৰু শ্ৰীৰমানন্দ—দুয়ো ইঞ্জিনিয়াৰ, শ্ৰীদেবানন্দ—এম, এ, পাচ শ্ৰীমতী বিভা মেধি এম এ, ড° দিপালী—এম এছ, চি,। তেখেত সকলৰ এজন জোঁৱাই ইঞ্জিনিয়াৰ আনজন এম, এ, টেক। দুয়োজনেই অসম চৰকাৰৰ ওখ খাপৰ চাকৰিয়াল। দুয়োসখিৰে সংসাৰ সুখৰ।

দেউতাক সকলৰ দৰে সন্তান সকলেও সখিত্বৰ পাশত আবদ্ধ হৈছে। তেখেত সকলৰ দৰে প্ৰেমৰ বান্ধোন সমাজত বিৰল। দুয়োসখিয়ে চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিছে।

নিজা নিজা কৰ্মক্ষেত্ৰ:

ডেকা কালত মেধিয়ে ৰাজনীতিত অংশ গ্ৰহণ কৰিছিল। এবাৰ এম, এল এৰ ইলেক্‌চনত কংগ্ৰেছৰ প্ৰাৰ্থী হিচাবে খেলি পৰাজয় বৰণ কৰিছিল। ফলস্বৰূপে দুবছৰ "অল অসম কংগ্ৰেছৰ চেক্ৰেটাৰী" হৈ অসমৰ সকলো চহৰ আৰু লগতে ভাৰতৰ বহুবোৰ ঠাইত ঘূৰিছিল। চাপটগ্ৰামৰ সমাজ কল্যাণ কামত আত্ম-নিয়োগ কৰি দহৰ শলাগৰ পাত্ৰ হয়। চাপটগ্ৰামৰ সমাজ সংস্কাৰক বুলি কলেও অত্যুক্তি কৰা নহয়। তেখেত চাপটগ্ৰাম টাউন কমিটিৰ চেয়াৰমেন, কচুগাওঁ আঞ্চলিক পঞ্চায়তৰ সভাপতি আৰু ধুবুৰী লোকেল বৰ্ডৰ মেম্বাৰ, এলিমেণ্টৰী এডভাইচাৰী বোৰ্ডৰ সভ্য আছিল। অৱসৰৰ পিছত নিজ জন্ম ঠাইলৈ ঘূৰি আহে। কৰ্মপ্ৰেমী মেধিয়ে লেতেৰা ৰাজনীতিৰ পৰা এফলীয়া হৈ বৰ্ত্তমান সমাজৰ কল্যাণমূলক কামত আত্মনিয়োগ কৰিছে। তেখেত গঠনমূলক কাৰ্য্যৰ বাবে ধন্যবাদৰ পাত্ৰ। পেঞ্চনৰ অভাৱ অভি-যোগে তেখেতক চুকি নাপায়। মহাবৈষ্ণৱী, উপাসক, বৈষ্ণৱপ্ৰাণ মেধি সদায় প্ৰফুল্ল চিত্তে ঈশ্বৰৰ চিন্তা কৰি থকা দেখা যায়।

পাঠকে এই সমাজখনক আশ্ৰয় কৰি সুদীৰ্ঘ জীৱন অতি বাহিত কৰিলে তেখেতৰ সমাজ সেৱাৰ কাৰণে কৰা প্ৰচেষ্টাই তেখেতক আনন্দ দিয়ে। তেখেত এজন কৃতী শিক্ষক আছিল। তেখেতে উপদেশতকৈ আৰ্হি বেছি ভাল পায়। তেখেত এজন ভাল হোমিওপ্যাথিক চিকিৎসক। তেখেতে নাম মাত্ৰ মূল্য লৈ ঔষধ দিয়ে। কাৰণ তেখেত এজন সমাজ চিকিৎসকো। ৰাইজৰ শুভেচ্ছাই তেখেতক আনন্দিত কৰে। বাতৰি কাকতে মানুহৰ চেতনা জগায়। তেখেতে লাভৰ কাৰণে খবৰ কাগজৰ এজেঞ্চি লোৱা নাই, সমাজ সেৱাৰ বাবেহে লৈছে।

দেশৰ পৰিবৰ্ত্তনৰ লগে লগে নগৰবেৰা অঞ্চলৰো আমূল পৰিবৰ্তন ঘটিল। আগৰ জংঘলী অঞ্চলটো অৰণ্যৰ পৰিবৰ্ত্তে

লোকাৰণ্য হৈ পৰিল। চাৰিওফালে বহিৰাগত লোকে বসবাস কৰিছে। এই লোকসকলে অসমীয়া ভাষা গ্ৰহণ কৰিছে। প্ৰতি গাঁৱতে প্ৰাথমিক স্কুল হোৱাত ৰাইজ উপকৃত হৈছে। অঞ্চলটোত কে'বাখনো এম, ই, হাইস্কুল আৰু কলা বিজ্ঞানৰ পূৰ্ণ কলেজ এখন হৈছে।

বাণিজ্যৰ ক্ষেত্ৰত নগৰবেৰা কৃষিজাত সামগ্ৰীৰ আমদানী আৰু ৰপ্তানীৰ স্থান। নৱকৃষি বিপ্লৱত শিক্ষিত ডেকাসকলে আগবাঢ়ি যন্ত্ৰপাতি ব্যৱহাৰ কৰি শিক্ষাৰ ক্ষেত্ৰত আগবঢ়া সমাজ খন খাদ্য বস্তুৰ ক্ষেত্ৰত স্বাৱলম্বী কৰিবলৈ চেষ্টা কৰিলে তেখেত সকল সুখী হ'ব। বৰ্তমান শিক্ষা পদ্ধতিৰ বিশদ পৰিবৰ্তনৰ দৰ্কাৰ হৈছে।

দেশ মাতৃক কেৰাণী কাম কৰা লোক তৈয়াৰ কৰা দলতকৈ হাতে কামে শিকি দেশ গঢ়িব পৰা শিক্ষিত লোকৰহে প্ৰয়োজন হৈছে। অশান্ত দেশ শান্তিপূৰ্ণ কৰিবলৈ হ'লে দেশত কৰ্মৰত সু-বুদ্ধি সম্পন্ন শিক্ষিত ডেকা শক্তিৰ নিতান্ত প্ৰয়োজন। দেশবাসী ইয়াৰ বাবে সজাগ হ'বৰ সময় হৈছে।

ইংৰাজী ১৯২১-২২ চনৰ অসহযোগ আন্দোলনৰ সময়ত তেখেতৰ পিতা পুৰুষ সকল স্বেচ্ছাই আন্দোলনত জপিয়াই পৰিছিল। সেই সময়ত ত্যাগ কৰি আনন্দ পাইছিল। ত্যাগ ভোগত কৈ মিঠা। বিদেশী বস্তু বৰ্জন আন্দোলনত সুবক্তা ৺তৰুণৰাম ফুকনদেৱে দিয়া বক্তৃতা শুনি ৰাইজে গাৰ বস্ত্ৰ ( বঙালী সুতাৰ ) অগ্নিলৈ দলিয়াই দিছিল। পাঠকৰ পিতৃও এজন মুক্তি যোদ্ধা আছিল।

সেই সময়ত পিউনিটি পুলিচে ৰাইজক হাৰাশাস্তি কৰিছিল। ৺অতুল মেধি, ৺গজেন্দ্ৰ ঠাকুৰীয়া প্ৰমুখ্যে বহুত স্থানীয় লোকক ঘূণীয়া হোৱাকৈ শাস্তি দিছিল।

সেই সময়ত গোৱালপাৰাত মটৰগাড়ী নাছিল। ধুবুৰী গুৱাহাটীলৈ ব্ৰহ্মপুত্ৰত চলা ফেৰী জাহাজেৰে অহা যোৱা কৰা হৈছিল। ফেৰী গোৱালপাৰাৰ পৰা ডিব্ৰুগড়লৈ চলিছিল।

সেই সময়ত অসম উপত্যকাত দুখন কলেজ, গুৱাহাটীৰ কটন কলেজ আৰু যোৰহাটত জে, বি, কলেজ। চিলঙত এড্‌মাণ্ড কলেজ আৰু সুৰমা ভেলীত মুৰাৰী চাঁদ কলেজ। চিলং অসমৰ ৰাজধানী আছিল।

সেই সময়ত হাইস্কুলত সহ-শিক্ষাৰ ব্যৱস্থা নাছিল। কলেজত-ছাত্ৰীৰ সংখ্যা বৰ কম আছিল। অসমৰ স্কুলসমূহৰ দুজন ইন্সপেক্টৰ আৰু এজন ডাইৰেক্টৰে সু-পৰিকল্পিত ভাবে পৰিচালনা কৰিছিল। ১৯৩৭-৩৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় লাগে বুলি তেখেতসকলে আন্দোলন কৰিছিল।

গুৱাহাটীৰ চাৰিওফালে থকা পাহাৰবোৰ বন্য পশুৰ ৰম্য ভূমি আছিল। গুৱাহাটীৰ প্ৰাকৃতিক শোভা অতি মনোমোহা আছিল। গুৱাহাটীৰ পৰিসৰ বৃদ্ধি হ'ব ধৰাটো তেখেতসকলে অনুভৱ কৰিব পাৰিছিল।

কলেজীয়া শিক্ষা শেষ কৰি পাঠকে উজনি অসমৰ চাহ বাগিচা সম্পৰ্কে জানিবলৈ নগাওঁ, যোৰহাট আদি ভ্ৰমণ কৰি মুমলিগড় চাহ বাগিচাত ৬ মাহ কাম শিকে। তেখেতে চাহাব সকলৰ ভাৰতীয় সকলৰ প্ৰতি থকা হেয়ভাব বুজিব পাৰিছিল।

১৯৩৮ চনত পাঠকে ধুপধৰা এম, ই স্কুলৰ হেড্‌ মাষ্টৰ পদৰ কামত যোগদান কৰে। এবছৰ চাকৰি কৰি তেখেতে অসম হিন্দী প্ৰচাৰ সমিতিৰ হিন্দুস্থানী ট্ৰেইনিং কেম্পত ৺গোপীনাথ বৰদলৈ, ৺হৰেকৃষ্ণ দাস আৰু ৺দেৱকান্ত বৰুৱা দ্বাৰা পৰিচালিত হিন্দী ট্ৰেইনিং লয়। ট্ৰেইনিং সমাপ্ত হোৱাত গোৱালপাৰাত প্ৰচাৰ কাৰ্য্যৰ ভাৰ তেখেতৰ ওপৰত পৰিছিল।

সেই সময়ত ২য় বিশ্বযুদ্ধ আৰম্ভ হৈছিল। অসমৰ চাৰ চাদুল্লা মন্ত্ৰী সভাৰ পতন হয়। কংগ্ৰেছে বৰদলৈ মন্ত্ৰী সভা গঠন কৰে সৰ্বভাৰতীয় কংগ্ৰেছ প্ৰেচিডেন্ট ৺সুভাষ চন্দ্ৰ বসুৰ নিৰ্দ্দেশ ক্ৰমে। সেই সময়ত ৫০০ টকা ৰাজহ দিয়া নাইবা এম, ই পাছ লোকসকলে ভোট দিব পাৰিছিল।

১৮৩৮ চনত পাঠক কিছুদিন বৰপেটাত থাকে। সঁচাকৈয়ে বৰপেটা বাসী ৰাইজ অতিথি পৰায়ন। খোৱা বস্তুৰ অভাব মুঠেই নাছিল। সেই কালতে বৰপেটাৰ পূৰ্ব্বাংশ দক্ষিণ আৰু পশ্চিম অঞ্চল মৈমনসিঙৰ পৰা অহালোকে দখল কৰিবলৈ আৰম্ভ কৰিছিল। ১৯৩৯-৪০ চনৰ পৰা অসমৰ ওপৰেদি এৰো প্লেইন অহা যোৱা কৰা দেখা গৈছিল।

১৯৩৯ চনত নগৰবেৰাত প্ৰথম হাইস্কুল খোলা হয় যদিও নেতাসকলৰ মনো মালিন্য আৰু ২ য় বিশ্বযুদ্ধৰ কাৰণে স্কুল বন্ধ হৈ যায়। ৰাইজৰ সহায়ত, নগৰবেৰা অঞ্চলত ১২ হাত বহলকৈ কাটি পথ উলিওৱা হয়। অঞ্চলবাসী ৰাইজে ৰাজহুৱা পুঁজি সংগ্ৰহ কৰি উন্নয়নশীল কাৰ্য্য-ব্যৱস্থা হাতত লয়।

১৯৪২ চনত পাঠকে গোৱালপাৰা হাইস্কুলত হিন্দী শিক্ষক আৰু নগৰত হিন্দী প্ৰচাৰক হিচাবে নিযুক্তি পায়।

১৯৪২ চনৰ গণ আন্দোলনত অসমবাসী ৰাইজ একগোট হ'ল। অসমত থকা অন্য প্ৰদেশৰ লোকসকল আঁতৰিল। হাইওৱে নতুন ৰূপত তৈয়াৰৰ কাম দিনে-নিশাই চলিল। গোৱালপাৰাৰ আশে-পাশে সৈন্যৰ চাউনি হ'ল। তেখেতসকল সংগঠিত ভাবে স্বাধীনতা আন্দোলনত লাগি গ'ল। অসমীয়া ৰাইজ জাগিল আৰু স্বাধীনতা আন্দোলনত আত্মাহুতি দিবলৈ প্ৰস্তুত হ'ল। গোপীনাথ বৰদলৈ প্ৰমুখ্যে নেতাসকলে কাৰাবৰণ কৰিলেও অসমৰ আন্দোলন স্বতঃস্ফুৰ্ত ভাবে পৰিচালিত হৈছিল।

যুদ্ধই গোটেই পৃথিৱীক ৰণোন্মাদ কৰিলে। ভাৰতৰ প্ৰধান নেতাসকল জেলবন্দী হ'ল স্বায়ত্ব শাসন দিম বুলি ক'লেও ভাৰতবাসী পূৰ্ণ স্বাধীনতাৰ দাবীত অচল-অটল হৈ থাকিল। সেই সময়ত ৰুচিয়াই মিত্ৰ গোষ্ঠী ত্যাগ কৰিলে। সুভাষ বসুৱে জাপানৰ লগ হৈ "আজাদ হিন্দ ফৌজ" গঠন কৰি চিংগাপুৰ হৈ ব্ৰহ্মদেশত প্ৰবেশ কৰি অসমৰ নগাপাহাৰ পৰ্য্যন্ত দখল কৰে। আমেৰিকাই হিৰোচিমা আৰু নাগাচাকিত বিধ্বংসকাৰী এটম বোমা পেলাই দুয়োখন নগৰ ধূলিস্যাৎ কৰাত জাপানে ৰণ সম্বৰণ কৰে। 'আজাদ হিন্দ ফৌজে'ও ৰণ সম্বৰণ কৰি আত্ম সমৰ্পণ কৰে।

প্ৰায় ৬৫ বছৰ আগতে নগৰবেৰাত দুজন থুলন্তৰ সমাজ কৰ্মী দেখনিয়াৰ পুৰুষে (মেনেজাৰ ৺কমলাকান্ত দাস আৰু অঞ্চলটোৰ মৌজাদাৰ ৺পদ্মলোচন চৌধুৰী) এই অঞ্চলৰ নেতৃত্ব দি পিছ পৰা অঞ্চলটোৰ যাতায়াত ব্যৱস্থা আৰু শিক্ষানুষ্ঠান গঢ়াত একাণপতীয়া ভাবে লাগিছিল। হেড্ মাষ্টৰ শ্ৰীকৃষ্ণকান্ত শৰ্মাই এই অঞ্চলৰ প্ৰগতিৰ কাৰণে চেষ্টা কৰা প্ৰশংসনীয়।

দেশ বিভাজন হোৱাৰ পিছত অসমলৈ বাহিৰৰ পৰা অহা লোকৰ প্ৰবল হেচাঁ পৰে। ফলত বৃহত্তৰ অসম বিদেশীৰে ভৰি পৰে। খাচিয়া, গাৰো, জয়ন্তীয়াসকলে মেঘালয়, নগাই নগালেণ্ড, মিজোৱে মিজোৰাম, উত্তৰ পূৱ সীমান্ত অঞ্চল অৰুনাচল নাম লৈ অসমৰ পৰা পৃথক ৰাজ্য হয়। অসমৰ ৰাজধানী চিলঙৰ পৰা দিশপুৰলৈ অনা হ'ল।

বৰ্তমান মানৱ সমাজক বৈজ্ঞানিক পৰিবৰ্ত্তনমুখী কৰিছে। আজিৰ মানৱে পোচাক পৰিচ্ছদ, চলন ফুৰণ, আচাৰ ব্যৱহাৰ বদলাই আধুনিকতাবাদ প্ৰচাৰ কৰিছে। প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰা অসম টকলা হ'ব ধৰিছে। অসংখ্য স্কুল কলেজ পাতি শিক্ষিত লোক বঢ়োৱা হৈছে যদিও গুণগত শিক্ষিত লোক বেছি

বঢ়া নাই। মানুহ হত্যাকাৰী, লুণ্ঠনৰত, প্ৰবঞ্চক লোক দিনে দিনে বাঢ়ি গৈছে। আনকি অফিচ কাছাৰিতো সত্য নিষ্ঠ লোক কমি যোৱা পৰিলক্ষিত হৈছে।

দুয়োসখি আদৰ্শ গৃহস্থ। তেখেতসকলে উপদেশতকৈ আৰ্হি বেছি ভাল পায়। তেখেত সকলৰ কৰ্মই ধৰ্ম। ধৰ্মই শান্তি। সৎ কৰ্মইহে সমাজৰ উন্নতি কৰে। দুয়োজনা ধৈৰ্য্যশীল আৰু সমাজ হিতৈশী। দুয়োজনে সত্য কথা কয় আৰু সত্যানুসন্ধিৎসু।

শ্ৰীহৰেন্দ্ৰ নাৰায়ন পাঠকৰ কবিতাৰ পুথি "অমৃত অঞ্জলি", পাইয়ো নোপেৱাৰ বেদনাত সৃষ্টি হৈছে। পাঠক এজন বাস্তৱ-বাদী লোক। তেওঁৰ জীৱনত ঘটা সকলো কথা খোলাখুলিকৈ ক'ব পাৰে। সমাজৰ হিত সাধন কৰা কবিৰ জীৱন দৰ্শন। কবিয়ে অপকৰ্ম দেখিব নোৱাৰে। প্ৰকৃত শিক্ষা আৰু ত্যাগেৰে সমাজৰ উন্নতি সম্ভৱ। মানুহৰ মোক্ষ লাভ হয় হৰি ভকতিৰে। দুয়োসখিক ঈশ্বৰে দীৰ্ঘ জীৱন দান কৰক।



# ভীমকৰ্মা – শ্ৰীতাৰিণী কান্ত মিশ্ৰ



সমাজত এনেকুৱা কিছুমান লোক আছে – তেওঁলোকে নিজৰ পৰিচয় দিবলৈ টান পায়। কিন্তু নীৰৱে তেওঁলোকে সমাজৰ ভালেখিনি কাম কৰি থৈ যায়। তেনেলোক সকলৰ ভিতৰত ভীম কৰ্মা – তাৰিণী কান্ত মিশ্ৰও এজন।

কৌপাতী চাহচাগানৰ বাৰেবৰণীয়া লোকৰ মাজত তেওঁ কাম কৰি বৰ্ত্তমান অৱসৰ লৈছে। চাহ বাগানৰ কৰ্ম বহুল জীৱনৰ ব্যস্ততাৰ মাজেদিও তেওঁ অনেক জনহিতকৰ কামত লিপ্ত হৈছিল। ৰাতিপুৱা ৬ বজাত তেওঁ বাগানৰ কামত যাব লগা হৈছিল। মাজতে আহাৰৰ কাৰণে অলপ তেওঁ বিৰতি পাইছিল আৰু গধূলি ৬ বজাত ঘৰ পাইছিল—ইমান ব্যস্ততাৰ মাজত থাকিও তেওঁ যি অলপ আহৰি পাইছিল সেই সময়খিনিৰ ভিতৰতে সমাজৰ কাম কৰিছিল। তেওঁৰ যত্নত কৌপাতি এম, ই স্কুল চৰ্দাৰ বল্লবভাই পেটেল হাইস্কুললৈ ৰূপান্তৰিত হয়। এই স্কুলৰ পৰিচালনা সমিতিৰ তেওঁ সভাপতি আছিল। তেওঁৰ চেষ্টাতে ১৯৪৮ চনত কৌপাতি মিলন সঙ্ঘ গঢ়ি উঠে। তেওঁ প্ৰথম কাম কৰি থকা অৱস্থাত কৌপাতিত ডাকঘৰ নাছিল। তেওঁৰ চেষ্টাত কৌপাতিত ডাকঘৰ গঢ়ি উঠে। সেইদৰে কৌপাতি সমাবায়

সমিতি স্থাপন কৰে আৰু ইয়াত তুৰ্গাপূজা পাতি তুৰ্গাপূজাৰ মন্দিৰ সজায়। ১৯৪৮ চনতে তেওঁৰ চেষ্টাত কৌপাতিৰ থিয়েটাৰ ঠন ধৰি উঠে। এয়া তেওঁৰ জীৱনত সমাজ সেৱাৰ কেইটামান নিদৰ্শন মাত্ৰ।

তেওঁ সৰুৰে পৰা কংগ্ৰেছী আছিল। তেওঁ এতিয়াও হাতে বোৱা কাপোৰহে পিন্ধে। মহাত্মা গান্ধী আৰু জৱাহৰলাল নেহৰুৰ আদৰ্শত তেওঁৰ জীৱন পৰিচালিত হৈ আহিছে। জৱাহৰলাল নেহৰুৰ মৃত্যুৰ দিনা (১৯৬৪) তেওঁ শোকতে নিৰাহাৰে আছিল। কংগ্ৰেছৰ তৰফৰ পৰা তেওঁ এজন মুক্তি যোদ্ধা বুলি স্বীকৃতি পাইছে।

বৰ্তমান শ্ৰীতাৰিণী কান্ত মিশ্ৰই ৮৪ বছৰত ভৰি দিছে। তেওঁ ১৯১৬ চনৰ চেপ্তেম্বৰত ভানুকুছিত জন্ম গ্ৰহণ কৰিছিল। দেউতাক ৺পঙ্কনাথ মিশ্ৰ আৰু মাতৃ হ'ল ৺হংসেশ্বৰী মিশ্ৰ। তেওঁলোকৰ পুত্ৰ সন্তান ৩ টা আৰু ছোৱালী তুজনী—ক্ৰমে ৺শশীবালা দেৱী (জ্যেষ্ঠা কন্যা), শ্ৰীতাৰিণী কান্ত মিশ্ৰ (জ্যেষ্ঠপুত্ৰ), ৺নিৰুপমা দেৱী, ৺অভয় মিশ্ৰ আৰু ৺ধৰণী মিশ্ৰ। এওঁলোকৰ গোত্ৰ হ'ল কাশ্যপগোত্ৰ আৰু সূৰ্য্যবংশী।

১৯৪১ চনত শ্ৰীতাৰিণী কান্ত মিশ্ৰৰ শ্ৰীমতী সুশীলা মিশ্ৰৰ লগত বিয়া হয়। শ্ৰীমতী মিশ্ৰ এগৰাকী কৰ্মপটু আৰু দূৰদৰ্শী মহিলা। স্বামী ব্যস্ত থাকে সমাজৰ কামত আৰু তেওঁৰ পত্নী ব্যস্ত থাকে ল'ৰা-ছোৱালীৰ ভবিষ্যত গঢ় দিয়াত। তেওঁ এগৰাকী সুদক্ষা শিপিনী এতিয়াও তেওঁ হাত শালত নিজে কাপোৰ বয়। শ্ৰীমতী সুশীলা মিশ্ৰৰ পিতৃ গন্ধিয়া নিবাসী ৺উদয় শৰ্মা আৰু মাতৃ ৺তৰুবালা দেৱী। আমি ২৬ জানুৱাৰী ২000 চনত শ্ৰীতাৰিণী কান্ত মিশ্ৰৰ স্মৃতি সোঁৱৰণ কৰোঁতে তেওঁৰ বিয়াৰ কথাও উলিয়াইছিলোঁ। এনেতে তেওঁৰ ৯ বছৰীয়া নাতি দেবাঙ্গনা মিশ্ৰই ডাঙৰ ডাঙৰকৈ সোধে—

"ককা,—তোমাৰ বিয়াত ফুৰ্ত্তি লাগিছিল নে ?" তাৰ উত্তৰত নাতিয়েকক তেওঁ হাঁহি হাঁহি কৈছিল, মোৰ ভাল লগা নাছিল। কঁপি কঁপি হাতীত উঠি বিবাহ মণ্ডপলৈ গৈছিলো। বিয়াৰ হোমৰ গুৰিত হোমৰ জুইৰ তাপ গাত লগাতহে ভাল লাগিছিল তোমাৰ বিয়া দেখিলেহে মোৰ ফুৰ্ত্তি লাগিব।"

শ্ৰীতাৰিণী কান্ত মিশ্ৰ আৰু শ্ৰীমতী সুশীলা মিশ্ৰৰ ল'ৰা ছোৱালী ১০ টা ক্ৰমে :

১। ড° গীতা গোস্বামী
২। শ্ৰীঅশোক মিশ্ৰ—এ, চি, এফ
৩। ৺বীৰেণ মিশ্ৰ
৪। এড্‌ভোকেট শ্ৰীগিৰীশ মিশ্ৰ
৫। শ্ৰীক্ষিতিশ মিশ্ৰ
৬। শ্ৰীবিনীতা গোস্বামী
৭। শ্ৰীঅনিতা বৰুৱা,
৮। শ্ৰীবিনয় মিশ্ৰ
৯। শ্ৰীস্মিতা মিশ্ৰ ;
১০। অনিন্দ্য মিশ্ৰ।

শ্ৰীতাৰিণী কান্ত মিশ্ৰ সৰুৰে পৰা মেধাবী ছাত্ৰ আছিল। লিখা পঢ়াত তেওঁ সদায় মনোযোগ দি আহিছিল।

১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিক সুখ্যাতিৰে পাছ কৰে। সেই বছৰতে তেওঁ কটনকলেজত উচ্চ শিক্ষা লাভৰ কাৰণে নাম লিখে, কিন্তু মাত্ৰ ১৩ দিন কলেজত পঢ়াৰ পাছতেই আৰ্থিক দুৰ্য্যোগে তেওঁক দেখা দিয়ে সেয়ে তেওঁ উচ্চ শিক্ষাৰ আশা বাদ দি ১৯৩৯ চনত তেজপুৰৰ কাৰমেমোৰিয়েলত কাম কৰিবলৈ লয় আৰু পিছত জাহাজ কোম্পানীত সোমায় ১৯৩৯ চনৰ ৭ জানুৱাৰীত মাহে ২০ টকা দৰমহাত। এই টকাৰে তেওঁ মাহৰ খৰচ কৰিও ৫।৬ টকা ৰাহি কৰিছিল।

তেওঁ চৈতপুৰৰ ৰেল বিভাগৰ চাকৰিতো সোমাইছিল আৰু লোকোমোটিভৰ ট্ৰেইনিং লৈছিল। কিন্তু এইবোৰ কামত তেওঁৰ মন নবহাত ১৯৪৮ চনৰ পৰা কৌপাতি চাহবাগানত কাম কৰে। আৰু এই বাগানৰ উচ্চ বিষয়া হিচাবে কাম কৰি ১৯৭৮ চনত অৱসৰ লয়।

তেওঁৰ সকলো চাকৰি মুখে মুখে হৈছিল। দৰখাস্ত ক'তো দিয়া নাছিল। বাগানৰ কামত প্ৰথমতে ৫০ টকা মাহিলি দৰমহা দিছিল। তেওঁ ৫০ টকা দৰ্মহাৰ চাকৰি নকৰো বুলি কোৱাত বাগানৰ চাহাবে তেওঁৰ কৰ্মপটুতা দেখি দৰমহা ১০০ টকালৈ বৃদ্ধি কৰিছিল। তেতিয়া ১ টকাত ৯০ টা কণী পোৱা গৈছিল। ধানৰ মোনে আছিল বাৰ অনা। এতিয়া ধানৰ মোনে ৩০০।৩৫০ টকা।

শ্ৰীতাৰিণী কান্ত মিশ্ৰই ধৰ্মৰ পথ সুগম কৰিছিল। যদিও নিজে গোসাই ঘৰত সোমাই নাথাকে। তেওঁৰ মতে কৰ্মই ধৰ্ম। চাকৰি কৰাৰ উপৰিও 'ঢৌতে শৰ মাৰি' ব্যৱসায় কৰিছিল। তেওঁ ঘৰত কাম কৰা কামিলাক কেতিয়াও 'যা' কাম কৰ গৈ বুলি নকয়—"আহ' কাম কৰোঁ" বুলিহে কয়। তেওঁ এতিয়াও কামৰ পৰা "জিৰণি লোৱা নাই। তেওঁক জিৰণি" লবলৈ ক'লে কয়, মই যেতিয়া জিৰণি লম—একেবাৰে শেষবাৰৰ বাবে জিৰণি লম।"



# সমাজকৰ্মী—ধন-পতি দেৱ শৰ্মা

ইং ১৯১৮ চনৰ ২৫ মাঘ তাৰিখে নলবাৰী জিলাৰ কোটালকুছি গাঁৱত শ্ৰীধনপতি দেৱ শৰ্মাৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৺জয় দেৱ শৰ্মা আৰু মাতৃ আছিল ৺ধীৰেশ্বৰী দেৱী। তেখেত সকলৰ তুজন ল'ৰা আৰু এজনী কন্যা। শ্ৰীধনপতি দেৱ শৰ্মা কনিষ্ঠ সন্তান আছিল।

শ্ৰীধনপতি দেৱ শৰ্মাক মানুহে ডি. পি. শৰ্মা বুলি মাতে। তেখেত সৰুৰে পৰা সৎ-সাহসী। তেখতৰ শৰীৰ আৰু মন সবল। তেখেতে পাগুলা প্ৰাইমাৰী স্কুলত পঢ়ি পিছত কমাৰকুছি মজলীয়া স্কুলত পঢ়িছিল। ১৯৩৬ চনত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰবেশিকা পাছ কৰে।

ইংৰাজী ১৯৩৯ চনত শ্ৰী ডি. পি. শৰ্মাই ৰেলৱেৰ চাকৰিত যোগদান কৰে। আৰু ১ মাৰ্চ ১৯৭৮ চনত কামৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেখেতে মনোযোগ দি কাম কৰিছিল আৰু সমাজ সেৱাৰ প্ৰতি ধাউতি আছিল। তেখেতে সমাজৰ বিভিন্ন শ্ৰেণীৰ মানুহৰ লগত মিলা-প্ৰীতিৰে থাকিবলৈ ইচ্ছা কৰে। তেখেত সমাজত জনপ্ৰিয় কাৰণে, মানুহে কিছুমান কামৰ দায়িত্ব দিয়ে। তেখেত বহুবছৰ ধৰি এন. এফ. ৰেলৱে এমপ্লয়িজ য়ুনিয়নৰ উপসভাপতি আছিল।

শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত তেখেত এজন আগ্ৰহী ব্যক্তি। শিক্ষা হৈছে জাতিৰমেৰুদণ্ড। প্ৰকৃত শিক্ষাই জাতি গঢ়ে। উপদেশতকৈ আৰ্হি ভাল। জ্যেষ্ঠ সকলে ভাল আৰ্হি দেখুৱালে কনিষ্ঠ সকলে নিশ্চয় গ্ৰহণ কৰিব। ড° ৰাধা কৃষ্ণনৰ মতে শিক্ষা কেৱল ধন ঘটিবৰ উপায়েই নহয়, নাইবা জ্ঞান আহৰণো নহয়। ই এটা আধ্যাত্মিক প্ৰক্ৰিয়া, সত্যৰ অনুসন্ধানৰ কাৰণে প্ৰচেষ্টা। সদ্গুণাবলীৰ আহৰণ শিক্ষাৰ মূল উদ্দেশ্য।

মালিগাঁও ৰেলওৱে হাইস্কুলৰ ( বৰ্তমান উচ্চতৰ বিদ্যালয় ) আৰম্ভণীৰ পৰা স্কুল খনি ভালদৰে ঠন ধৰি উঠালৈকে—তেখেত ইয়াৰ সম্পাদক আছিল। এই স্কুলৰ পঢ়া কে'বাজনো ছাত্ৰ-ছাত্ৰীৰ নাম দেশ আৰু বিদেশতো জনাজাত হৈছে। স্কুলৰ পৰিচালনা সমিতি, ছাত্ৰ-ছাত্ৰী আৰু অভিভাবক সকলৰ কাৰণে গৌৰৱৰ কথা যে এই স্কুলৰ পৰীক্ষাৰ ফলাফল বৰ ভাল।

মালিগাওঁ কলেজ পিছত ললিত চন্দ্ৰ ভৰালী কলেজ। ইয়াৰ জন্ম স্থান হৈছে মালিগাঁও ৰেলওৱে হাইস্কুলত। মালিগাঁও কলেজ—ললিত ভৰালী কলেজৰ লগত ডি পি শৰ্মাও এজন আগশাৰীৰ প্ৰতিষ্ঠাতা। মালিগাঁৱৰ নাৰায়ণ ভড়ালী সংগীত মহাবিদ্যালয়ৰ প্ৰায় ২৫ বছৰ কাল শ্ৰীশৰ্মা ডাঙৰীয়া সভাপতি আছিল। মালিগাঁও নামঘৰৰ তেখেত সম্পাদক আৰু সভাপতিও আছিল। Assam Co-operative movement ৰ লগত তেখেত এজন জড়িত ব্যক্তি। এন এফ ৰেলওৱেৰ Co-opeative ৰ সদস্য। বৰ্তমান তেখেত এন, এফ, ৰেলওৱে পেন্সনাৰ্চ এচোচিয়েনৰ সভাপতি এয়া তেখেতৰ দুই চাৰিটা সমাজ সেৱাৰ—নিদৰ্শন। শ্ৰীশৰ্মা এজন ত্যাগী লোক। এজন সমাজ সেৱক হিচাপে কেবাজনীও ছোৱালীৰ নিজা খৰচত বিয়াপাতি দিছে। কেবাজনো ল'ৰাই তেখেতৰ খৰচত পঢ়িছে।

তেখেতৰ গাঁওৰ মানুহৰ লগতো ভাল সম্বন্ধ আছে। তেখেতৰ কৰ্মই ধৰ্ম। সমাজৰ প্ৰগতিৰ কাৰণে লাগি থকা ব্যক্তি।

১৯৫০ চনৰ পৰা শৰ্মা ডাঙৰীয়াই খদ্দ'ৰ কাপোৰ পিন্ধে। তেখেতে খোজ কাঢ়ি আনন্দ পায়।

১৯৪১ চনত ডি, পি, শৰ্মাৰ শ্ৰীমতী কিৰণ শৰ্মাৰ লগত বিয়া হয়। তেখেতৰ শহুৰ ৺জয়দেৱ শৰ্মা গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক আছিল। তাৰ শাহু আছিল ৺ভৱানী দেৱী।

শৰ্মাদেৱ এজন সুগৃহস্থ। তেখেতৰ পৰিবাৰ এগৰাকী অতিথি পৰায়না আদৰ্শ মহিলা। তেখেত সকলৰ ৭ টি সন্তান। ল'ৰা চাৰিজন আৰু কন্যা তিনিজনী। সকলোটি সন্তান উপযুক্ত, শিক্ষিত আৰু বিবাহিত।

তেওঁলোক হ'ল—

১। শ্ৰীঅৰুণদেৱ শৰ্মা—ইঞ্জিনিয়াৰ

২। অপূৰ্বদেৱ শৰ্মা—ব্যৱসায়ী

৩। শ্ৰীপ্ৰবীৰ কুমাৰদেৱ—ব্যৱসায়ী

৪। ধীৰেন্দ্ৰদেৱ শৰ্মা—ব্যৱসায়ী।

৫। শ্ৰীমতী তৰুলতা দেৱী

৬। শ্ৰীমতী চন্দ্ৰা দেৱী

৭। শ্ৰীমতী জ্ঞানদা দেবী।

শ্ৰীশৰ্মাৰ পৰা জানিব পাৰিলো যে তেওঁৰ ল'ৰালি কালত ১ টকাত ১২৮ টা কণী পাইছিল। ১ টকাৰ চাউল ১০ সেৰ। ঘিউৰ সেৰে এটকা চাৰি অনা। সোণৰ তোলা ২০ টকা। এজন বনুৱাৰ হাজিৰা আছিল চাৰি অনা।

বৰ্তমান তেখেতে ৮৩ বছৰত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।





## স্ত্ৰী-শিক্ষানুৰাগী—
## সমুদ্ৰ নাৰায়ণ দাস

ইংৰাজী ১৯১৬ চনত শ্ৰীসমুদ্ৰ নাৰায়ণ দাসৰ ছয়গাঁৱত জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল ৺কৃষ্ণৰাম দাস আৰু মাতৃ আছিল ৺ফুলচানা দাস।

তেখেত সৰুৰে পৰা ধীৰ স্থিৰ ল'ৰা আছিল। তেখেতে সদায় সঁচা কথা কৈছিল আৰু কয়। সদায় ন্যায়ত চলে।

তেখেতে পলাশবাৰী আৰ, বি, হাইস্কুলত (বৰ্তমান উচ্চতৰ বহুমুখী) দশম মান শ্ৰেণীলৈ পঢ়িছিল। সেই সময়ত জাতিৰ জনক মহাত্মা গান্ধীৰ নেতৃত্বত পৰাধীনতাৰ শিকলি চিঙিবলৈ আন্দোলন চলিছিল আৰু ভাৰতীয় সকলক গান্ধীৰ বাণীয়ে উতলা কৰিছিল। প্ৰায় সকলো মানুহে প্ৰত্যেক্ষ নাইবা পৰোক্ষ ভাবে আন্দোলনত যোগদান কৰিছিল। সেই সময়ত মানুহে ত্যাগ কৰি আনন্দ পাইছিল। ত্যাগ উপভোগতকৈ মিঠা। সেই কাৰণে ধৰ্মৰাজ যুধিষ্ঠিৰে পৰম স্বৰ্গ-সুখকো শেষত পদাঘাত কৰিছিল। সেই সময়ত মানুহে নাম নিবিচাৰিছিল। তামৰ পত্ৰৰ কথা চিন্তা কৰা নাছিল।

শ্ৰীদাস এজন স্বাধীন চিন্তীয়া মানুহ। তেখেতে উপদেশতকৈ আৰ্হি বেছি ভাল পায়। তেখেতে খেতি-বাতি কৰি, গাড়ীৰ ব্যৱসায় কৰি, কাঠৰ কাৰবাৰ কৰি, পি ডবলিউ ডিৰ ঠিকা কৰি,

আনন্দ পায়। তেখেতে একাগ্ৰতাৰে কাম কৰি নিজৰ আৰু সমাজৰ উন্নতি কৰিছে। তেখেত এজন অতিথি পৰায়ণ আৰু উদাৰ মনৰ ব্যক্তি। কৰ্মই তেখেতৰ ধৰ্ম। ধৰ্মই শান্তি। "To Travel hopefully is a better thing than to arrive. True success is the labour.

১৯৩৯ চনত শ্ৰীদাসৰ উত্তৰ গুৱাহাটীৰ ৺সূৰ্য্যকান্ত ভূঞা আৰু ৺মাধবী ভূঞাৰ কন্যা শ্ৰীদীপ্তিলতা দাসৰ লগত বিয়া হয়। তেখেত সকলৰ পাঁচজনী কন্যা। তেওঁলোক ক্ৰমে হিমলতা, জ্যোৎস্না, দিপালী, বিজুলী আৰু মঞ্জুলি। গোটেই কেইজনী ছোৱালী দেখনিয়াৰ, শিক্ষিতা, কামত পাৰ্গত আৰু অতিথি পৰায়ণা।

সেই সময়ত পঢ়িবলৈ স্কুল কলেজৰ সংখ্যা অতি কম আছিল। ল'ৰাক পঢ়িবলৈ দিলেও ছোৱালীক পঢ়িবলৈ নিদিছিল। কম বয়সতে ছোৱালীক বিয়া দিয়া হৈছিল।

সমাজত প্ৰায় আধা ল'ৰা আধা ছোৱালী। সৰ্ব্বাঙ্গীন উন্নতিৰ কাৰণে ল'ৰা-ছোৱালী উভয়ে শিক্ষিত হোৱা উচিত। কেৱল ল'ৰাৰ উন্নতি হ'লে সমাজৰ উন্নতি অসম্ভৱ।

নাৰীক উচিত মৰ্য্যাদা দিহে সকলো ৰাষ্ট্ৰই মহত্ব লাভ কৰিছে। যি দেশে নাৰীক সন্মান কৰা নাই, —সেই দেশ কাহানিও ডাঙৰ হোৱা নাই আৰু ভৱিষ্যতেও ডাঙৰ হ'ব নোৱাৰে। ভগৱতী নাৰীৰ জীৱন্ত প্ৰতীক। এই নাৰীৰ স্থান ওপৰলৈ নুতুলিলে অগ্ৰসৰ হোৱাৰ কোনো বিকল্প পন্থা নাই। Educate a girl and you educate a family. বৰ্তমান সময়ত নাৰী ধৰ্ষণ বেছিকৈ হৈছে। ইয়াক বাধা দিবই লাগিব। অন্যথা দেশৰ বিপদ হ'ব।

যুক্তৰাষ্ট্ৰ U S A, জাপান, ইংলেণ্ড, জাৰ্মানী, অষ্ট্ৰেলিয়া আদি দেশত প্ৰায় ১০০% ল'ৰা-ছোৱালী শিক্ষিত। সেই কাৰণে

সেই দেশবোৰৰ উন্নতি হৈছে। ল'ৰা-ছোৱালী শিক্ষিত হ'লে জনসংখ্যা কমে। আমাৰ ভাৰতৰ কেৰেলা প্ৰদেশত শিক্ষিত মানুহৰ হাৰ ৯১%।

মানুহ শিক্ষিত হ'লে সচেতন হয়, কুসংস্কাৰবোৰ আতঁৰে আৰু ঠগ খোৱাৰ সম্ভাৱনা কমে। শিক্ষা জাতিৰ মেৰুদণ্ড। ১৮৫৭ চনত (পিচাহী বিদ্ৰোহৰ বছৰত) কলিকতা, বোম্বে আৰু মাদ্ৰাজত বিশ্ববিদ্যালয় স্থাপিত হয়। ফলত মানুহৰ মাজত চেতনা বাঢ়িল। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ ফলত উত্তৰ ভাৰতত শিক্ষাৰ বিস্তাৰ হ'ল।

শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। মানুহৰ পশুত্বক শিক্ষাই মানবত্বৰূপে দান কৰে। শিক্ষাৰ অবিহনে সামাজিক পৰিবৰ্ত্তন সম্ভব হৈ উঠিব নোৱাৰে। শিক্ষাইহে সমাজৰ পৰিবৰ্ত্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাৱে ঘূৰাই ৰাখিব পাৰে। শিক্ষা আমাৰ পৰিবেশৰ পৰা পৰোক্ষ ভাবে লাভ কৰা হয়। সেই কাৰণে পৰিবেশ হৈছে নীৰব শিক্ষক। পৰিবেশ বেয়া হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে।

যোগ্যতা থাকিলে কোনেও কাকো খাব নোৱাৰে। যোগ্যতাই উন্নতিৰ চাবি কাঠি। জাপানৰ মানুহৰ যোগ্যতা থকাৰ কাৰণে উন্নতিৰ শিখৰত উঠিছে। যোগ্যতা থাকিলে সমাজৰ উন্নতি হয়।

দেউতাক মাকৰ আগ্ৰহৰ কাৰণে গোটেই কেইজনী ছোৱালী এম, এ, এম এছছি, বি, এ আদি পাছ কৰিছে আৰু স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত সমাজত এটি জ্বলন্ত উদাহৰণ ডাঙি ধৰিছে। প্ৰয়াত দীপ্তিলতা দাস এগৰাকী কৰ্মপটু, শিক্ষানুৰাগী আৰু অতিথি পৰায়ণা মহিলা আছিল। ছোৱালী কেইজনী গঢ়াৰ ক্ষেত্ৰত তেখেতৰ নাম উল্লেখ নকৰিলে ভুল কৰা হ'ব। তেখেতে অন্য ল'ৰা-ছোৱালীকো নিজৰ সন্তানৰ দৰে মৰম স্নেহ কৰিছিল।

আগতে ৮।৯ বছৰতে ছোৱালী বিয়া দিয়া হৈছিল। এনে বয়সত ছোৱালীয়ে বিয়াৰ কথা নাজানে। সংসাৰ চলাবলৈ অনুপযুক্ত ছোৱালীক উপযুক্ত কৰি বিয়া দিলে সমাজৰ উন্নতি হয়। ৺দীপ্তিলতা দাসে এই কথা ভালদৰে জানিছিল।

তেখেত সকলৰ বৰজোঁৱাই গুৱালকুছিৰ এচ, বি, এম, এচ কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীপ্ৰকাশ মেধি। দ্বিতীয়জন জোঁৱাই ড° ললিত কুমাৰ হাজৰিকা, ৰিডাৰ (অৱসৰ প্ৰাপ্ত) গুৱাহাটী বিশ্ববিদ্যালয়। তৃতীয় জন জোঁৱাই ড° অৰবিন্দ তামুলী ফুকন (আলস্কাৰ এঙ্কোৰেজ) বিশ্ববিদ্যালয়ৰ চিভিল ইঞ্জিনিয়াৰিং বিভাগৰ অধ্যাপক। চতুৰ্থ জন জোঁৱাই হ'ল শ্ৰীউপেন কাকতি আৰ্কিটেক্ট ইঞ্জিনিয়াৰ আৰু সৰু জন জোঁৱাই হ'ল শ্ৰীজ্যোতিষ তালুকদাৰ এছ বি আই (গুৱাহাটী)। শ্ৰীসমুদ্ৰ নাৰায়ণ দাসে এদিন এই লিখকক কৈছিল যে তেখেত সকল বৰ সুখী, তেখেত সকলৰ গোটেই কেইজন জোঁৱাই উপযুক্ত। তেখেত সকলৰ কে'বাজনো উপযুক্ত নাতি-নাতিনী আছে।

শ্ৰীদাসে পৰিবাৰৰ সৈতে ১৯৮০ চনত তেখেত সকলৰ আলস্কাত থকা জী-জোঁৱাইৰ ঘৰলৈ গৈছিল। ১৯৯৪-৯৫ চনত শ্ৰীদাস অকলে যুক্তৰাষ্ট্ৰলৈ গৈছিল (১৯৯৪ চনৰ ২৮ জানুৱাৰী তাৰিখে পৰিবাৰৰ মৃত্যু হৈছিল।।

আমাৰ দেশত ছোৱালীক ল'ৰাতকৈ কম গুৰুত্ব দিয়ে। কিন্তু যুক্ত ৰাষ্ট্ৰত ল'ৰা ছোৱালীক সমান চকুৰে চায়। তাত ল'ৰা ছোৱালী সমানে শিক্ষিত। প্ৰত্যেকেই স্বাবলম্বী হ'বলৈ বিচাৰে।

সেই দেশত সময়ৰ সৎ ব্যৱহাৰ জানে। ৰেল, বিমান, বাছ আদি ঠিক সময়মতে চলে। তেওঁলোকে নিজৰ ঘৰখন, ঘৰৰ বাগিছাখন পৰিষ্কাৰ পৰিচ্ছন্নকৈ ৰাখে। য'তে ত'তে জাবৰ, মাছৰ বাকলি আদি পেলালে জৰিমনা ভৰিব লাগে।

ইয়াৰ আহল-বহল পৰিষ্কাৰ ৰাস্তাবোৰে মানুহৰ মন আকৰ্ষণ কৰে। যুক্তৰাষ্ট্ৰৰ খেতি পথাৰবোৰ বিশাল-বিশাল। খেতিয়ক সকলৰ নিজাকৈ গাড়ী আৰু সৰু বিমান থাকে। খেতি পথাৰত সকলো কাম যন্ত্ৰৰ দ্বাৰাই কৰা হয়। ট্ৰেক্টৰেৰে মাটি চহ কৰা, বিমানেৰে পথাৰত শস্যৰ বীজ সিঁচা, দৰব চটিওৱা, মেচিনেৰে শস্য চপোৱা আদি। এই দেশত খোৱা বস্তু উভৈনদী—সস্তা আৰু নিৰ্ভেজাল।

যুক্তৰাষ্ট্ৰৰ গাঁও আৰু নগৰৰ মাজত বিশেষ পাৰ্থক্য নাই। যুক্তৰাষ্ট্ৰ ভাৰততকৈ প্ৰায় তিনিগুণ ডাঙৰ। ইয়াৰ জনসংখ্যা ২৬ কোটি আৰু ভাৰতৰ জনসংখ্যা ১০০ কোটি (২০০০ চন)।

নাগৰিকৰ কৰ্ম কুশলতা আৰু কামত সততা থকাৰ বাবে যুক্তৰাষ্ট্ৰখন উন্নতিৰ শিখৰত উপনীত হ'বলৈ সক্ষম হৈছে।

শ্ৰীসমুদ্ৰ নাৰায়ন দাস এজন কৰ্মী আৰু সৰলাচৰণৰ মানুহ। তেখেতে সঁচা কথা কয়। পৰচৰ্চা নকৰে। তেখেতে উপযুক্ত খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিব জানে। তেখেতে চিকাৰ কৰি আনন্দ পায়। তেখেত এজন প্ৰগতিশীল ব্যক্তি। যিকোনো ঘৰুৱা সমস্যা হ'লে—তেখেতে সমস্যা সমাধানৰ পথ দিব পাৰে। বৰ্তমান তেখেতেৰ ৮৪ বছৰত ভৰি দিছে, ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।





## বহুমুখী প্ৰতিভাৰ গৰাকী—উমেশ দত্ত

একোজন ব্যক্তিয়ে সমাজক প্ৰগতিৰ বিভিন্ন দিশত আগবঢ়াই নিয়ে - তেনে এজন ব্যক্তি হ'ল শ্ৰীউমেশ চন্দ্ৰ দত্ত। তেওঁ নাটক লিখে, উপন্যাস লিখে আৰু অভিনয় কৰে। তেওঁ গীত লিখে আৰু গীত গায়। তেওঁ সমাজৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত। তেওঁ সমাজক উন্নতিৰ পথত আগবঢ়াই নিবলৈ যত্ন কৰে। পুলিচ বিভাগত চাকৰি কৰিও বি, এল পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লৈ উত্তীৰ্ণ হৈছে। উঠি অহা ল'ৰা-ছোৱালী সকলে তেওঁৰ পৰা কিছু কথা শিকিব বুলি ভাবি তেওঁৰ জীৱনী লিখাৰ আয়োজন।

ইংৰাজী ১৯২১ চনৰ ৮ ফেব্ৰুৱাৰী তাৰিখে পুৰণি অসমৰ খাচিয়া-জয়ন্তীয়া পাহাৰৰ জোৱাইত ( বৰ্তমান মেঘালয় ) তেওঁ জন্মগ্ৰহণ কৰে। তেওঁৰ প্ৰায় ৮ বছৰ বয়সতে ১৯২৯ চনত পিতৃ মাণিক চন্দ্ৰ দত্তৰ ( পুলিচ-ইনচ্‌পেক্টৰ ) মৃত্যু হয়। তেওঁৰ মাতৃ স্বৰ্গীয়া প্ৰভাৱতী এগৰাকী-ধৰ্মপ্ৰাণা আদৰ্শ মহিলা আছিল। তেওঁলোকৰ ঘৰ পলাশবাৰী থানাৰ অন্তৰ্গত বৰ তেজপুৰ গাৱঁত। বৰ্তমান শ্ৰীউমেশ চন্দ্ৰ দত্তই গুৱাহাটীৰ শান্তিপুৰত বাস কৰে।

শ্ৰীউমেশ চন্দ্ৰ দত্ত সৰুৰে পৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। তেওঁৰ কামৰ প্ৰতি একাগ্ৰতা আছিল আৰু আছে। তেওঁৰ স্বাস্থ্য আৰু মন সবল। তেওঁ সৰুৰে (তৃতীয়মান শ্ৰেণীৰ) পৰা আজিলৈ ৮০ বছৰলৈ মঞ্চত ভাও দি আছে। এই কাৰ্য্য কৰি নিজেও আনন্দ পাইছে আৰু ৰাইজকো আনন্দিত কৰিছে।

নাটকে মানুহৰ মন সহজে জয় কৰি সমাজক সচেতন কৰিব পাৰে।

মহাপুৰুষ শ্ৰীশ্ৰী শংকৰ দেৱেও সমাজৰ প্ৰগতিৰ কাৰণে নাটকৰ আশ্ৰয় লৈছিল।

তেওঁ ১৯৩৯ চনত গুৱাহাটীৰ সোনাৰাম হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯৪১ চনত উক্ত কলেজৰ পৰা প্ৰথম বিভাগত আই, এ আৰু ১৯৪৩ চনত উক্ত কলেজৰ পৰা দিচ্‌টিংক্‌চন লৈ বি, এ পৰীক্ষা পাচ কৰে। ১৯৫১ চনত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান দখল কৰি বি, এল, পৰীক্ষা পাচ কৰে। A man is known by his action.

১৯৪৫ চনত তেওঁ পুলিচ বিভাগত যোগদান কৰে আৰু ১৯৭৭ চনৰ মাৰ্চ মাহত অবিভক্ত কামৰূপ জিলাৰ এডিচনেল এচ্ পি হিচাবে অৱসৰ গ্ৰহণ কৰে।

তেওঁ দৰং জিলা, ডিব্ৰুগড় জিলা, কাছাৰ জিলা, গোৱালপাৰা জিলা, খাচি আৰু জয়ন্তীয়া পাহাৰ, দিল্লী পুলিচ এষ্টাব্‌লিষ্টমেণ্ট (এছ, আই, চি) অধ্যক্ষ (ডেৰগাঁও পুলিচ ট্ৰেইনিং কলেজ), নতুনকৈ গঠন কৰা তিনিচুকীয়া চাব ডিভিজনৰ পুলিচ অধ্যক্ষ ডিছট্ৰিক হেড্‌কোৱাৰ্টাৰৰ ডি, এচ, পি, তেজপুৰত কাম কৰিছিল। তেওঁৰ কাৰ্য্য সুকলমে কৰিছিল আৰু মেৰিটোৰিয়াচ চাৰ্ভিচৰ কাৰণে পুলিচ মেডেল লাভ কৰিছিল।

তেওঁ লিখা উপন্যাস: সমাধিৰ ফুল, পৰিশোধ।

তেওঁ লিখা নাটক—ন পোহৰৰ ঢল, অন্বেষণ, ৰূপ শিখা, ওঠৰ শতিকাৰ অসম, মিৰজুম্‌লা, জয়ধ্বজ সিংহ, বিপ্লৱী হৰদত্ত। তেওঁ লিখা গীতৰ পুথি নতুন দিনৰ আহ্বান।

গুৱাহাটী ৰেডিঅ' কেন্দ্ৰৰ পৰা তেওঁৰ ৰচনা কৰা বহুত গীত প্ৰচাৰ হৈছে। তেওঁৰ কামৰূপীয়া লোক গীত শুনি আমি আনন্দ পাইছিলো। তেওঁ লিখা গল্প—"অনামিকা"।

তেওঁ লিখা বহু গীত, নাটক, উপন্যাস আজিও অপ্ৰকাশিত হৈ আছে। সেইবোৰ প্ৰকাশ কৰিলে ভাল হয়।

বৰ্তমান তেওঁ গুৱাহাটী 'বাৰ এচোচিয়েচনৰ মেম্বাৰ, প্ৰাগ-জ্যোতিষপুৰ থিয়ছফিকেল লজৰ মেম্বাৰ ( ভৰলুমুখ ), শান্তিপুৰৰ প্ৰগতি সংঘৰ ( সাংস্কৃতিক অনুষ্ঠান ) উপ-সভাপতি, দক্ষিণ কাম-ৰূপ বাচ এচোচিয়েচনৰ ছুটা টাৰ্মচৰ সভাপতি আছিল। তেওঁ গুৱাহাটীৰ দামোদৰ সংঘৰ আজীৱন সভ্য। শ্ৰীউমেশ চন্দ্ৰ দত্ত এজন ব্যক্তি নহয় এটা অনুষ্ঠান।

শ্ৰীউমেশ চন্দ্ৰ দত্তৰ তিনিজন ভায়েক—শ্ৰীগনেশ দত্ত, শ্ৰীসুভাস দত্ত আৰু প্ৰবোধ দত্ত। তিনি জনেই উপযুক্ত ব্যক্তি।

শ্ৰীউমেশ চন্দ্ৰ দত্তৰ তিনিজন ল'ৰা আৰু তিনিজনী বিবাহিতা কন্যা। ল'ৰা কেইজন হ'ল—শ্ৰীতাপস কুমাৰ দত্ত, মঞ্চ আৰু চিনেমাৰ শিল্পী। শ্ৰীমানস কুমাৰ দত্ত,-ইঞ্জিনিয়াৰ আৰু শ্ৰীআশীষ কুমাৰ দত্ত।

এই কুৰি শতিকাৰ ৩য় দশকত গুৱাহাটী মহানগৰীৰ পশ্চিমে প্ৰায় ৪০ কিঃ মিঃ দূৰত অৱস্থিত কুকুৰমাৰা নামে সেই সময়ৰ বেহা-বেপাৰৰ প্ৰসিদ্ধ ঠাইত স্থানীয় যুৱকসকলে ৺দৈব্য চন্দ্ৰ তালুকদাৰৰ নাটক "বামুণী কোঁৱৰ" মঞ্চস্থ কৰিবলৈ যো-জা কৰি শ্ৰীউমেশ চন্দ্ৰ দত্তক বামুণী কোঁৱৰৰ" ভাও দিয়ে। তেতিয়া তেওঁ তেনেই কম বয়সীয়া ৩য় মান শ্ৰেণীৰ ছাত্ৰ। নাটক বেচ্‌ ভাল ভাবেই মঞ্চস্থ কৰা হ'ল। সেই প্ৰথমবাৰৰ বাবে মঞ্চৰ পাদ

প্ৰদীপক সেৱা জনাবলৈ সুযোগ পালে। তাৰ পিচত আৰু পিচলৈ উভতি চোৱা নাই। জীৱনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে জৰ আৰু বাৰ্দ্ধক্যই হেঁচা দি থকা স্বত্বেও মঞ্চৰ এনাজৰি গছি সম্পূৰ্ণকৈ আজিও চিঙিব পৰা নাই। আহ্বান আহিলেই দৌৰি যায়।

চৰকাৰী কৰ্ম উপলক্ষে অবিভক্ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিব লগা হয়। নিজৰ কৰ্তব্যৰ প্ৰতি অবহেলা নকৰি নিজ সংসাৰ ধৰ্মৰ প্ৰতি নিজ দায়িত্ব পালন কৰি নানা ঠাইত নানা মঞ্চত নানা ভাওত অভিনয় কৰি নিজেও তৃপ্তি লাভ কৰিছে, আনৰো প্ৰশংসা বুটলিবলৈ সক্ষম হৈছে।

তেতিয়া, ১৯৪২ চনত ২য় মহাযুদ্ধৰ ভয়াবহতা সৰ্ব্বত্ৰ বিদ্যমান। তেতিয়া কটন কলেজৰ ৩য় বাৰ্ষিকৰ ছাত্ৰ। জাপানৰ উৰা জাহাজে দিমাপুৰ, দিনজান, তেজপুৰ—সিফালে খিদিৰপুৰ ডক আদিত ভীষণ সন্ত্ৰাসৰ সৃষ্টি কৰিছে। দিনে নিশাই Air Raid ৰ Siren ধ্বনি। এই ধ্বনি শুনা মাত্ৰেই গুৱাহাটীৰ জন মানৱ ক'ত কেনি লুকাই পৰে তাক হৰিয়েহে জানে। Siren all clear শব্দ নুশুনা লৈকে বাটপথত এটিও নৰমনিষ নোহোৱা হয়।

সেই সময়ত তেওঁলোকে নগৰ এৰি গাৱঁলৈ গ'ল। সেইদৰে নগৰৰ বহু পৰিয়াল নিজৰ ঘৰ বা আত্মীয় কুটুম্বৰ ঘৰ বিচাৰি গ'ল। তেওঁলোক কলেজীয়া বন্ধু কেইজনমান লগ লাগি এই দুৰ্য্যোগৰ দিনতো ৰামপুৰ গাঁৱৰ চেকাৰ ( সনাতন ধৰ্ম ঘৰ ) নাম ঘৰত কে'বাখনো নাট অভিনয় কৰে। নাটকবোৰৰ সৰহ ভাগেই বঙালী নাটকৰ অনুবাদ কৰা আছিল। তেওঁলোকৰ ডেকা দ'লত চিনেমা পৰিচালক ৺ভবেন দাস, চিলঙৰ লেডীকেন কলেজৰ প্ৰফেচৰ ৺পূৰ্ণ চন্দ্ৰ মজুমদাৰ, ব্যৱসায়ী ৺যতীন্দ্ৰ নাথ, ৺দেবেশ্বৰ দাস, ৺দেৱেন গোস্বামী, ৰামপুৰ হাইস্কুলৰ প্ৰধান শিক্ষক ৺বলেন্দ্ৰ দেৱ গোস্বামী, উপৰহালি গাঁৱৰ শ্ৰীফণীন্দ্ৰ নাৰায়ন ঠাকুৰীয়া, ৰামপুৰ সত্ৰাৰৰ ৺ৰাজেন দাস ( শিক্ষক ), শিক্ষক গহীন দাস,

ৰামপুৰৰ ৺বীৰেন দাস ( শিক্ষক ) আৰু বহুতো যি সকলৰ ছবি চকুৰ আগত মাজে মাজে ভাঁহি উঠে কিন্তু বহুতৰে নাম পাহৰণিৰ বুকুত লীন হৈ গৈছে। এই ডেকা দলটিয়ে ৰামপুৰ, বাটৰহাট, উপৰহালি, আমোদপুৰ সত্ৰ আদি ঠাইত বেচ সুখ্যাতিৰে বুৰঞ্জী মূলক আৰু পৌৰানিক নাট মঞ্চস্থ কৰিছিল।

স্ত্ৰী চৰিত্ৰ ৰূপায়নৰ বাবে সেই সময়ত কোনো ছোৱালী আগবাঢ়ি নাহিছিল আৰু কোনোবাই ইচ্ছা কৰিলেও অভিভাৱকৰ আৰু সমাজৰ ৰঙা চকুৰ ভয়তে মনৰ আকাংক্ষা মনতে মাৰ নিয়াইছিল। কিন্তু বাঢ়নী-ঢলক বাধা দিব কোনে ? সেয়ে তেওঁ-লোকে দেখিবলৈ ধুনীয়া অভিনয়ৰ প্ৰতি ৰাপ থকা কেইজন মান যুবকৰ দ্বাৰাই স্ত্ৰী চৰিত্ৰ সমূহ ৰূপায়িত কৰাইছিল। গুৱাহাটীৰ নাট্যকাৰ শ্ৰীঅনিল চৌধুৰী, ৰামপুৰৰ ট্ৰেনস্‌পোৰ্ট ইনজিনিয়াৰ ৺শৈলেন দাস, ৺দেবেশ্বৰ দাস, শ্ৰীঅৰুণ দাস আদিৰ নামেই প্ৰধান।

সেই সময়ৰ আগতে অৰ্থাৎ হাইস্কুলত পঢ়ি থাকোতেই বিশেষকৈ পূজাৰ সময়ত তেওঁলোকে বঙালী নাটকৰ অনুবাদ কৰি গাঁৱে-ভূঞে অস্থায়ী নাটক পৰিবেশন কৰিছিল। সেই কালছোৱাত তেওঁলোকৰ দ্বাৰা অভিনিত নাটসমূহ— ত্ৰিশঙ্কু, মেৱাৰ সন্ধ্যা, কেদাৰ ৰায়, শ্ৰীউমেশ দত্তৰ ৰচিত নাটক ৰূপ শিখা, মাহী আই, কৃষ্ণা কুমাৰী আৰু বহুতো। সেই সকলো নাটক অস্থায়ী মঞ্চত কৰা হৈছিল। বহু ক্ষেত্ৰত তেওঁলোকে নিজ মঞ্চ সাজি বিজুলি বাতিৰ অভাৱত পেট্ৰ মাক্স বা হেচাক লাইটৰ পোহৰত অভিনয় কৰিব লগা হৈছিল। যাতায়াত, থকা খোৱাৰ, শাৰীৰিক পৰিশ্ৰম আৰু অভিনয়ৰ চিন্তা আদিত তেওঁলোকে কিমান অসুবিধা ভোগ কৰি, কষ্ট কৰি এখন নাটক মঞ্চস্থ কৰিছিল — সেই কথা আজিৰ নাট্য প্ৰেমী চামে উপলব্ধি কৰিবলৈ টান পাব।

সময় ধীৰে ধীৰে আগবাঢ়ে। দেশ আগুৱাই যায় প্ৰগতিৰ পথত। দেশৰ জনগণলৈ সকলো বিষয়তে আধুনিকতাই দেখা

দিয়ে। পশ্চিমীয়া সংস্কৃতিয়ে আমাৰ মাজত বাৰুকৈয়ে সোমাব ধৰিছে। সেইদৰে নাটকৰ মঞ্চস্থ কৰাৰ ক্ষেত্ৰটো নতুন নতুন আবিস্কাৰ আবিৰ্ভাব হয়। পৰিবৰ্তনৰ যুগ আহি পৰে। কি অভিনয়, কি মঞ্চ, কি অভিনেতা সকলো ক্ষেত্ৰতে নতুনৰ আহ্বান, নতুন-নতুন পৰীক্ষা নিৰিক্ষণ। এতিয়া সু-সজ্জিত মঞ্চ বিজুলি বাতিৰ সময় আৰু পৰিস্থিতি সাপেক্ষে নিয়ন্ত্ৰণ কৰিব পৰা যতন, দৰ্শকৰ আৰাম দায়ক বহা আসন, সু-সজ্জিত অভিনয় গৃহ, আবহ সঙ্গীতৰ অভিনয়ৰ সংযোজন, আধুনিক মেক্‌আপৰ আহিলা আৰু light effect, Sound effect আদিয়ে অভিনয় কৰাত যথেষ্ট সহজ কৰি দিছে। আগৰ দিনত কিমান আহুকালৰ মাজেৰে একনিষ্ঠতাক সমল হিচাবে লৈ গাঠিৰ ধন ভাঙি নাটক মঞ্চস্থ কৰিব লগা হৈছিল তাক আৰু কি কম, কিন্তু সেই অবস্থাৰ বিৰুদ্ধাচৰণৰ মাজতো তেওঁলোকে অভিনয়ৰ মানৰ বিষয়ত কোনো আপোচ কৰা নাছিল।

'ল' পঢ়ি থকা সময়তে চৰকাৰী কাজ কৰিও তেওঁ গুৱাহাটী শিল্পী সংঘত যোগ দি সংঘৰ শিল্পী শ্ৰীগিৰিশ চৌধুৰী, শ্ৰীঅনিল চৌধুৰী, ৺অবিনাশ দাস, ৺আফটাবুৰ ৰহমান আদিৰ সৈতে লগ লাগি গুৱাহাটীত পোন প্ৰথম বাৰৰ বাবে অপেশাদাৰ শিল্পীৰ দ্বাৰা সহ-অভিনয়ৰ পাতনি মেলিবলৈ সক্ষম হয়। নাৰী চৰিত্ৰৰ বাবে ইমান দিনে পুৰুষৰ দ্বাৰা অভিনয় কৰোৱা প্ৰথাৰ পৰম্পৰা ভাঙিবলৈ যাওঁতে তেওঁলোকে যথেষ্ট আহুকালত ভুগিব লগাত পৰিছিল। কিন্তু তেওঁলোক ভাগি পৰা নাছিল। আৰু শেষত জয়ী হৈছিল ১৯৫০ চনত। ইয়াৰ আগতে অৱশ্যে নাট্য প্ৰভাকৰ শ্ৰীসত্য প্ৰসাদ বৰুৱাদেৱে তেওঁলোকৰ গৃহত নিজাকৈ ভাই-ভনীলৈ সহ অভিনয় কৰিছিল। কিন্তু মুকলি মঞ্চত অপেশাদাৰী শিল্পী লৈ ৰাজহুৱা ভাবে নাট অভিনয় কৰা নাছিল। গুৱাহাটী শিল্পী সংঘই এই ক্ষেত্ৰত প্ৰথম পদক্ষেপ দিছিল। গুৱাহাটী শিল্পী

সংঘই শ্ৰীঅনিল চৌধুৰীৰ সামাজিক নাট "প্ৰতিবাদ"ত শ্ৰীবৰুনা মুখাৰ্জ্জী ( চৌধুৰী ) ৺আচিয়া খাটুন, ৺গিৰিজা দাস আদিয়ে স্ত্ৰী চৰিত্ৰ সমূহ ৰূপায়ীত কৰিছিল, "ছাজাহান" নাটকত কেইবা-জনীও ভদ্ৰ ঘৰৰ ছোৱালীয়ে সহ অভিনয় কৰিছিল। "প্ৰতিবাদ" নাটকখনি সেই সময়ৰ অসমৰ মুখ্য মন্ত্ৰী ৺গোপীনাথ বৰদলৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা আদি সদাশয় ব্যক্তি সকলে নাট চাই শিল্পী সকলক ভূয়শী প্ৰশংসা কৰিছিল। আৰু মঞ্চলৈ আহি উদগনি দিছিল। "প্ৰতিবাদ" নাটকত মুখ্য চৰিত্ৰ "অজান"ৰ ভাওত আৰু "চাজাহান নাটকত "দাৰা"ৰ ভাওত শ্ৰীউমেশ দত্ত ডাঙৰীয়াই দৰ্শকক তৃপ্তি দিবলৈ সমৰ্থবান হৈছিল।

শ্ৰীউমেশ দত্ত ডাঙৰীয়াই সুদুৰ তিনিচুকীয়াৰ পৰা পশ্চিমে ধুবুৰীলৈকে জীৱনত বহু নাটক অভিনয় কৰিলে—তাৰে কেই-খন মানৰ কথা লিপিবদ্ধ কৰিলো।

ধুবুৰী :—মনিৰাম দেৱান—অসম সাহিত্য সভাত।

গোৱাল পাৰা: মনিৰাম দেৱান, মীৰকাশেম, দেৱলাদেবী, উমেশ দত্তৰ ৰচিত নাট।

: বিপ্লবী হৰ দত্ত, ক'লাসোণ। মহাৰাজ নন্দকুমাৰ, টিপু চুলতান, শকুনীৰ প্ৰতিশোধ মঞ্চস্থ হয়- অসম ক্লাবত ভাওৰীয়া সকল: অন্নদা চৰণ দাস, অবিনাশ দাস, যতীন নাথ, দ্বীজেন শৰ্মা, তাৰা নাথ শৰ্মা, বিমলা নন্দ চৌধুৰী, বীণা দাস মান্না, মাইনী বৰদলৈ, ৰাধিকা নন্দ চৌধুৰী, উমেশ দত্ত আদি।

কামৰূপ গুৱাহাটী: মঞ্চস্থ হয় আৰ্য্য নাট্য হ'লত:

অনিল চৌধুৰী ৰচিত নাট—প্ৰতিবাদ, চাহজাহান।

গুৱাহাটীত ৰবীন্দ্ৰ ভবনত—সুগ্ৰীবৰ আজান, প্ৰতিশোধ, ফতেমা বিবি, শকুনিৰ প্ৰতিশোধ, সেতু জটায়ু, ৰক্ষ কুমাৰ।

পুলিচ ৰিজাৰ্ভত—শ্ৰীউমেশ দত্তৰ নাট, মিৰজুম্‌লা, দস্যু মানসিং, মিনান্দাৰ, ৰক্ষকুমাৰ।

শান্তিপুৰৰ প্ৰগতিক্লাবৰ সৌজন্যত কামৰূপ মঞ্চত—কলাসোন, আক্ৰামৰ ট্ৰেজেদী।

শান্তিপুৰৰ গোপালপুৰ আশ্ৰমত—দস্যু মিনাগুৰ, অভিশাপ।

মথুৰা নগৰত – সূৰ্য্য শিখা, বিষবৃক্ষ।

ছান্দ মাৰীত— চোৰ, স্বাফৰ।

তামুলপুৰত—পিয়লি ফুকন—ভাওৰীয়া সকল শ্ৰীশিৰিশ চৌধুৰী শ্ৰীবিজু ফুকন, শ্ৰীনিপন গোস্বামী, ৺আফতাৰ হুচেইন, মাখন দেৱান, ৺মোজা মিল আলি, ৺হেমেন হাজৰিকা, শ্ৰীঅনিল চৌধুৰী, শ্ৰীমতী, মৃদুলা বৰুৱা, বৰুনা চৌধুৰী, তাৰাপদ ভট্টাচাৰ্য্য, দিলিপ শৰ্মা।

চিলঙত—দেৱ কুমাৰ মেমোৰীয়েল হ'লত বিপ্লবীহৰদত্ত।

অসম ক্লাবত —ৰূপ শিখা, সতী জয়মতী, স্ত্ৰীৰ ভাওত—প্ৰখ্যাত নৰ্ত্তক ৺চাৰু বৰদলৈ, ডাঃ দেবেন মেধি

যোৰহাট—ডেৰগাঁও পুলিচ ট্ৰেইনিং কলেজত শ্ৰীউমেশ দত্তৰ নাট ন পোহৰৰ ঢল, টিপুচুলতান।

—বৰুৱা বামুন গাঁৱত গণশত্ৰু।

ডিব্ৰুগড়ত - কনৌজ কুমাৰী”

তিনিচুকীয়া— চিৰাজ, বিপ্লবীহৰ দত্ত, কলাসোণ, মনিৰাম দেবান, অজেয় ভীয়েট নাম, দস্যুমানসিং

ভাওৰীয়া—সকল, শশী হাজৰিকা, শ্ৰীশশী দাস, শ্ৰীৰাজেন ফুকন, খগেন দত্ত, দলী হাজৰিকা, ৺শৰৎ দত্ত।

তেজপুৰত—নকলহীৰা, অলিম্পিক।

চিনেমা— জাহ্নু বৰুৱা পৰিচালিত— “পাপৰীত” কলিকতা সন্দপ ফিল্মচৰ মেঘমুক্তি আৰু মানসী বিপুল বৰুৱাৰ—বাঘ মানুহৰ খেলা।

শ্ৰীউমেশ চন্দ্ৰ দত্তৰ নিচিনা অভিনয় কৰা ব্যক্তি অতি বিৰল। অভিনয় কৰা তেওঁৰ জীৱনৰ দৰ্শন।

শ্ৰীউমেশ দত্ত অসমৰ এটি পৰিচিত নাম। কেৱল পুলিচ বিষয়া হিচাবেই নহয়, এজন নাট্যকাৰ, জনপ্ৰিয় মঞ্চ অভিনেতা, গায়ক, সমাজ-সংস্কাৰক হিচাবেও জনাজাত। তেওঁৰ মনৰ দৃঢ়তা আৰু কৰ্ত্তব্য নিষ্ঠা শলাগিবলগীয়া। তেওঁ সৰুৰে পৰা উদ্যোগী। তেওঁ সময়ৰ সৎ ব্যৱহাৰ জানে। এড্‌ভোকেট হিচাবেও তেওঁ জনাজাত। ছয় বছৰীয়া গণ আন্দোলনত তেওঁ বহুত মানুহক কোৰ্ট'ত বিনা পইচাই সহায় কৰিছে। তেওঁৰ খেতি-বাতিৰ প্ৰতিও নিচা আছে। খাদ্যৰ সহায়ত তেওঁ স্বাস্থ্য বজাই ৰাখিব জানে। তেওঁ নগৰত থাকিলেও গাঁৱৰ মানুহৰ খবৰ বাতৰি লয়। তেওঁ পিঙ্কন উৰণত পৰিপাতি। বৰ্ত্তমান তেওঁ ৮০ বছৰত ভৰি দিছে। ঈশ্বৰে তেওঁক দীৰ্ঘ জীৱন দান কৰক।





## ডি. কে. কলেজৰ প্ৰথমজন অধ্যক্ষ— শ্ৰীগজেন ঠাকুৰীয়া

ইংৰাজী ১৯২৭ ( ১৩৩৪ ), ৬ জেঠ শুক্ৰবাৰে পলাশবাৰী থানাৰ অন্তৰ্গত আমবণ্ডা গাঁৱত শ্ৰীগজেন ঠাকুৰীয়াৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৺ নবীন চন্দ্ৰ ঠাকুৰীয়া আৰু মাতৃ আছিল ৺ হৰমালা ঠাকুৰীয়া। পিতৃ-মাতৃ উভয়ে আদৰ্শ সমাজ-সেৱক আছিল। তেওঁলোকৰ ১২ টি সন্তান। ল'ৰা ৭ জন আৰু ছোৱালী ৫ জনী। সকলোটি সন্তান উপযুক্ত। শ্ৰীগজেন ঠাকুৰীয়া তেওঁলোকৰ ৩য় সন্তান।

শ্ৰীঠাকুৰীয়া সৰুৰে পৰা ধীৰ-স্থিৰ আৰু চোকাবুদ্ধিৰ ল'ৰা আছিল। তেখেতৰ শৰীৰ আৰু মন সবল

শিক্ষা : ১৯৪৫ চনত পলাশবাৰী আৰ, বি, হাইস্কুলৰ বৰ্ত্তমান উচ্চতৰ বহুমুখী বিদ্যালয় ) পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯৪৭ চনত —১৯০১ চনত স্থাপিত কটন কলেজৰ পৰা আই, এ আৰু উক্ত কলেজৰ পৰা ১৯৩৯ চনত বি, এ আৰু ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বুৰঞ্জীত এম, এ পাছ কৰে।

১৮৫৭ চনত (চিপাহী-বিদ্ৰোহৰ বছৰতে) কলিকতা, বোম্বে আৰু মাদ্ৰাজত বিশ্ববিদ্যালয় আৰম্ভ হয়। ইয়াৰ আগতে ভাৰত-বৰ্ষ পশ্চিমীয়া শিক্ষাৰ ক্ষেত্ৰত পিচ পৰি আছিল। অসম এই ক্ষেত্ৰত অতিকৈ পিচ পৰি আছিল। মাত্ৰ কেইজন মান ছাত্ৰই কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি এম, এ, এম, এচ, চি

পাছ কৰিছিল। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় আৰম্ভ হয়, তাৰ ফলতে অসমত বৰ্তমান উত্তৰপূৱ ভাৰতত ) শিক্ষা বিস্তাৰ হ'বলৈ আৰম্ভ কৰে।

Education is a backbone of nation. শিক্ষা জাতিৰ মেৰুদণ্ড। শিক্ষক আৰু শিক্ষাবিদ সকলেই হ'ল—দেশৰ প্ৰকৃত নিৰ্মাতা। দেশক প্ৰগতিৰ পথত আগুৱাই নিবলৈ শিক্ষা, প্ৰশাসন, আইন, ইঞ্জিনিয়াৰিং, চিকিৎসা কৃষি, ব্যৱসায়, বাণিজ্য, বেঙ্ক আদি বিভিন্ন ক্ষেত্ৰত আগুৱাই নিবৰ কাৰণে যথেষ্ট সংখ্যক উপযুক্ত শিক্ষাপ্ৰাপ্ত লোকৰ আৱশ্যক। সেই কাৰণে শিক্ষক, শিক্ষাবিদ আৰু বিশ্ববিদ্যালয় বিলাকৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ।

শিক্ষাই মানুহক জ্ঞানৰ পোহৰ দিয়ে। প্ৰগতিৰ পথ দেখুৱায়। মানুহৰ পশুত্বক শিক্ষাই মানবত্বৰূপ দান কৰে। শিক্ষানুষ্ঠান এখন বিশেষ সমাজ। শিক্ষক হৈছে ইয়াৰ দায়িত্বশীল ব্যক্তি। শিক্ষাৰ অবিহনে সামাজিক পৰিবৰ্তন সম্ভব হৈ উঠিব নোৱাৰে। শিক্ষাইহে সমাজৰ পৰিবৰ্তন আৰু প্ৰগতিৰ চক্ৰৰী অব্যাহত ভাৱে ঘূৰাই ৰাখিব পাৰে। শিক্ষা আমাৰ পৰিবেশৰ পৰা পৰোক্ষভাবে লাভ কৰা হয়। সেই কাৰণে পাৰিৱেশ ( মাটি, পানী, বায়ু, শব্দ ) প্ৰদূষণ মুক্ত হোৱা উচিত। পৰিবেশ দূষিত হ'লে সংস্কৃতিত ব্যাঘত জন্মে।

১৯৫২ চনৰ ৮ আগষ্ট তাৰিখে শ্ৰীগজেন ঠাকুৰীয়াই ( ১৯৫১ চনত ) নতুনকৈ আৰম্ভ হোৱা—মঙ্গলদৈ কলেজত অধ্যাপক হিচাবে যোগদান কৰে। সেই অঞ্চলৰ উচ্চ শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত তেখেতৰ অবদান আছে। পুৰণি ছাত্ৰ-ছাত্ৰী সকলে আজিও তেখেতৰ কথা সোঁৱৰে। কলেজখনি বিভিন্ন দিশত আগবঢ়াই নিবলৈ তেখেতে চেষ্টাৰ ক্ৰুটী কৰা নাছিল।

দক্ষিণ কামৰূপত গুৱাহাটীৰ পৰা গোৱালপাৰাৰ মাজত কোনো কলেজ নাছিল। সেই কাৰণে এই অঞ্চলৰ ছাত্ৰ-ছাত্ৰীৰ বৰ অসুবিধা হৈছিল। কেইজনমান প্ৰগতিশীল ব্যক্তিৰ যত্নৰ

ফলত দক্ষিণ কামৰূপ কলেজে অঙ্কুৰ মেলে। আৰু এই কলেজৰ অধ্যক্ষ হিচাবে দায়িত্ব দিয়ে এই অঞ্চলৰ পৰিচিত ব্যক্তি অধ্যাপক গজেন ঠাকুৰীয়া দেৱক। ১৯৬১ চনৰ ১৮ আগষ্টৰ পৰা ১৯৮৮ চনৰ ২৯ ফেব্রুৱাৰীলৈ তেখেতে অধ্যক্ষৰ দায়িত্ব পালন কৰে আৰু কলেজখনি অসমৰ এখনি আগশাৰীৰ কলেজ হিচাবে গঢ়ি উঠে। দক্ষিণ কামৰূপ কলেজৰ বুৰঞ্জীত তেখেতৰ নাম ভোটা তৰাৰ দৰে জিলিকি থাকিব।

অৱসৰ গ্ৰহণ কৰাৰ পিছত তেখেতে ১৯৯৪ চনৰ পৰা ১৯৯৭ চনলৈ ছমৰীয়া মহাবিদ্যালয়ত অধ্যক্ষ হিচাবে কাম কৰে আৰু কলেজৰ বুনিয়াদ গঢ়ি দিয়ে।

ইংৰাজী ১৯৫৪ চনত শ্ৰীঠাকুৰীয়া দেৱৰ শ্ৰীমতী ৰুক্মিনী ঠাকুৰীয়াৰ লগত বিয়া হয়। তেখেত সকলৰ ৫ টি সন্তান জীৱিত। তেওঁলোক—সবিতা, ত্ৰিদিব, হিৰণ্য, হেৰাম্ব আৰু গীতা।

সমাজৰ বিভিন্ন অনুষ্ঠানত জড়িত থকা ব্যক্তি শ্ৰীগজেন ঠাকুৰীয়া। গুৱাহাটীৰ লখৰাৰ ডাকঘৰখানা আৰু এম. ভি স্কুল প্ৰতিষ্ঠাৰ ক্ষেত্ৰত তেখেত এজন আগৰণুৱা ব্যক্তি।

আমৰঙা বড়িহাট হাইস্কুল আৰু আমৰঙা ছোৱালী হাইস্কুলৰ তেখেত সভাপতি আছিল। অনুষ্ঠান দুটিৰ উন্নতিৰ কাৰণে চেষ্টা কৰিছিল। তেখেত দক্ষিণ কামৰূপ ক্ৰীড়া সন্থাৰ বহু বছৰ সভাপতি আছিল। মিৰ্জা আঞ্চলিক বিকাশ কেন্দ্ৰৰ সভাপতি আছিল। এই কেইটামান তেখেতৰ কামৰ নিদৰ্শন মাত্ৰ।

তেখেতৰ শিক্ষকতাৰ প্ৰতি ধাউতি আছিল। সেই কাৰণে E.A.C. চাকৰি পায়ো যোগদান নকৰিলে।

শ্ৰীঠাকুৰীয়া এজন সত্যবাদী আৰু সৰলাচৰণৰ ব্যক্তি। তেখেতৰ শৰীৰ আৰু মন সবল। ডাঙৰ—দীঘল, ধুতি-পঞ্জাবী পৰিহিত শ্ৰীঠাকুৰীয়া এজন দেখনিয়াৰ ব্যক্তি। তেখেতৰ কৰ্মই ধৰ্ম - ধৰ্মই শান্তি। সমাজৰ উন্নতি হ'লে তেখেতে আনন্দ পায়। তেখেতে ত্যাগ কৰি আনন্দ পায়। ত্যাগ, নাথাকিলে সমাজৰ উন্নতি সম্ভৱ নহয়। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।

●



# কৃতী শিক্ষক আৰু সমাজ কৰ্মী— শ্ৰীবিশ্বদেৱ গোস্বামী

পলাশবাৰী থানাৰ অন্তৰ্গত ৰামপুৰ মৌজাৰ ৰঙামাটী গাঁৱৰ ( মেধিপাৰা ) প্ৰয়াত ৺কামদেৱ গোস্বামী আৰু ৺গঙ্গা প্ৰিয়া দেবীৰ কনিষ্ঠপুত্ৰ শ্ৰীবিশ্বদেৱ গোস্বামীয়ে ১৯২০ চনৰ ২৮ ফেব্ৰুৱাৰী বৃহস্পতিবাৰে জন্ম গ্ৰহণ কৰে।

১৯৩০ চনত ৩১ নং দহালী প্ৰাইমাৰী স্কুলৰ পৰা বৃত্তি লাভ কৰি ৰামপুৰ মজলীয়া স্কুলৰ ( মাইনাৰ শাখাৰ ) ৫ম মান শ্ৰেণীত নাম লিখে। প্ৰাইমাৰী স্কুলৰ প্ৰধান শিক্ষক ৺ব্যাসদেৱ গোস্বামীৰদেৱৰ অনুশাসন আৰু নিয়মানুবৰ্তিতাৰ বাবে ছাত্ৰ সকলে পঢ়া শুনাত নিয়মীয়া হবলৈ বাধ্য হৈছিল। কেইখন মান উল্লেখযোগ্য প্ৰাইমাৰী স্কুলৰ ভিতৰত এইখনো এখন আছিল। গোস্বামীৰ অগ্ৰজৰ ভিতৰত তিনি জনেই বৃত্তি লাভ কৰি দুজনে পলাশবাৰী আৰ বি হাইস্কুলত আৰু আন এজনে ছয়গাঁও মজলীয়া স্কুলত মাইনৰ শাখাত পঢ়ে। পৰবৰ্তী কালত তিনিও জনেই পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা মেট্ৰিক পাচ কৰে। জ্যেষ্ঠ ভাতৃ ৺সন্তদেৱ গোস্বামীয়ে মেট্ৰিক পৰীক্ষাত বৃত্তিলাভ কৰাৰ উপৰিও আউনী আটী সোণৰ পদক ( অসমীয়া ৰচনা প্ৰতিযোগিতা ) লাভ কৰে। তেখেত সকলৰ ঘৰখন স্কুলীয়া গোসাইঘৰ বুলি জনানাত আছিল।

বিশ্ব গোস্বামী চাৰৰ পিতৃ ৺কামদেৱ গোস্বামীয়ে ১৮৭৬ চনত মেধিপাৰা পাঠশালাৰ পৰা বৃত্তিলাভ কৰি পলাশবাৰী মজলীয়া স্কুলত পঢ়িছিল। তেখেতৰ জ্যেষ্ঠভাতৃ ৺ব্যাসদেৱ গোস্বামী ও গুৱাহাটীত গুৰু শ্ৰেণীত পঢ়িছিল। সুয়োজনে ক্ৰমে মেধিপাৰা পাঠশালা আৰু ৩১ নং দহালী প্ৰাইমাৰী স্কুলৰ পৰা প্ৰধান শিক্ষক ৰূপে অৱসৰ গ্ৰহণ কৰিছিল।

শ্ৰীবিশ্বদেৱ গোস্বামী চাৰে ১৯৩৯ চনত পলাশবাৰী আৰ বি হাইস্কুলৰ ১ম বিভাগত মেট্ৰিক পাচ কৰে। কৃষিজীৱি পৰিয়াল বশতঃ জ্যেষ্ঠ ভাতৃয়ে ১৯৩৬ চনত মেট্ৰিক পাচ কৰি সংস্কৃত টোলত পঢ়ি ব্যাকৰণ শাস্ত্ৰী উপাধি লাভ কৰে। ১৯৪৫ চনত শ্ৰীবিশ্ব গোস্বামী চাৰে কটন কলেজৰ পৰা আই এচ চি আৰু ১৯৪৩ চনত উক্ত কলেজৰ বি এছ চি পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯৪৫ চনত কেইমাহ মান ছয়গাঁও হাইস্কুলত আৰু ১৯৪৬ চনত ২ মাহ দৰং জিলাৰ দ'লগাঁও হাইস্কুলত শিক্ষকতাৰ কাম কৰে।

১৯৪৬ চনৰ ৫ আগষ্টৰ পৰা ১৯৫০ চনৰ ২০ অক্তোবৰলৈ কটন কলেজৰ উদ্ভিদ বিজ্ঞানৰ নিৰ্দেশক হিচাবে কাম কৰে আৰু প্ৰয়াত অধ্যাপক অতুল চন্দ্ৰ দত্তৰ পৰা নিয়মানুবৰ্তিতা আৰু কৰ্মনিষ্ঠাৰ বাবে স্বীকৃতি লাভ কৰে।

শ্ৰীবিশ্বদেৱ গোস্বামী চাৰে সেৱা গ্ৰাম (ৱাৰ্ধা) ৰ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণ লৈছিল।

ইয়াৰ পিছত চিলঙৰ চৰকাৰী হাইস্কুলৰ সহকাৰী শিক্ষক হিচাবে যোগদান কৰে।

১৯৫১ চনৰ ২০ আগষ্টৰ ৰ পৰা ৯।৮।৫৭ লৈ ৰামপুৰ হাইস্কুলৰ সহকাৰী শিক্ষক হিচাবে কাম কৰে। উক্ত সময় চোৱাতে সদৌ অসম হাইস্কুল শিক্ষক সন্থাৰ লগত সক্ৰিয় ভাবে যোগ দান কৰে।

ইয়াৰ পিছত ১০।৮।৩৭ পৰা পলাশবাৰী আৰ বি হাইস্কুলত সহকাৰী শিক্ষক হিচাবে যোগদান কৰে। ১৯৫৯-৬০ চনত উদ্ভিদ বিভাগৰ Special Training লৈ ১।১।৬১ চনৰ পৰা সেই স্কুলতেই উচ্চতৰ শাখাত জীৱবিদ্যা ( Biology ) বিভাগৰ শিক্ষকৰ নিযুক্তি লাভ কৰে। ইতিমধ্যে ১৯৬৩ চনত যোৰহাট শিক্ষক প্ৰশিক্ষণ কলেজৰ পৰা বি, টি, পাচ কৰি শিক্ষকতাত স্থায়ীত্বৰ স্বীকৃতি লাভ কৰে। সেই স্কুলতে ১।৭।৭২ ৰ পৰা ২৮ ২।৭৯ লৈ উপাধ্যক্ষ হৈ থাকে। ১।৭।৭৯ ৰ পৰা ২৮।২।৮২ লৈ অধ্যক্ষ ৰূপে কাম কৰি অৱসৰ গ্ৰহণ কৰে।

ৰামপুৰ মজলীয়া স্কুলৰ ( প্ৰয়াত সকল ) মধুৰাম দাসৰ অনুশাসন; পদ্মনাথ শৰ্মাৰ গণিতত ব্যুৎপত্তি, ইংৰাজী শিক্ষক কবি শৰ্মাৰ সৰলতা আৰু একনিষ্ঠা আৰু কাজিৰাম দাসৰ ভূগোল আৰু বিজ্ঞানত থকা জ্ঞানে তেখেতক প্ৰভাবিত কৰিছিল। শ্ৰীঅবলা কান্ত গোস্বামীৰ জ্ঞানৰ গভীৰতা, কামাখ্যা চৰণ ভট্টাচাৰ্যদেৱৰ সংস্কৃত জ্ঞানৰ গভীৰতা, ভবানী কান্ত চৌধুৰীৰ ইংৰাজী জ্ঞানৰ গভীৰতাই আৰু সহকৰ্মী সকলৰ ব্যৱহাৰে শ্ৰীবিশ্ব গোস্বামী চাৰক উৎসাহিত কৰিছিল।

১৯৪৯ চনৰ ১৯ জানুৱাৰীত তেজপুৰ কালীবাৰীৰ প্ৰয়াত ফটিক শৰ্মা আৰু তাৰিণীপ্ৰিয়া দেৱীৰ কন্যা শ্ৰীমতী অৰুণা প্ৰিয়া গোস্বামীৰ লগত বিয়া হৈছিল। তেখেতসকলৰ তিনিজন ল'ৰা আৰু ২ জনী কন্যা। সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু বিবাহিত।

(১) ১৯৫৬ চনত প্ৰতিষ্ঠিত লাজ' চাহজ সমবায় ঋণদান সমিতিৰ প্ৰতিষ্ঠাতা সভাপতি আৰু ১৯৭৬ চনত লিকুডেচন প্ৰাপ্ত অনুষ্ঠানৰ সভাপতি হোৱা কালতেই ছয়গাঁও চম্পক-নগৰ প্ৰাইমাৰী মাৰ্কেটিং চোচাইটিৰ প্ৰতিষ্ঠাতা সভাপতি। অসম সমবায় এপেক্স বেংকৰ তিনিবছৰীয়া কালৰ অন্যতম

মেনেজিং ডিৰেক্টৰ। কামৰূপ ডিচ্ট্ৰিক্ট সমবায় বেংকৰ মেনেজিং কমিটিৰ সদস্য আছিল।

(২) দক্ষিণ পাৰ বিদ্যোৎসাহিনী চতুষ্পাঠী (ৰাজাপুখুৰী) ৰ প্ৰাক্তন ছাত্ৰ, মেনেজিং কমিটিৰ সদস্য, ৬ বছৰ সভাপতি থকা কালতেই ১৯৮৭ চনৰ হীৰক জয়ন্তী পৰিচালনা কমিতিৰ সভাপতি আছিল।

(৩) ১৯৬৮।৬৯ চনৰ দুবছৰ কাল গুৱাহাটী জিলা সাহায্য-প্ৰাপ্ত হাইস্কুল সস্থাৰ সভাপতি আৰু ১৯৬৯ চনত কাৰ্য্যকৰী কমিতিৰ সদস্য আছিল।

(৪) দক্ষিণ কামৰূপৰ শ্ৰীশ্ৰী মহাবিষ্ণু যজ্ঞ ৰামপুৰত ১৯৩৫ চনত আৰম্ভ হয়। এই যজ্ঞ প্ৰতি ১০ বছৰৰ মূৰত কৰা হয়। এই যজ্ঞৰ লগত শ্ৰীবিশ্বদেৱ গোস্বামী চাৰ সক্ৰিয় ভাবে জড়িত।

(৫) ৰাটৰহাট দুৰ্গাপূজা, সমিতিৰ সদস্যৰ উপৰিও সভাপতি ৰূপে থকা কালতেই দুৰ্গাপূজা মণ্ডপ আৰু সভাঘৰ নিৰ্মাণৰ কাম ৰাইজৰ দান বৰঙণিৰে আৰম্ভ কৰা হয়। বৰ্তমানেও অনুষ্ঠানটোৰ লগত জড়িত।

(৬) ৰঙামাটিৰ দুধ-কুৱৰী মন্দিৰ আৰু সভাঘৰ পুনৰ নিৰ্মাণৰ লগত জড়িত হৈ আছে।

(৭) ৰঙামাটি হাইস্কুল প্ৰতিষ্ঠাতাৰ পৰা (১৯০২) সাধাৰণ সদস্যৰ উপৰিও বৰ্তমানে সভাপতি হিচাবে কাম কৰি আছে।

স্বাধীনতাৰ আগতে স্কুল কলেজৰ সংখ্যা অতি কম আছিল। স্বাধীনতাৰ পিছত স্কুল কলেজৰ সংখ্যা বহুত বাঢ়িছে। কিন্তু গুণগত শিক্ষাৰ হাৰ সীমিত হৈয়ে আছে। নাগৰিক সকলে যোগ্যতা অৰ্জন কৰিব লাগে। বয়োজ্যেষ্ঠ সকলে ভাল কাম কৰি দেখুৱালে কণিষ্ঠ সকলে নিশ্চয় তেনে আদৰ্শ গ্ৰহণ কৰিব।

শ্ৰীবিশ্বদেৱ গোস্বামী চাৰ এজন আদৰ্শ শিক্ষক। তেখেতে শিক্ষকৰ যোগ্যতা অৰ্জন কৰিছে। Discipline, Hardwork

and Punctuality এই তিনিটা গুণ আছে। তেখেতে সদায় শ্ৰেণীত সময় মতে সোমায় আৰু সময় মতে ওলায়। তেখেত অংকৰ আৰু বিজ্ঞানৰ এজন কৃতী শিক্ষক। তেখেতে ব'ৰ্ড'ত দৰ্কাৰী কথাবিলাক লিখি দি সুন্দৰকৈ বুজাই দিয়ে। তেখেতে ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰিবলৈ সমৰ্থবান হৈছে। তেখেত পিন্ধন-উৰণত পৰিপাতি। শিক্ষানুষ্ঠানৰ চৌহদত নহয় ঘৰে-বাহিৰে, বাটে-ঘাটে, বজাৰে-সমাৰে, মেলে-মিটিঙে সকলো ক্ষেত্ৰতেই তেখেতৰ আদৰ্শ প্ৰকাশ পায়।

জ্ঞান ওপৰৰ পৰা ভগৱানে পেলাই নিদিয়ে নাইবা এই জ্ঞান শিশুৱে জন্মতে লগত লৈ নাহে। শিশু ভাল বা বেয়া হয় পৰিবেশৰ প্ৰভাৱতহে। পৰিবেশ আমাৰ নীৰব শিক্ষক। পৰিবেশ দুষিত হ'লে সংস্কৃতিৰ ব্যঘাত জন্মে। Culture is a Stage of Cultivation of human refineness.

শিক্ষা উন্নতিৰ বাহন। শিক্ষাই মানুহক জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়। শিক্ষাইহে সমাজৰ পৰিবৰ্তন আৰু প্ৰগতিৰ চকৰী অব্যাহত ভাৱে ঘূৰাই ৰাখিব পাৰে।

শিক্ষক ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ মাজত মধুৰ সম্পৰ্ক থকা উচিত।

শিক্ষকৰ ঐকান্তিকতা, ছাত্ৰ-ছাত্ৰীৰ একগ্ৰতা আৰু অভিভাবকৰ সক্ৰিয় সহযোগিতাৰ ওপৰতে শিক্ষানুষ্ঠানৰ উন্নতি ঘাইকৈ নিৰ্ভৰ কৰে।

শ্ৰীবিশ্বদেৱ গোস্বামী চাৰ এজন সমাজকৰ্মী, তেখেতে সমাজৰ উন্নতিৰ হকে চেষ্টা কৰা ব্যক্তি। তেখেত পিন্ধন-উৰণত পৰিপাতি। আচাৰ ব্যৱহাৰ মধুৰ। তেখেতে সময়ৰ সৎ ব্যৱহাৰ জানে। তেখেতে চাইকেল চলাই আনন্দ পায়। বৰ্ত্তমান তেখেতে ৮১ বছৰ বয়সত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।



# নীৰৱ সমাজ সেৱক শ্ৰীকৃষ্ণ চন্দ্ৰ বৰুৱা

ইং ১-৯-১৯১৩ চনৰ সোমবাৰে উত্তৰ গুৱাহটীৰ ৰজা দুৱাৰত অসমৰ বিখ্যাত মজিন্দাৰ বৰুৱা পৰিয়ালত শ্ৰীকৃষ্ণ চন্দ্ৰ বৰুৱাৰ জন্ম হয়। তেখেতৰ দেউতাক ৺তিলক চন্দ্ৰ বৰুৱা ধীৰ, স্থিৰ, অমায়িক আৰু সমাজ সেৱক আছিল। মাতৃ ৺সাৰদা বৰুৱা এগৰাকী আদৰ্শ মহিলা আছিল।

শ্ৰীকৃষ্ণ চন্দ্ৰ বৰুৱাই উত্তৰ গুৱাহাটীৰ প্ৰাথমিক স্কুলত পঢ়ে আৰু ১৯৩১ চনত আউনী-আটী কমলদেৱ হাইস্কুলৰ পৰা প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাচ কৰে। ১৯৩৫ চনত কটন কলেজৰ পৰা বি, এ পৰীক্ষাত উত্তীৰ্ণ হয়।

তেখেতে ১৯৩৫ চনৰ পৰা ১৯৪৩ চনলৈ আউনী আটী কমলদেৱ হাইস্কুলত শিক্ষকতা কৰে। তেখেত এজন কৃতী শিক্ষক আছিল। তেখেত নিজৰ কৰ্তব্যৰ প্ৰতি সজাগ। ইংৰাজীত তেখেতৰ দখল আছিল আৰু আছে।

১৯২৪ চনত শ্ৰীকৃষ্ণ চন্দ্ৰ বৰুৱাই বৰ দেউতাক ৺তৰুণ চন্দ্ৰ বৰুৱাৰ পৰা মৌজা পৰিচালনাৰ দায়িত্ব ল'লে। তেখেত বৰ্তমানেও শিলা সিন্দুৰী ঘোপা মৌজাৰ মৌজাদাৰ।

৯।১২।১৯৪৭ চনত উত্তৰ গুৱাহাটী ছোৱালী হাইস্কুল আৰম্ভ হয়। শ্ৰীকৃষ্ণ চন্দ্ৰ বৰুৱা ইয়াৰ প্ৰধান শিক্ষক হ'ল। নানা ঘাত-প্ৰতি ঘাতৰ মাজেৰে অনুষ্ঠান খনি সু-প্ৰতিষ্ঠিত কৰি ১৯৭৫ চনত তেখেতে অৱসৰ গ্ৰহণ কৰে। উত্তৰ গুৱাহাটী অঞ্চলৰ স্ত্ৰী-শিক্ষাৰ বিস্তাৰৰ ক্ষেত্ৰত তেখেতৰ নাম ভোটা তৰাৰ দৰে জিলিকি থাকিব। তেখেতে ছাত্ৰ-ছাত্ৰী, শিক্ষক, অভিভাৱক আৰু চৰকাৰৰ লগত সু-সমন্বয় ৰাখিছিল।

ছোৱালীবোৰক হিন্দী শিকাবলৈ, জাতীয় সঙ্গীত গাবলৈ শিকোৱা আৰু মহিলা সকলক সপ্তাহত তিনিদিন সমূহীয়াকৈ

সূতা কটাৰ আঁচনি দাঙি ধৰিছিল আৰু এই আঁচনিবোৰত সফল হৈছিল।

শ্ৰীবৰুৱা নিজৰ প্ৰতি, ৰজাৰ প্ৰতি আৰু ৰাইজৰ প্ৰতি কৰ্ম পালনত সজাগ আছিল আৰু আছে।

বিভিন্ন অনুষ্ঠানৰ জৰিয়তে তেখেতে সমাজক প্ৰগতিৰ পথত আগুৱাই নিবলৈ যত্ন কৰিছে। তেখেত উত্তৰ গুৱাহাটী মহাবিদ্যালয়ৰ সভাপতি আছিল। উত্তৰ গুৱাহাটী হিন্দী প্ৰশিক্ষণ কেন্দ্ৰ, আনন্দৰাম বৰুৱা বিদ্যালয়, আনন্দভৱন, মহা প্ৰভু শ্ৰীশ্ৰী দৌলগোবিন্দ মন্দিৰ, প্ৰাগজ্যোতিষ কলা নাগৰিক সুৰক্ষা সমিতি, আনন্দৰাম বৰুৱা স্মৃতি সংৰক্ষণ সমিতি আদিৰ লগত সক্ৰিয় ভাবে জড়িত। শ্ৰীবৰুৱা এজন ব্যক্তি নহয়—এটি অনুষ্ঠান।

তেখেতে সময়ৰ সংব্যৱহাৰ জানে আৰু কামত সময় ধৰি ৰাখে। তেখেত কৰ্মৰ মাজেৰে মানুহৰ মন জয় কৰিবলৈ সমৰ্থবান।

উত্তৰ গুৱাহাটী প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ ৰোগীগৃহৰ নিৰ্মাণ শ্ৰীবৰুৱদেৱৰ বৰদেউতাক তৰুণ চন্দ্ৰ বৰুৱাদেৱে কৰি গৈছিল। বৰুৱাদেৱে ভেটামুখ গাঁৱত ব্ৰহ্মপুত্ৰ ব'ৰ্ডক সামান্য মূল্যতে মাটি আগবঢ়াই ব্ৰহ্মপুত্ৰ ব'ৰ্ডৰ গৱেষণা কেন্দ্ৰ স্থাপনত সহাৰি যোগোৱাৰ বাবে আজি উত্তৰ গুৱাহাটীত ব্ৰহ্মপুত্ৰ ব'ৰ্ডৰ কেন্দ্ৰ স্থাপনত সুচল হ'ল।

উত্তৰ গুৱাহাটীৰ ছোৱালী হাইস্কুলখনি নতুনকৈ মাটি কিনি এতিয়াৰ থকা ঠাইলৈ স্থানান্তৰিত কৰিব পৰাটো তেখেতৰ এটা শ্ৰেষ্ঠ কৰ্ম।

মাধব পুৰুষে "নাম ঘোষাত" কৈছে "অধমে কেবল দোষক দেখয়, মধ্যমে দেখয় দোষ গুণ কৰিয়া বিচাৰ, উত্তমে কেবল গুনকে দেখয়।" বিভিন্ন দিশৰ পৰা লক্ষ্য কৰিলে জানিব পাৰি যে বৰুৱাদেৱ এজন উত্তম শ্ৰেণীৰ ব্যক্তি।

১৯৪২ চনত শ্ৰীকৃষ্ণ চন্দ্ৰ বৰুৱাই ৺মুক্ত নাথ বৰুৱা আৰু ৺ভৱানী বৰুৱাৰ কন্যা শ্ৰীমতী কামিনী বৰুৱাৰ লগত বিয়া হয়। তেখেত সকলৰ সন্তান ৬ টি। ল'ৰা ৪ জন আৰু ছোৱালী ২ জনী।

ল'ৰা : শ্ৰীদিলীপ বৰুৱা, শ্ৰীৰাতুল বৰুৱা, শ্ৰীমুকুট বৰুৱা আৰু শ্ৰীসৌৰভ বৰুৱা। ছোৱালী ২ জনী—শ্ৰীমতী মন্দিৰা শইকীয়া আৰু শ্ৰীমতী ইন্দিৰা ভূঞা।

শ্ৰীকৃষ্ণ বৰুৱাৰ ঘৰখনি ভোজন বিলাসী ঘৰ বুলি জনাজাত আছিল। তেখেতৰ পৰিবাৰে শাহুৱেকৰ ঠাঁচতে গঢ লোৱা এগৰাকী মনোজ ৰান্ধনী। তেখেতৰ হাতৰ জুতি বেলেগ। পৰিবেশনৰ ব্যৱস্থা অতি ৰুচিকৰ।

স্বাস্থ্যৰ কাৰণে বৰুৱাদেৱৰ যত্ন শলাগিবলগীয়া। আজিও বৰুৱাদেৱে পুৱা-গধূলি ভ্ৰমণ কৰে।

আশীৰ দেওনা পাৰ হোৱা শ্ৰীবৰুৱাই এতিয়াও মহাপ্ৰভু শ্ৰীশ্ৰী দৌলগোবিন্দ মন্দিৰ সৰা পোছা কৰে। এই মন্দিৰৰ আগেদি অগা যোৱা কৰিলে—বৰুৱাই চাইকেলৰ পৰা নামি খোজ কাঢ়িহে যায়।

তেখেতে ভাৰতৰ স্বাধীনতা আন্দোলনত যথেষ্ট বৰঙনি আগ বঢ়াইছিল। তেখেতে ত্যাগ কৰি আনন্দ পায়। তেখেত জাতীয় কংগ্ৰেছৰ সদস্যও আছিল।

তেখেত অহিংসাত বিশ্বাসী এজন গান্ধীবাদী নেতা। সাত্বিক গুণৰ বাবেই সকলো মানুহৰ পৰা তেখেতে শ্ৰদ্ধা-ভক্তি লাভ কৰিবলৈ সক্ষম হৈছে। সহজ সৰল জীৱন তেখেতৰ অন্যতম চাৰিত্ৰিক বৈশিষ্ট্য।

তেখেতৰ ব্যক্তিত্ব আন্ধাৰত জ্বলি থকা এগছি বন্তিৰ দৰে বুলি ক'ব পাৰি। তেখেত এজন অধ্যয়নপুষ্ট চিন্তাবিদ । শুভ্ৰ খাদী ধুতি চাৰ্ট পিন্ধা শ্ৰীবৰুৱদেৱৰ মানুহৰ লগত কৰা মধুৰ ব্যৱহাৰেই তেখেতৰ প্ৰকৃত পৰিচয়।

জগত বিখ্যাত জন কৃষ্টিৰ সাধক ড° প্ৰফুল্লদত্ত গোস্বামীয়ে কৈছে যে "জীয়াই থাকোতে যি সন্মান পায় সেয়ে আঁচল সন্মান।" যোৱা ১।৯।৯৯ তাৰিখে উত্তৰ গুৱাহাটীৰ ৰাইজে শিক্ষাবিদ, নীৰব সমাজ সেৱক, প্ৰচাৰ বিমুখ অথচ জনপ্ৰিয় শ্ৰদ্ধেয় ব্যক্তি জনক প্ৰাগজ্যোতিষ কলা পৰিষদত সম্বৰ্দ্ধনা জনাইছে। বৰ্তমান বৰুৱাদেৱে ৮৭ বছৰ বয়সত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক। ●



# যোগ্যব্যক্তি—
# শ্ৰীঘনকান্ত গোস্বামী

ইংৰাজী ১৯:০ চনৰ ২৬ চেপ্তেম্বৰ ৰবিবাৰে পলাশবাৰী থানাৰ অন্তৰ্গত নহিৰা মহাপুৰুষীয়া সত্ৰত শ্ৰীঘনকান্ত গোস্বামীৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৺সোণেশ্বৰ গোস্বামী আৰু মাতৃ আছিল ৺যমুনা দেৱী।

গোস্বামী সৰুৰেপৰা ধীৰ স্থিৰ আৰু চোকা বুদ্ধিৰ ল'ৰা আছিল। সদায় সঁচা কথা কৈছিল, কয় আৰু ন্যায়ত চলে।

১৯:৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত পলাশবাৰী আৰ বি হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

১৯৮০ চনৰ ১লা এপ্ৰিলত ভেতিয়াৰ বিখ্যাত অধিবক্তা শ্ৰীযোগেশ চন্দ্ৰ সেনৰ তৰণি হিচাবে অন্তৰ্ভুক্ত হয়।

জগত বিখ্যাত জনকৃষ্টিৰ সাধক নহিৰা সত্ৰত জন্ম গ্ৰহণ কৰা ড' প্ৰফুল্লদত্ত গোস্বামীয়ে লিখিছে -"নিজৰ যোগ্যতা থাকিলে কোনেও কাকো খাব নোৱাৰে।" আমি যোগ্যতা অৰ্জন কৰিব লাগে।

শ্ৰীঘনকান্ত গোস্বামীয়ে তেখেতৰ কামৰ যোগ্যতা অৰ্জন কৰিছে। তেখেতৰ কৰ্মত অটল বিশ্বাস। অন্যায় কৰি এটি পইচাও গোটাব নোখোজে।

স্বামী বিবেকানন্দই কয় যে "অতি সামান্য কামকো ঘৃণা কৰা উচিত নহয়। যি মানুহে অতি সৰু কাম কৰে তেওঁ ডাঙৰ কৰা জনতকৈ অলপো সৰু নহয়। কৰ্তব্যৰ ধৰণ দেখি নহয়, কৰ্তব্য সাধনৰ ধৰণ দেখিহে মানুহক বিচাৰ কৰিব।"

শ্ৰীঘনকান্ত গোস্বামীৰ কৰ্তব্য সাধনৰ ধৰণ উত্তম। তেখেতৰ হাতৰ আখৰ ধুনীয়া, লিখনি পৰিপাতি—মনোমোহা। তেখেতৰ লিখাৰ বৈশিষ্ট্য এয়ে যে তাত অযথা শব্দৰ বিলাস নাই।

তেখেতে কামেৰে মানুহৰ মন জয় কৰিব পাৰে। তেখেতৰ ব্যৱহাঁৰ ভাল। মানুহৰ ব্যৱহাৰেই তেখেতৰ পৰিচয়।

ইংৰাজী ২৪।৪।৪৩ তাৰিখে শ্ৰীঘন কান্ত গোস্বামীৰ ৺চন্দ্ৰ কান্ত গোস্বামী আৰু ৺পৰমেশ্বৰী দেৱীৰ কন্যা শ্ৰীমতী দশমী গোস্বামীৰ লগত বিয়া হয়। তেখেতসকলৰ সন্তান ৪ টি। তেওঁলোক ক্ৰমে :

শ্ৰীমতী মানসী গোস্বামী
শ্ৰীকল্যাণ গোস্বামী
শ্ৰীনীৰদ গোস্বামী
শ্ৰী প্ৰদীপ গোস্বামী

শ্ৰীঘনকান্ত গোস্বামী এজন আদৰ্শ গৃহস্থ।

A man is known by his action ( এজন মানুহক তেওঁৰ কামৰ দ্বৰাহে জনা যায় )।

নহিৰাত যেতিয়া প্ৰথম স্বাস্থ্য কেন্দ্ৰ হয় তেখেতে সম্পাদক হিচাবে চলায় আৰু যেতিয়া, সেই স্বাস্থ্য কেন্দ্ৰ চৰকাৰী দাতব্য ঔষধালয়লৈ পৰিবৰ্তন হয়, তেতিয়া তেখেতৰ সম্পাদকৰ দায়িত্ব চৰকাৰক অৰ্পণ কৰে।

নহিৰা লক্ষ্মীনাৰায়ণ এম্ ভি স্কুলৰো স্থাপনৰ লাগে লগে সম্পাদক নিৰ্ব্বাচিত হৈ নিৰ্দ্দিষ্ট সময়লৈ সেই পদত থাকে। গাঁও

উন্নয়ন, পুথি ভ'ৰাল আদিৰ কামত লাগি আছিল। ভাৰতৰ প্ৰায় ৮০% লোক গাঁৱত বাস কৰে। গাঁৱৰ উন্নতি হ'লেহে দেশৰ উন্নতি হ'ব

কাম কৰাৰ পিচৰ পৰা, গুৱাহাটী তৰণি সঙ্ঘত ১৯৭০ চনৰ সম্পাদক হিচাবে নিৰ্ব্বাচিত হয় আৰু সেই কাম সুখ্যাতিৰে ১০ বছৰ কাল একেৰাহে কৰি সভাপতি পদলৈ উন্নীত হয় আৰু আজি ২৩ বছৰে সভাপতি হিচাবে কাম নিৰ্ব্বাহ কৰি আছে। তেখেতৰ এই কাৰ্য্যকালৰ ভিতৰতে যি মাটিত সঙ্ঘৰ ঘৰ স্থাপিত হৈছে সেই মাটিৰ আবণ্টন লোৱা হয় আৰু পুৰ্ব্বৰ অসম আৰ্হিৰ ঘৰ ভাঙি তাত পকাঘৰ সজা হয় আৰু আথিক সাহায্য দিয়ে।

গুৱাহাটীৰ শান্তিপুৰত ১৯৬৭ চনত স্থানীয় ৰাইজৰ সহযোগত পাহাৰ কাটি নামঘৰ এটা স্থাপন কৰা হয় আৰু সেই মাটিও শান্তিপুৰ হিল চাইদ (পূৱ) নাম ঘৰৰ নামত আবণ্টন লোৱা হয়। ইয়াৰ পিছত স্থানীয় ব্যক্তি আৰু ভক্তপ্ৰাণ ব্যক্তিৰ দান বৰঙনিৰ পৰা সেই নামঘৰ চকুত লগাকৈ সজা হয়। সেই নামঘৰত নিত্য নৈমিত্তিক চাকি-বন্তি জলোৱাৰ উপৰিও, নাম প্ৰসঙ্গ, ভাগৱত গীতা পাঠ আদি কৰে, অন্যান্য ধৰ্মপুথি পাঠ হয় আৰু চাৰিওজনা মহাপুৰুষৰ তিথি পালন কৰা হয়। সেই নামঘৰৰ প্ৰতিষ্ঠাপক সম্পাদক হিচাবে ১৯৯৯ চনৰ জুলাই মাহলৈ কাম কৰে। শ্ৰীগোস্বামী এজন সফল সমাজকৰ্মী।

তৰণি কাম কৰাত সদায়ে অধিবক্তা সকলৰ সহায় লাগে। তাৰ ফলত আইন বিষয়ত বহু অভিজ্ঞতা লাভ কৰিব পাৰি। সেইদৰে সুদীৰ্ঘ ৬০ বছৰ কাল তৰণি কাম কৰাৰ ফলত সেই দিশত কম পৰিমানে হ'লেও অভিজ্ঞতা লভিছে।

স্বাধীনতাৰ আগৰ আৰু পিছৰ কালৰ পাৰ্থক্যৰ বিষয়ে প্ৰশ্নকৰাত তেখেতে এইদৰে জনালে—"স্বাধীনতাৰ আগছোৱাত

নিয়মানুবৰ্তিতা আৰু সকলো বিষয়তে কঠোৰ শ্ৰম কৰি হ'লেও কৰিব লগা কাম কৰিছিল। হিংসা-দ্বেষৰ পৰা আঁতৰি ভাতৃত্বৰ বোধেৰে চলিছিল। কিন্তু স্বাধীনতাৰ পিছ ছোৱাত হিংসা-দ্বেষ, অপকৰ্ম আদিৰে ভৰি পৰিছে যি কোনো অশান্তি বিৰাজমান।

গাঁৱলীয়া জীৱন আৰু নগৰীয়া জীৱনৰ পাৰ্থক্যৰ বিষয়ে প্ৰশ্ন কৰাত, তেখেতে জনালে এইদৰে " আজিৰ পৰা বহু বছৰ আগেয়ে গাঁৱত শিক্ষা-দীক্ষা বুলিবৰ একোৱেই নাছিল—ফলত গাঁওবাসী ৰাইজে এন্ধাৰতেই জীৱন নিয়াইছিল। কালক্ৰমত গাঁও সমূহতো শিক্ষাৰ পোহৰ পৰিল আৰু বৰ্ত্তমানে গাঁৱৰ ল'ৰা-ছোৱালী উন্নতিৰ পথত আগবাঢ়িল আৰু ৰাজনীতি, শাসন, আইনশৃঙ্খলা সকলোতে দায়ীত্ব পালন কৰি আছে। গাঁৱত একোখন সমাজ আছিল সেই সমাজে দুষ্কৃতিকাৰীক ন্যায্য বিচাৰ কৰি শাস্তি বিহিছিল আৰু শাস্তি দুষ্কৃতিকাৰীয়ে মূৰ পাতি লৈছিল।

গাঁৱত সৰুতে দেখিছিলো শাক-পাচলিৰ বেহা-বেপাৰ নহৈছিল। আপোনাৰ ঘৰত হোৱা পাচলি কাষৰ ঘৰ মানুহক দিছিল আৰু সেইঘৰ মানুহৰ ঘৰত হোৱা অন্য পাচলি আপোনাক দি বিনীময় প্ৰথাৰে চলিছিল।

নগৰৰ মানুহ প্ৰায়ে শিক্ষিত। ইয়াত নানা ধৰণে অৰ্থ উপাৰ্জন কৰাৰ পথ আছে। সেয়ে তেওঁলোক অৰ্থৱান। ভাল খাব পাৰে, ভাল পিন্ধিব পাৰে আৰু বিলাসী জীৱন নিৰ্ব্বাহ কৰিব পাৰে।

চৰকাৰে গাঁওবোৰত ৰাস্তা-ঘাট সজাই যদি তাত নানা ধৰণৰ উদ্যোগ স্থাপন কৰে, তেন্তে গাঁওবাসী নিবনুৱা শিক্ষিত ডেকা চামে চাকৰী-বাকৰীৰ সুবিধা পাব। নানা ধৰণৰ দোকান পোহাৰ হ'ব মানদণ্ড বাঢ়িব—ফলত সমূহীয়া উন্নতিৰ সুবিধা পাব।"

শ্ৰীঘনকান্ত গোস্বামী বৰ্তমান গুৱাহাটীৰ শান্তিপুৰত থাকে। তেখেতে গাঁৱলীয়া মানুহক শ্ৰদ্ধা মৰম কৰে।

তেখেতে ধুতি-চার্ট পিন্ধে। খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিব জানে। তেখেতৰ স্বাস্থ্য আৰু মন সবল।

তেখেত এজন সমাজ প্ৰিয়লোক। কেতিয়াও মিছা কথা নকয়। পৰচৰ্চা নকৰে। কথা ভাবি চিন্তি কয়। এখন উন্নত আৰু নিকা সমাজ গঢ়াৰ তেখেত পক্ষপাতি। বৰ্তমান তেখেতে ৮০ বছৰ বয়সত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।





## সমাজ সেৱক—
## শ্ৰীফণীন্দ্ৰ নাৰায়ণ ঠাকুৰীয়া

ইং ১৯১৯ চনৰ চেপ্তেম্বৰ মাহৰ ২0 তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত উপৰহালি গাঁৱত শ্ৰীফণীন্দ্ৰ নাৰায়ণ ঠাকুৰীয়াৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল আনন্দিৰাম ঠাকুৰীয়া আৰু মাতৃ আছিল ৰোহিনী বালা ঠাকুৰীয়া।

তেখেত সৰুৰেপৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ লগত মিলাপ্ৰীতিৰে বাস কৰিছিল।

তেখেতে উপৰহালি এল, পি স্কুলত ১২৯৯ চনলৈ পঢ়ি পলাশবাৰী আৰ বি হাইস্কুলৰ ( বৰ্তমান উচ্চতৰ বহুমুখী বিদ্যালয় ) পৰা ১৯৩৮ চনত মেট্ৰিক পাছ কৰে। ইয়াৰ পিছত কলিকতাৰ বিদ্যাসাগৰ কলেজৰ পৰা আই কম পৰীক্ষাত উত্তীৰ্ণ হৈ উক্ত কলেজৰ বি কমৰ ৪ৰ্থ বাৰ্ষিক শ্ৰেণীলৈ পঢ়ে।

১৯৪৩ চনৰ ৮ মাচ তাৰিখে তেখেতে সৰভোগ নিবাসী বনমালী ৰয় আৰু শুভাগি ৰয়ৰ কন্যা শ্ৰীমতী কুসুম কুমাৰী ৰয়ক বিয়া কৰায়। শ্ৰীমতী ঠাকুৰীয়া এগৰাকী আদৰ্শ মহিলা। তেখেত সকলৰ সন্তান সকল হ'ল :

১। শ্ৰীনিপেন্দ্ৰ নাৰায়ণ ঠাকুৰীয়া এম, এ

২। শ্ৰীমতী বীনা পাণি বড়া।

৩। শ্ৰীশৈলেন্দ্ৰ নাৰায়ণ ঠাকুৰীয়া এম, এ

৪। শ্ৰীবীৰেন্দ্ৰ নাৰায়ণ ঠাকুৰীয়া বি, ই

৫। শ্ৰীবিকাশ নাৰায়ণ ঠাকুৰীয়া বি. এছ, চি। সকলোটি সন্তান শিক্ষিত আৰু উপযুক্ত।

১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতবৰ্ষ দুভাগ হৈ (ভাৰত আৰু পাকিস্তান) স্বাধীন হয়। জাতিৰ জনক মহাত্মাগান্ধীৰ নেতৃত্বত সেই সময়ত ভাৰতৰ ৩৩ কোটি জনতাক স্বাধীনতাৰ কাৰণে জাগৰিত কৰা বিশ্বৰ ইতিহাসত এটা বিৰল ঘটনা। সেই স্বাধীনতা আন্দোলনত ফণীন্দ্ৰ নাৰায়ণ ঠাকুৰীয়াও এজন সৈনিক আছিল।

শ্ৰীঠাকুৰীয়া ডাঙৰীয়া সমাজৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত হৈ আছিল আৰু আছে। জীৱনৰ উদ্দেশ্য হৈছে নিজৰ লগতে সমাজৰ উন্নতি কৰা। সমাজৰ অন্ধবিশ্বাসবোৰ ধুই নাইকিয়া কৰা। নাটক, উপন্যাস, স্কুল-কলেজ, নামঘৰ, সত্ৰ আদিয়ে সমাজখনক নিকা কৰি প্ৰগতিৰ পথত আগুৱাই নিয়ে।

স্কুলত পঢ়ি থাকোতে ঠাকুৰীয়া ডাঙৰীয়াই পুলিচ অফিচাৰ শ্ৰীউমেশ চন্দ্ৰ দত্ত, অধ্যাপক পূৰ্ণ মজুমদাৰ, চিনেমা পৰিচালক ভবেন দাস, ধীৰেণ দাস, ৰাজেন দাস আদিৰ লগত থিয়েটাৰ কৰি নিজেও আনন্দ পাইছিল আৰু ৰাইজৰ পৰাও প্ৰশংসা বুটলিছিল।

:৯৪৭ চনত তেখেত লোকেল বৰ্ডৰ মেম্বাৰ হয় আৰু 'এটক ৰুৰেল পঞ্চায়তৰ' সভাপতি হয়। তেখেত আছিল গুৱাহাটী মহকুমা পৰিষদৰ কাউন্সিলৰ, কংগ্ৰেছ জিলা সামিতিৰ সাধাৰণ সম্পাদক, অসম কংগ্ৰেছ সমিতিৰ সদস্য।

দক্ষিণ কামৰূপত ( ধাৰাপুৰৰ পৰা গোৱালপাৰাৰ সীমালৈ ) মেট্ৰিক কেন্দ্ৰ নথকাত ছাত্ৰ-ছাত্ৰীৰ বৰ অসুবিধা হৈছিল। এই কথা শিক্ষাবিদ অৱলা কান্ত গোস্বামীয়ে তেখেতক অবগত কৰাত ঠাকুৰীয়া ডাঙৰীয়াই চৰকাৰৰ লগত যোগাযোগ কৰি মেট্ৰিক পৰীক্ষাৰ কেন্দ্ৰ পলাশবাৰী আৰ বি হাইস্কুলত স্থাপন কৰাত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।

শিক্ষা উন্নতিৰ বাহন। কেৱল শিক্ষাইহে সমাজত প্ৰগতিৰ চকৰী অব্যাহত ভাবে ঘূৰাই ৰাখিব পাৰে। তেখেত উপৰহালি হাইস্কুলৰ সভাপতি আছিল আৰু স্কুলখনি স্থাপনত তেখেতৰ অৱদান আছে। উপৰহালি এম, ই স্কুল স্থাপনত তেখেতৰ অৱদান উল্লেখযোগ্য। তেখেত আছিল উপৰহালি সমূহীয়া কেন্দ্ৰৰ (পুথি ভৰাল) প্ৰতিষ্ঠাতা সভাপতি।

সমাজক উন্নতিৰ জখলাত আগবঢ়াই দিয়া ব্যক্তি ঠাকুৰীয়া ডাঙৰীয়া।

উপৰহালি ৰাজহুৱা নামঘৰৰ "পকি বাট চ'ৰাটো" (৯' × ১২' তেখেঁতে সজাই দিয়া। দখলাৰ বুঢ়া গোসাই থান, শিৱ মন্দিৰ নিৰ্মাণত তেখেতৰ অৱদান উল্লেযোগ্য। দখলা পাহাৰৰ বিষ্ণু মন্দিৰ নিৰ্মাণত তেখেতৰ বৰঙণি আছে। তেখেত আছিল দহালি কৰকা এম, ই স্কুলৰ প্ৰতিষ্ঠাতা সভাপতি। দক্ষিণ কামৰূপ কলেজৰ লগত জড়িত থকা এজন ব্যক্তি। পলাশবাৰী ব্ৰহ্মপুত্ৰত জাহ যোৱাত বিজয় নগৰ প্ৰতিষ্ঠা কৰা হয়। বিজয় নগৰ প্ৰতিষ্ঠা কৰাত ঠাকুৰীয়া এজন সক্ৰিয় ব্যক্তি আছিল।

তেখেতৰ খেতি-বাতিৰ প্ৰতিও নিচা আছে। কাঠৰ ব্যৱসায় কৰিও ভাল পাইছিল। তেখেতে কৰ্ম কৰি আনন্দ পায়। কৰ্মইহে মানুহৰ বিকাশ ঘটায়। তেখেতে সময়ৰ সৎ ব্যৱহাৰ জানে।

তেখেতে ধুতি-পাঞ্জাৱী পিন্ধে। পিন্ধন উৰণত পৰিপাতি। খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিব জানে। বৰ্তমানে তেখেতে ৮১ বছৰত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।





# সংস্কৃতিৰ অধ্যাপক—শ্ৰীবিনন্দ চন্দ্ৰ বৰ্মণ

ইংৰাজী ১৯১৮ চনৰ ৯ মাৰ্চ শনিবাৰে নলবাৰী জিলাৰ অন্তৰ্গত বালিপুখুৰীত ( গাওঁ মহখলি ) শ্ৰীবিনন্দ চন্দ্ৰ বৰ্মনৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ধীৰু নাথ বৰ্মন আৰু মাতৃ আছিল পদ্মা প্ৰিয়া বৰ্মন।

তেখেত সৰুৰে পৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। সদায় স'চা কৈছিল আৰু কয়। তেখেতৰ শৰীৰ আৰু মন সুস্থ, এজন দেখনিয়াৰ ল'ৰা আছিল।

তেখেতে কটনকলেজৰ পৰা বি, এ পৰীক্ষাত উত্তীৰ্ণ হৈ পুঠিমাৰী এম, ই স্কুলত হেড্ মাষ্টৰ হয়। ইয়াৰ পিছত কামৰূপ একাডেমীত সহকাৰী শিক্ষক হৈ থাকি প্ৰাইভেট কৈ সংস্কৃতত এম, এ পাচ কৰে ১৯৪৩ চনত।

এ আৰ পিত ( Air Raid Precaution ) ৪ মাহ কাম কৰে আৰু মাহিলি দৰমহা আছিল এশ টকা লগতে ৰেচন আৰু পোচাক ফ্ৰি আছিল।

ইয়াৰ পিছত সেই সময়ৰ অসমৰ চিলেটৰ মুৰাৰি চাঁদ কলেজত সহ শিক্ষক হিচাবে যোগদান কৰে আৰু ১৯৪৭ চনৰ ১৫ আগষ্টলৈকে তাত কাম কৰে।

ভাৰতে বৃটিছৰ পৰা স্বাধীন হঁওতে হিন্দুস্থান আৰু পাকিস্থান দুই ভাগত বিভক্ত হয়। চিলেটখন পাকিস্থানত পৰে ( বৰ্ত্তমান বাংলাদেশ ) সেই কাৰণে বৰ্মন ডাঙৰীয়াই স্বাধীনতাৰ পিছত কটন কলেজত যোগদান কৰিব লগীয়া হ'ল।

১৯৭০ চনত অধ্যাপক বৰ্মনে গবৰ্ণমেণ্ট ডিফু কলেজত যোগ দান কৰে। তাত ডিগ্ৰীৰ শ্ৰেণী আৰম্ভ কৰি প্ৰথমজন ডিগ্ৰীৰ অধ্যক্ষ হয়। ১৯৭২ চনৰ ১ম মাৰ্চত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

অৱসৰ গ্ৰহণৰ পিছত তেখেত ক্ষেত্ৰীৰ ডিমৰীয়া কলেজত অধ্যক্ষ হয়। ইয়াৰ পিছত তেখেত মালিগাঁৱত অৱস্থিত ললিত চন্দ্ৰ ভৰালী কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষ হয়। ইয়াৰ পিছত ফটাশীল আমবাৰীত অৱস্থিত কামাখ্যাৰাম বৰুৱা ছোৱালী মহাবিদ্যালয়ৰ ৪ মাহ অধ্যক্ষ হৈ থাকে। ইয়াৰ পিছত অসম সাহিত্য সভাৰ লেংগুৱেজ ট্ৰেইনিং ক্লাচৰ প্ৰথমজন অধ্যক্ষ হৈ এবছৰ থাকে।

১৯৪৫ চনত জীয়াকুৰৰ ( দক্ষিণ কামৰূপ ) মুখিয়াল ব্যক্তি খগেন মেধি আৰু ৰাজবালা মেধিৰ ২য় কন্যা শ্ৰীমতী ভূবনেশ্বৰী মেধিৰ লগত শ্ৰীবিনন্দ চন্দ্ৰ বৰ্মনৰ বিয়া হয়। তেখেত সকলৰ ৯ টি সন্তান। ল'ৰা ৪ জন আৰু ছোৱালী ৫ জনী। সকলোটি সন্তান শিক্ষিত, উপযুক্ত আৰু সাংসাৰিক।

বৰ্মনদেৱৰ সাহিত্যিক অবদান সমূহ:

১) আধুনিক অসমীয়া ব্যাকৰণ ( ৭ ম আৰু ৮ ম মানৰ বাবে )
২) বিকল্প অসমীয়া সহায়িকা।
৩) সংস্কৃত ব্যাকৰণ প্ৰবেশ
৪) সংস্কৃত ভাষা প্ৰবেশ ব্যাকৰণ
৫) অসমীয়া ভাষা বোধ ব্যাকৰণ
৬) সংস্কৃত ব্যাকৰণ ( ৭ ম আৰু ৮ম মান )
৭) ঋক বেদৰ অসমীয়া অনুবাদ।

তেখেতে লিখা বহুত প্ৰবন্ধ, বাতৰি কাকত আৰু আলোচনীত সিচৰিত হৈ আছে। তেখেত প্ৰাগ্‌জ্যোতিষ কলেজৰ জি বি ৰ সদস্য আছিল। শান্তিপুৰ প্ৰগতি সংঘৰ সভাপতি আৰু সদস্যও আছিল।

ডাঙৰ দীঘল, দেখনিয়াৰ ধুতি পাঞ্জাবী পৰিধান কৰা শ্ৰীবিনন্দ বৰ্মন এজন ন্যায় পৰায়ণ, কৰ্ম যোগী আৰু সৰলাচৰণৰ ব্যক্তি। তেখেতৰ অসমীয়া, সংস্কৃত আৰু ইংৰাজী ভাষাত দখল আছে। তেখেতৰ হাতৰ আখৰ ধুনীয়া, লিখাৰ পৰিপাতি—মোহলগা। তেখেতে অনুবাদ কৰা ঋকবেদ খনিয়ে সুধী সমাজৰ সমাদৰ লাভ কৰিছে। বৰ্তমান তেখেতে ৮৩ বছৰ বয়সত ভৰি দিছেহি। তেখেতে প্ৰতিদিনে এক অধ্যায় গীতা পঢ়ে আৰু সপ্তাহত এদিন (বৃহস্পতিবাৰে) বিষ্ণু সহস্ৰ নাম পাঠ কৰে। বৰ্তমান কিতাপ তেওঁৰ বন্ধু। ভাল কিতাপ এখন পঢ়া গংগাত স্নানতকৈ শ্ৰেয়। তেখেত এজন অতিথি পৰায়ন ব্যক্তি। আচাৰ ব্যৱহাৰ মধুৰ। তেখেতৰ পৰিবাৰো এগৰাকী আদৰ্শ মহিলা।

ঈশ্বৰে তেওঁলোকক দীৰ্ঘ জীৱন দান কৰক।



# শ্ৰীঅচ্যুতকান্ত অধিকাৰী—

ইংৰাজী ১৯০৭ চনত দক্ষিণ কামৰূপৰ চমৰীয়া সত্ৰত শ্ৰীঅচ্যুত কান্ত অধিকাৰীৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল কৃষ্ণ কান্ত অধিকাৰী আৰু মাতৃ আছিল ৺ৰোহিণী বালা অধিকাৰী।

অধিকাৰী সৰুৰে পৰা ধীৰ-স্থিৰ আৰু সৎ আচৰণৰ ল'ৰা আছিল। তেখেতে সৰুৰে পৰা পিতৃ-মাতৃ আৰু জ্যেষ্ঠ সকলক শ্ৰদ্ধা কৰিছিল।

তেখেতে ১৯২৭ চনত ৺লাশবাৰী আৰ, বি, হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষা পাচ কৰে। সেই সময়ত মেট্ৰিক পাছ কৰা ছাত্ৰৰ সংখ্যা অতি কম আছিল। অধিকাৰীয়ে ইং ১৯২৯ চনত কটন কলেজৰ পৰা আই, এ আৰু ১৯৩৩ চনত উক্ত কলেজৰ পৰা বি, এ, পৰীক্ষাত উত্তীৰ্ণ হয়। তেখেত এজন মেধাবী ছাত্ৰ আছিল।

ইং ১৯৪০ চনত তেখেতে শুৱালকুছিৰ ৺চন্দ্ৰ কান্ত মহন্ত আৰু ৺গংগা বালা মহন্তৰ কন্যা শ্ৰীমতী হেমলতা মহন্তক বিয়া কৰায়। তেওঁলোকৰ সকলোটি সন্তান উপযুক্ত।

ইংৰাজী ১৯৩৫ চনত তেখেতে নগাওঁ জিলাৰ ৰহা হাই-স্কুলত শিক্ষকতাৰ কাম কৰে। তেখেত এজন ছাত্ৰ-ছাত্ৰীৰ মন জয় কৰা শিক্ষক আছিল। ইয়াৰ পিছত তেখেত জাগী ভকত গাওঁ হাইস্কুলৰ প্ৰধান শিক্ষক হয়। সু-শাসক, সমাজ সংস্কাৰক, আদৰ্শ শিক্ষক হিচাবে তেখেতৰ নাম চাৰিওফালে বিয়পি পৰে।

১৯৪৮ চনত তেখেত বকো এম, ই স্কুলৰ হেড্ মাষ্টৰ হয় আৰু ১৯৪৯ চনত বকো হাইস্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক হয়। আৰু ১৯৭১ চনত উক্ত হাইস্কুলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

১৯৬৪ চনত বকো জৱাহৰলাল নেহৰু কলেজ আৰম্ভ হয়। অধিকাৰী ডাঙৰীয়া ইয়াৰ প্ৰতিষ্ঠাতা সম্পাদক হয় আৰু কলেজৰ লগত দেহেকেহে লাগি থকা ব্যক্তি। কলেজৰ সকলো দিশত তেখেতে নজৰ দিছিল।

বকো অঞ্চলৰ প্ৰগতিৰ কাৰণে লাগি থকা ব্যক্তি শ্ৰীঅচ্যুৎ অধিকাৰী। তেখেতে এখন নিকা আৰু উন্নত সমাজ গঢ়াৰ পক্ষপাতি।

প্ৰকৃত শিক্ষাই জ্ঞানৰ পোহৰ দিয়ে। প্ৰগতিৰ পথ দেখুৱায়। মানুহৰ পশুত্বক শিক্ষাই মানবত্ব ৰূপ দান কৰে। শিক্ষাৰ অবিহনে সামাজিক পৰিবৰ্তন সম্ভৱ হৈ উঠিব নোৱাৰে। শিক্ষাই উন্নতিৰ বাহন। শিক্ষা আমাৰ পৰিবেশৰ পৰা পৰোক্ষ ভাৱে লাভ কৰা হয়। সেই হেতুকে পৰিবেশ হৈছে আমাৰ নীৰৱ শিক্ষক।

শিক্ষাৰ ক্ষেত্ৰত মাক-দেউতাক, অভিভাবক তথা সমাজত অন্যান্য লোকৰ ভূমিকাৰ কথা অৱহেলা কৰিব নোৱাৰি। স্কুল বা শিক্ষানুষ্ঠান হৈছে—এখন বিশেষ সমাজ, যাক সমাজৰ লোকেই প্ৰতিনিধিত্ব কৰে। শিক্ষক হৈছে ইয়াৰ দায়িত্বশীল ব্যক্তি।

শ্ৰীঅচ্যুৎ অধিকাৰীয়ে খদ্দৰৰ ধুতি-পাঞ্জাৱী পিন্ধে। ভৰিত জোতা নাইবা চেণ্ডেল নিপিন্ধে।

শ্ৰীঅধিকাৰী এজন সমাজ চিকিৎসক। সমাজৰ উন্নতিৰ কাৰণে মানুহৰ সু-স্বাস্থ্য আৰু সু-পৰিবেশ থাকিব লাগে।

তেখেত এজন 'বাইও কেমিকেল' চিকিৎসক। বকোৰ 'শংকৰ নাম ঘৰ'ৰ প্ৰতিষ্ঠা কৰাত এজন আগৰণুৱা ব্যক্তি। প্ৰগতি পুথি ভঁৰালৰ এজন উল্লেখযোগ্য ব্যক্তি।

অধিকাৰীদেৱ চমৰীয়া সত্ৰৰ সত্ৰাধিকাৰ। তেখেতে চমৰীয়া সত্ৰৰ ইতিবৃত্ত লিখিছে। তেখেতে লিখিছে—"ইংলিচ বিগিনাৰ্চ

গ্ৰামাৰ আৰু ৭ম আৰু ৮ম মান শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বাবে লিখিছে—"ষ্ট্ৰাক্‌চাৰেল গ্ৰামাৰ।" তেখেত আছিল বাৰ বছৰ ধৰি প্ৰাইমাৰী ইডুকেচন বড'ৰ চিয়াৰমেন।

তেখেতে পৰ চৰ্চা নকৰে। কথা ভাবি চিন্তি কয়। তেখেতে খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিব জানে। তেখেত এজন সৰলাচৰণৰ ব্যক্তি। তেখেতে সত্যক বিশ্বাস কৰে। অন্যায় কৰি ধন নঘটে। Simple living and high thinking—তেওঁৰ জীৱন দৰ্শন।

বৰ্ত্তমান তেখেতে ৯৪ বছৰ বয়সত ভৰি দিছে। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।



## উপৰহালি হাইস্কুলৰ প্ৰধান শিক্ষক—
## শ্ৰীবেণুধৰ দাস

ইংৰাজী ১৯২৮ চনৰ ১ চেপ্তেম্বৰ তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত সৰপাৰা গাঁৱত শ্ৰীবেণুধৰ দাস চাৰৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল ৺সাধাৰাম দাস আৰু মাতৃ আছিল ৺দালিমী দাস।

তেখেত সৰুৰে পৰা চোকা বুদ্ধিৰ ল'ৰা আছিল। তেখেতৰ শৰীৰ আৰু মন সবল। সৰুৰে পৰা তেখেতৰ খেলা ধুলাৰ প্ৰতি বিশেষকৈ ফুটবল খেলাত ৰাপ আছিল।

তেখেতে বি, এ আৰু বি টি পৰীক্ষা পাছ কৰিছে। তেখেতৰ শিক্ষকতাৰ প্ৰতি ধাউতি আছিল আৰু আছে।

১৯৫২ চনৰ পৰা ১৯৫৫ চনলৈ তেখেত ৰামপুৰ হাইস্কুলৰ শিক্ষক আছিল। তেখেতে আমাক ৰামপুৰ হাইস্কুলত নৱম আৰু দশম শ্ৰেণীত অসমীয়া বুজাইছিল। তেখেতে ছাত্ৰ-ছাত্ৰীক বুজাবলৈ যথেষ্ট চেষ্টা কৰে। তেখেতৰ মাত স্পষ্ট। ১৯৫৫ চনৰ পৰা ১৯৮৬ চনৰ ১ আগষ্টলৈ উপৰহালি হাইস্কুলৰ প্ৰধান শিক্ষক আছিল। তেখেতৰ দিনত স্কুলখনি ভালদৰে ঠন ধৰি উঠে। তেখেত এজন কৃতী-শিক্ষক আৰু সু-শাসক আছিল। অৱসৰ গ্ৰহণ কৰাৰ পিছতো চাৰ ঘৰত বহি থকা নাই। বৰ্ত্তমানে চাৰে ১৯৯৩ চনত আৰম্ভ হোৱা হালীগাঁও মাদ্ৰাছা হাইস্কুলত প্ৰধান শিক্ষক হিচাবে কাম কৰি আছে।

শিক্ষক আৰু শিক্ষাবিদ সকলেই হ'ল দেশৰ প্ৰকৃত নিৰ্মাতা। শিক্ষা উন্নতিৰ বাহন। শিক্ষাই মানুহক জ্ঞানৰ পোহৰ দিয়ে, প্ৰগতিৰ পথ দেখুৱায়।

ছাত্ৰ-ছাত্ৰীৰ পূৰ্ণাংগ বিকাশৰ বাবে কোনো এটা আন্ত-ৰ্জাতিক স্বীকৃত বৃত্তি শিকাৰ প্ৰয়োজন হৈছে। শাৰীৰিক

শ্ৰমহে বুদ্ধি বৃত্তি বিকাশ আৰু সৃজনী প্ৰতিভাৰ বাবে প্ৰয়োজন বুলি এতিয়াও গণ্য কৰা হয়। গান্ধীৰ মতে প্ৰাথমিক শিক্ষাই প্ৰতিজন ছাত্ৰ-ছাত্ৰীকে উপাৰ্জনৰ বাবে উপযুক্ত কৰি তুলিব লাগে।

পৰিবেশ হৈছে নীৰৱ শিক্ষক। পৰিবেশ সম্পৰ্কে আমাৰ সজাগতা, সমস্যাৰ বিশ্লেষণ আৰু সক্ৰিয়তাৰ প্ৰয়োজন। পৰিবেশ দুষিত হ'লে সংস্কৃতিৰ ব্যাঘাত জন্মে। পৰিবেশ নিকা (clean) হোৱা উচিত।

শ্ৰীবেণুধৰ দাস চাৰ এজন সমাজ প্ৰিয় ব্যক্তি। তেখেতে সমাজক বিভিন্ন দিশত প্ৰগতিৰ পথত আগবঢ়াই নিবলৈ চেষ্টা কৰিছে।

১। তেখেত বৰ্ত্তমান পলাশবাৰী ব্লক কংগ্ৰেছৰ সভাপতি।
২। দক্ষিণ কামৰূপ অৱসৰ প্ৰাপ্ত কৰ্মচাৰী সন্থাৰ সভাপতি।
৩। ১৯৬০—৬৪ চনলৈ Marketing Co-operative Society ৰ সভাপতি আছিল।
৪। ১৯৬০—৬৪ চনলৈ ছয়ানী মৌজাৰ লাৰ্জ চাইজ বেংকৰ চিয়াৰমেন আছিল।
৫। উত্তৰ ছয়ানী গাঁও পঞ্চায়ত সমবায় সমিতিৰ সভাপতি আছিল।
৬। সৰপাৰা এম্ ভি স্কুলৰ সভাপতি আছিল।
৭। সাতপাৰা ৰাইজৰ এটা বছৰ ধৰি সম্পাদক আছিল।

শ্ৰীবেণুধৰ চাৰ এজন ব্যক্তি নহয় এটা অনুষ্ঠান। তেখেতে সময়ৰ সৎ ব্যৱহাৰ জানে। ধুতি পাঞ্জাবী পৰিহিত চাৰ এজন দেখনিয়াৰ ব্যক্তি।

তেখেতৰ খেতি বাতিৰ প্ৰতিও নিচা আছে। তেখেতৰ এটা মাছৰ পুখুৰীও আছে। চাৰ এজন উদ্যোগী ব্যক্তি। তেখেতৰ কৰ্মই ধৰ্ম, ধৰ্মই শান্তি।

Kamrup District Circle ৰ (১৯৯৬) চনত এজন কৃতী হেড্‌মাষ্টৰ হিচাবে চাৰে মানপত্ৰ লাভ কৰিছে।

১৯৪৯ চনত তেখেতৰ ৺দেবী চৰণ মজুমদাৰৰ কন্যা প্ৰভাৱতী দাসৰ লগত বিয়া হয়। তেখেত সকলৰ ৫ জন ল'ৰা আৰু ৩ জনী কন্যা। সকলোটি সন্তান উপযুক্ত।

চাৰে কৰ্ম কৰি আনন্দ পায়। কৰ্মই ধৰ্ম। কৰ্মহীন হ'লে মানুহৰ অধঃপতন হয়। চাৰে খাদ্যৰ সহায়ত স্বাস্থ্য বজাই ৰাখিব জানে। উপদেশতকৈ আৰ্হি ভাল। এয়া তেখেতৰ দৰ্শন। ঈশ্বৰে তেখেতক দীৰ্ঘ জীৱন দান কৰক।



# সমাজ কৰ্মী—শ্ৰীপ্ৰমোদ মজুমদাৰ

ইং ১৯২৬ চনৰ ২৭ ফেব্ৰুৱাৰী তাৰিখে পলাশবাৰী থানাৰ অন্তৰ্গত ৰামপুৰ গাঁৱত শ্ৰীপ্ৰমোদ মজুমদাৰৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল মুক্তাৰাম মজুমদাৰ এজন খেতিয়ক আৰু মাতৃ আছিল পদ্মাৱতী মজুমদাৰ এগৰাকী অতিথি পৰায়না মহিলা।

শ্ৰীপ্ৰমোদ মজুমদাৰ এজন ডাঙৰ-দীঘল, বলবান ছাত্ৰ আছিল। তেখেতে ৫ম মান শ্ৰেণীলৈ পঢ়িছিল। তেখেতৰ সৰুৰে পৰা অভিনয় কৰাৰ নিচা আছিল।

সময়ৰ লগে লগে শ্ৰীমজুমদাৰ এজন ডেকা হৈ উঠে। তেখেতে অসমীয়া জাতিক দেহে কেহে ভাল পোৱা ব্যক্তি। ৰামপুৰ অঞ্চলৰ বিহু, সুৱৰি আৰু নানা ধৰণৰ মেল মিতিঙত যোগদান কৰি আনন্দ পায়। তেখেতে ডেকা কালত খেতি কৰিছিল আৰু মুকলি মঞ্চৰ এজন বিশিষ্ট অভিনেতা আছিল।

তেখেতৰ শাৰীৰিক শক্তি যথেষ্ট আছিল। প্ৰায় ১৯৪০ চনৰ পৰা তেখেতে অভিনয় কৰিছে সূৰ্য্য ঠাকুৰে আৰম্ভ কৰা যাত্ৰা পাৰ্টিত, মঠপাৰাৰ কমলা গোস্বামীয়ে খোলা যাত্ৰাভিনয়ত আৰু নানা ধৰণৰ যাত্ৰাভিনয়ত যোগদান কৰি নিজেও আনন্দ পাইছে আৰু ৰাইজৰ পৰাও প্ৰশংসা বুটলিছে।

সেই সময়ত বঙালী নাটক অসমীয়ালৈ অনুবাদ কৰি মঞ্চস্থ কৰা হৈছিল। শ্ৰীমজুমদাৰে প্ৰায় ১০০ খন মান নাটক বঙালীৰ পৰা অসমীয়ালৈ অনুবাদ কৰে। অনুবাদ সাহিত্য অতি দৰকাৰী। পৃথিবীৰ ভাষা চহকী হৈছে অনুবাদ সাহিত্যৰ জড়িয়তে। পৃথিবীৰ ক'ত কি ঘটিছে—তাক প্ৰকাশ কৰা হয় সাহিত্যত। মহাপুৰুষ শ্ৰীশ্ৰী মাধবদেৱও এজন উত্তম অনুবাদক আছিল।

শ্ৰীমজুমদাৰে ১০ খন নাটক লিখিছে আৰু অসমৰ গাঁৱে গাঁৱে ঘূৰি, মুকলি মঞ্চত অভিনয় কৰিবলৈ মানুহক উদগনি

দিছিল। তেখেতৰ সমাজৰ সকলো শ্ৰেণীৰ লগত মিলাজুলা কৰি চলিছিল আৰু চলে। শ্ৰীমজুমদাৰৰ ৫ জন ল'ৰা আৰু এজনী কন্যা।

বাণিজ্যে বসতি লক্ষ্মী। বাণিজ্য নকৰিলে মানুহৰ উন্নতি নহয়। অসমীয়া জাতি পিছ পৰা, তাৰ প্ৰধান কাৰণ অসমীয়া মানুহে ব্যৱসায় কৰা—লাজৰ কথা বুলি ভাবে। গুৱাহাটীৰ সিংহভাগ দোকান অসমীয়াৰ নহয়। শ্ৰীমজুমদাৰে এটা টেণ্ট হাউচ আৰম্ভ কৰিছে। তেখেতে এদিনতে ২।৩ খন ডাঙৰ বিয়া চলাব পৰা বস্তু ৰাখিছে। যেনে ৰভা দিয়া সজুলি, বহাৰ সজুলি, ৰন্ধা-বঢ়াৰ বাচন-বৰ্ত্তন, গেট তৈয়াৰ কৰা বস্তু আদি। এই ব্যৱসায়ৰ দ্বাৰা তেখেতে ঘৰখনি বঢ়িয়াকৈ চলাইছে—আৰু ৰাইজৰ আগত এটা ব্যৱসায়ৰ আদৰ্শ ডাঙি ধৰিছে।

শ্ৰীপ্ৰমোদ মজুমদাৰে দক্ষিণ কামৰূপৰ মুকলি মঞ্চৰ অভিনয়ৰ বিষয়ে লিখকক তলত দিয়া ধৰণে লিখি জনাইছে।

১৯১০ চন মানতে কামাখ্যাত এটা নাট্যদল আৰম্ভ হোৱাটো বয়সীয়াল ব্যক্তি সকলৰ মুখত শুনিছিলো। কামাখ্যা দলৰ উল্লেখ-যোগ্য নাট হ'ল—"মান্ধাতা"। পিছত পলাশবাৰীৰ সদিলাপুৰ নামৰ ঠাইত এটি নাট্য দলৰ সৃষ্টি হ'ল। সেই দলটোৱে দহ বছৰমান অতিবাহিত কৰে। তেওঁলোকৰ উল্লেখ যোগ্য নাট হ'ল—"কালাপাহাৰ"। প্ৰভাত নামৰ এজন ব্যক্তিয়ে কালাপাহাৰৰ পাৰ্ট কৈ বৰ সুনাম কৰিছিল। তাৰ পিছত ৰামপুৰত যাত্ৰা আৰম্ভ হয়। তাৰ গুৰি ধৰিছিল (জল্টিমণ্ডল বা চলো মণ্ডল)। সেই সময়ত শিল্পীসকল আছিল ৺চলো মণ্ডল, ৺হৰিহৰ কলিতা, ৺হৰেন্দ্ৰ মজুমদাৰ, ৺গঙ্গা চৌধুৰী, ৺পদ্মমাষ্টৰ আদিয়ে। তেওঁলোকে বঙালী নাট অসমীয়ালৈ অনুবাদ কৰিছিল। সেই দলটো ভাঙি যোৱাৰ পিছত আমোদপুৰত ৺সূৰ্য্য ঠাকুৰৰ নেতৃত্ব

আৰু বড়িহাটত সঞ্জয় চৌধুৰীৰ নেতৃত্বত তুটি দল গঢ়লৈ উঠে। এই তুটা দল প্ৰায় ১৯২৩ চনৰ পৰা ১৯৪৫ চন মানলৈ চলি থাকে। লগে লগে ৰামপুৰতো চণ্ডী ওস্তাদৰ নেতৃত্বত পাষাণী, বাপ্পাৰাও, জয়মতী আৰু বহুকেইখন নাটক মঞ্চস্থ কৰে। ইয়াৰ পিছত ৺কলিমন চৌধুৰী, ৺ বস্তি কলিতা আৰু বহুকেইজন ব্যক্তিৰ যত্নত ৰামপুৰত পুনঃ যাত্ৰা গঢ়ি উঠে। এই পাৰ্টিয়ে বিশ বছৰ অতিবাহিত কৰে। এই দলৰ বিশিষ্ট অভিনেতাসকল হ'ল ৺বীৰেন দাস, ৺উমা কলিতা, ৺ৰাজেন দাস, শ্ৰীপ্ৰমোদ মজুমদাৰ, শ্ৰীঅজিত মজুমদাৰ, ভূপেন মজুমদাৰ, ৺উপেন মজুমদাৰ আৰু বহুতো। সেই সময়ৰ নাটবোৰ অসমীয়ালৈ অনুবাদ কৰিছিল ৺সূৰ্য্য ঠাকুৰ, ৺ৰাজেন দাস, শ্ৰীপ্ৰমোদ মজুমদাৰ আদিয়ে। উল্লেখযোগ্য নাট হ'ল—কয়দি, চোহৰাব ৰুষ্টম।

আগৰ পৰা চলি থাকি মাজতে পাচ বছৰমান অভিনয় বন্ধ থাকে। ১৯৯৭ চনত পুনঃ শ্ৰীদিলীপ কলিতা আৰু শ্ৰীকুশল মজুমদাৰৰ যত্নত সনাতন নাট্য পৰিষদৰ জন্ম হয়। এই দলটোত পৰামৰ্শ দিছে শ্ৰীপ্ৰমোদ মজুমদাৰে।



# ৰামপুৰৰ ঢুলীয়া চাৰ্কাচ

গীতে আমাক আনন্দ দিয়ে। যাত্ৰাভিনয়, থিয়েটাৰ আদিয়েও আমাক আনন্দ দিয়ে। ওজাপালিয়েও আমাক আনন্দ দিয়ে। সেইদৰে ঢুলীয়া চাৰ্কাচেও আমাক আনন্দ দিয়ে। যিদৰে আমাক পেটৰ কাৰণে খাদ্য লাগে সেইদৰে মগজুৰ কাৰণেও লাগে মনোৰঞ্জন, গান-বাজনা আদি।

ৰামপুৰৰ ঢুলীয়া চাৰ্কাচ দলটি আমাৰ পূৰ্ব পুৰুষ সকলে স্বাধীনতাৰ বহু বছৰ আগতে আৰম্ভ কৰিছিল যদিও আমি ১৯৫০ চনকে উক্ত দলটিৰ স্থাপিত বৰ্ষ হিচাবে ধৰি লৈ পুৰণি কলীয়া কলা-সংস্কৃতি জীয়াই ৰাখি আছো। সময়ৰ লগে লগে সকলো পৰিবৰ্তন হয় আৰু ঢুলীয়া চাৰ্কাচৰো পৰিবৰ্তন হোৱাটো স্বাভাৱিক।

ৰামপুৰ ঢুলীয়া চাৰ্কাচ দলে অসমৰ বিভিন্ন ঠাইত চাৰ্কাচ কৰি ৰাইজৰ পৰা প্ৰশংসা লাভ কৰিছিল। চাৰ্কাচ দলৰ জকৰ (খুহুতীয়া কথা-বাৰ্তাৰে দৰ্শকক আমোদ দিয়া) হিচাবে ৺ বেথাৰাম কৈৱৰ্ত, ঢুলীয়া হিচাবে ৺ পিতাম্বৰ ঢুলীয়া আৰু শাৰীৰিক প্ৰদৰ্শক হিচাবে ৺ সন্তোষ ৰাম কৈৱৰ্তক নজনা মানুহ খুব কমেই পোৱা যায়। বৰ্তমানে চলি থকা চাৰ্কাচ-খনিয়েও ৰাইজৰ পৰা প্ৰশংসা লাভ কৰিছে। চাৰ্কাচখনে আৰু উন্নতি কৰাৰ স্থল আছে।

চাৰ্কাচৰ লগত জড়িত থকা আগৰ আৰু এতিয়াৰ ব্যক্তি সকলৰ নাম দিয়া হ'ল—

ব্যক্তিসকল—

শ্ৰীবৰোদা কৈৱৰ্ত্ত
শ্ৰীথানেশ্বৰ হাজৰিকা
শ্ৰীবসন্ত কৈৱৰ্ত্ত
শ্ৰীৰাম কৈৱৰ্ত্ত
শ্ৰীদেবেশ্বৰ কৈৱৰ্ত্ত
শ্ৰীবনমালী কৈৱৰ্ত্ত
শ্ৰীবিজু কৈৱৰ্ত্ত
শ্ৰীসুৰেণ কৈৱৰ্ত্ত
শ্ৰীৰণ্টু কৈৱৰ্ত্ত
শ্ৰীনবীন কৈৱৰ্ত্ত
শ্ৰীৰুবুল কৈৱৰ্ত্ত
শ্ৰীবিশ্ব কৈৱৰ্ত্ত
শ্ৰীকলি কৈৱৰ্ত্ত
শ্ৰীসৰু কৈৱৰ্ত্ত
শ্ৰীপূৰ্ণিমা কৈৱৰ্ত্ত
শ্ৰীচুচু কৈৱৰ্ত্ত
শ্ৰীনিৰ্মা কৈৱৰ্ত্ত
শ্ৰীবিৰহু কৈৱৰ্ত্ত
শ্ৰীমতী মাকোবালা কৈৱৰ্ত্ত
শ্ৰীমতী চলে কৈৱৰ্ত্ত
শ্ৰীমতী সুৰচী কৈৱৰ্ত্ত
শ্ৰীমতী যিহিবালা কৈৱৰ্ত্ত
শ্ৰীমতী অঞ্জলি কৈৱৰ্ত্ত
শ্ৰীমতী মীৰা কৈৱৰ্ত্ত

হনা ৰাম কৈৱৰ্ত্ত
পয়তু কৈৱৰ্ত্ত
জয়ৰাম কৈৱৰ্ত্ত
চম্ভোৰাম কৈৱৰ্ত্ত
সম্ভু কৈৱৰ্ত্ত
যুগল কৈৱৰ্ত্ত
পীতাম্বৰ কৈৱৰ্ত্ত
অনন্ত কৈৱৰ্ত্ত
কালীয়া কৈৱৰ্ত্ত
কামেশ্বৰ কৈৱৰ্ত্ত
দন্তু কৈৱৰ্ত্ত
মাটিয়া কৈৱৰ্ত্ত
সুধি কৈৱৰ্ত্ত
কণ্ঠিৰাম কৈৱৰ্ত্ত
বেথাৰাম কৈৱৰ্ত্ত
বাস্তি ৰাম কৈৱৰ্ত্ত
বিনোদ কৈৱৰ্ত্ত
তাৰাচৰণ কৈৱৰ্ত্ত
নিংনা কৈৱৰ্ত্ত
কৰ্মেবালা কৈৱৰ্ত্ত

যন্ত্ৰ বাদ্যত—

শ্ৰীমহেশ্বৰ হাজৰিকা
শ্ৰীসুভাষ দাস
শ্ৰীমুনা কৈৱৰ্ত্ত
শ্ৰীমন্তু দাস

●



শ্ৰীমতী ৰেৱতী কলিতা

ৰামপুৰৰ এড়ী চাদৰ উচ্চ মানৰ অকল ভাৰততেই নহয় দেশৰ বাহিৰতো ইয়াৰ সমাদৰ আছে। অগনাপাৰাৰ (ৰামপুৰ) শ্ৰীমতী ৰেৱতী কলিতাই প্ৰস্তুত কৰা উৎকৃষ্ট মানৰ এড়ী চাদৰ 'ৰেৱতী এণ্ডি' হিচাবে বিখ্যাত।